প্ৰকাশক :
শ্ৰীউমেশ চন্দ্ৰ ভূঞা
নিউ বুক স্টল
গুৱাহাটী - ১

প্ৰথম প্ৰকাশ :
১৯৬৫ ইং

প্ৰচ্ছদ শিল্পী :
বেণু মিশ্ৰ

বেচ : পাঁচ টকা

মুদ্ৰক :
শ্ৰীজয়ন্ত বাকৃচি
আই. ডি. পি.
পি. এম. বাকৃচি এণ্ড কোং (প্ৰা) লিঃ ( মুদ্ৰণ শাখা )
১৯, গুলুওস্তাগৰ লেন
কলিকতা - ৬

সাঁতুৰি আহিলো হাজাৰ লোকৰ ভিৰ
জনসাগৰত চিৰকাল চিৰ-অকলশৰীয়া আমি
আমাৰ কাৰণে বালিচৰ আছে
পাবৰ সপোন নাই।

—নৱকান্ত বৰুৱা

## প্ৰসঙ্গ ক্ৰমে

জীৱনৰ বাটত আমি কিমান যে মানুহক লগ পাওঁ! কিন্তু কেই জনক সম্পূৰ্ণ ৰূপে বা শুদ্ধ মতে জানো? প্ৰত্যেক জন ভাৰত-বাসীয়েই ভাৰতৰ কাৰণে একোটা সমস্যা বুলি জৱাহৰলাল নেহৰুৱে কোৱা কথা এই প্ৰসঙ্গতো তাৎপৰ্য্যপূৰ্ণ। হাৰিত গছ লুকুৱাদি লোকাৰণ্যত মিহলি হৈ থকা মানুহৰ কাৰোবাক আমি চিনি পাওঁ, কাৰোবাৰ সৈতে ক্ষণিকৰ মাত্ৰ পৰিচয় হয়, আৰু সৰহ ভাগকে আমি দেখিও নেদেখো। যাক-বা চিনি পাওঁ, তাকো স্বাৰ্থৰ চকুৰে চাই ভাল বা বেয়া বুলি কওঁ। কিন্তু আমাৰ মতেই যে শুদ্ধ, এই কথানো কোনে কব পাৰে? গতিকেই, মানুহৰ বিষয়ে আমাৰ ধাৰণা বৰ ঠেক। মানুহক সম্পূৰ্ণকৈ বুজিবলৈ আমাৰ সময় নাই, সুবিধা নাই, হয়তো ইচ্ছা আৰু সহানুভূতিও নাই। সেই বাবে জীৱনৰ সহযাত্ৰী মানুহক আমি চিৰদিন অকলশৰীয়াকৈ এৰি থৈছো আৰু তাৰ দ্বাৰা আমি নিজকো অকলশৰীয়া কৰিছো। 'জন-সাগৰত চিৰকাল চিৰ-অকলশৰীয়া আমি'।

এই বিলাক দোষ মোৰ গাতো আছে। কিন্তু মাজে মাজে মই জীৱনত লগ পোৱা দুই-এটা মানুহক বুজিবলৈ চেষ্টা কৰো। সম্পূৰ্ণ বা শুদ্ধকৈ বুজিছো বুলি কব নোৱাৰো, কিন্তু সহানুভূতিৰে চাইছো বুলি কব পাৰো। তদুপৰি মই কাহিনীকাৰ; কাৰিকৰী কাৰণত প্ৰায়েই আদৱ-কায়দা প্ৰয়োগ কৰো; তাৰ ফলত হয়তো কেতিয়াবা মূলকথাৰ ওপৰত কুৱঁলীৰ পাতল ঢাকনি পৰিছে; কিন্তু উপলব্ধিৰ সূৰ্য্যই তাকো নোহোৱা কৰিব। মই সদাই লগ পাই থকা মানুহৰে কাহিনী কওঁ, মই জনা মতে বা মই বুজা মতে।

ইয়াৰ আগতে মোৰ কেবাটাও গল্প-সংকলন ওলাই গৈছে। সেই-বোৰৰ সকলো গল্প মোৰ নিজৰ মনঃপুত নহয়; নানা মুনিৰ নানা মত শুনিহে ইচ্ছাৰ বিৰুদ্ধেও তেনে গল্পক সংকলনবিলাকত ঠাই দিছিলো।

এই বাৰ তেনে কৰা নাই; 'হাজাৰ লোকৰ ভিৰ'ত থকা কেউটা গল্পই মোৰ মনৰ ওচৰ। পঢ়ি মোৰ দৰে পাঠকেও ভাল পাব বুলি কব নোৱাৰো; কিন্তু মোৰ মনৰ ওচৰ চাপিব, এয়ে মোৰ সান্ত্বনা।

উক্ত কাৰণতে কেইটা মান গল্প আন ঠাইত বা আন ৰূপত ওলোৱা সত্বেও ইয়াত আকৌ ঠাই দিছো। 'ফুল আৰু গাড়ী থকা ঘৰ' হিন্দীত আৰু 'মৰম আৰু মৰণ' ইংৰাজীত ওলাই গৈছে; 'ছিন্নমূল' গল্পটো প্ৰথমে এখন আলোচনীত ওলোৱাৰ পিচত দুবাৰো দুটা সমূহীয়া সংকলনত ওলাই গৈছে; ইয়াৰো হিন্দী অনুবাদ ওলাইছে—এইটো ইয়াৰ পঞ্চম মুদ্ৰণ হ'ল; 'এটা বেলেগ মানুহ'-ও ইয়াৰ সৈতে তৃতীয় বাৰলৈ মুদ্ৰিত হ'ল।

এই সংকলন যুগুতোৱাত বহুতৰে বৰঙণী আছে। অ'ৰ-ত'ৰ পৰা একেঠাই কৰি দিয়া বাবে অধ্যাপক শ্ৰীমান নন্দ তালুকদাৰ আৰু প্ৰকাশ কৰি অ'লৈ-ত'লৈ পঠোৱাৰ দিহা কৰা বাবে শ্ৰীৰত্ন দত্ত প্ৰথমে মোৰ কৃতজ্ঞতাৰ পাত্ৰ। ছপাশালৰ উপযোগীকৈ নকলবোৰ কৰি দিয়া বাবে মোৰ পৰিবাৰ শ্ৰীমতী কনকলতা দাস, তেওঁৰ ভনীয়েক শ্ৰীমতী কল্পনা দাস, মোৰ ভাগিন শ্ৰীমান যতীন হাজৰিকা ধন্যবাদাৰ্হ। ইতি।

বিনীত—

চেনিকুঠী, গুৱাহাটী
১ নৱেম্বৰ, ১৯৬৫

যোগেশ দাস

# হাজাৰ লোকৰ ভিৰ

## নেপথ্যত মৰা সৈনিক

মেঘে গাজনি মাৰিলে ভয়ত শুব নোৱাৰে। ঘৰ বা আপোন মানুহৰ কথা সুধিলে অনাসক্ত হাঁহি এটা মাৰি থয়। বিৰাট বপুটোৰেই খাকী হাফপেণ্ট পিন্ধি ফুটবল আৰু ভলীবল খেলে, খেলিলে খেল পথাৰৰ চাৰিও ফালৰ পৰা মানুহে চিঞৰি উঠে, "মা[illegible] দদা, মাৰি দিয়ক"। বিৰাট বপুৰ প্ৰকাণ্ড পেটটোৰ কথা কৈ ধেমালি[illegible] কৰিলে বৰ তৃপ্তি পোৱাৰ দৰে নিৰৱে হাঁহে। বিয়া কৰোৱাৰ কথা কলে নিজৰ মূৰত হাত বুলাই বুলাই সমিধান দিয়ে, "পকা চুলি কচাবলৈ এৰিলোৱেই।" নিয়মীয়াকৈ আৰু অলপ বেছি পৰিমাণে মদ খায়; কিন্তু আটাইতকৈ প্ৰিয় খাদ্য হৈছে ঢেকীয়া ভজা।

সেইজনেই আমাৰ সদানন্দ দা। বিয়া-বাৰু কৰোৱা তেনে মানুহক মানুহে আদহীয়া বুলিলেহেতেন। সেই কাৰণে আমি সকলোৱে দাদা বুলি মাতো। কিন্তু দৰাচলতে পঞ্চলিশ বছৰীয়া সদানন্দ শইকীয়াৰ কোনো বয়স নাছিল; অন্ততঃ আমাৰ মানত।

আমাৰ সৰু চহৰখনত সদানন্দ দা বৰ সৰবৰহী। আবাল-বৃদ্ধ-বনিতাৰ সুপৰিচিত। সকলো বয়সৰ মানুহৰ লগত মিলিজুলি থাকে। সেই কাৰণেই তেওঁৰ বয়স নাই। তেওঁ অকিচলৈ বা ঘৰলৈ বা ফুৰিবলৈ ওলালে আমি কওঁ, "দদা ওলাল?" চেমনীয়া হঁতে কয়, "দদাইদেউ, নমস্কাৰ।" বুঢ়া [illegible] কয়, "দদা কেনি?" [illegible] কোনোবাই যদি ঠুনুক-ঠানাক মাতেৰে কয়, "বৰ দেউতা!" [illegible]

কোলাত তুলি লৈ যিমান দুৰ নহক দোকানৰ পৰা লুজন কিনি দি আকৌ ঘৰত থৈ যাবহি। ৰাটকুৱাৰ চৌ লেখি দুৱাৰ মুখত ওলাই থকা জীয়াৰী বোৱাৰীয়েও দাদালৈ হাঁহি মাৰি পঠিয়ায়।

নামটোৰ বাহিৰে দদাৰ জীৱনত একোতে সঙ্গতি নাই। দুখ-শোক নাই, অনুশোচনা নকৰে, আপত্তি-অভিযোগ নোতোলে। আৱশ্যক পৰিমাণে আৰ্জ্জে, আৰু দৰমহা পোৱা ল'ৰা একোটাই ৰান্ধি-বাঢ়ি খুৱায়— দুমাহ কি তিনিমাহ থাকিয়েই বস্তু-বাহানি টকা-পইচা লৈ পলাবই। পলালেই দদাই কয়, "যা তোৰহে চৰিত্ৰ নষ্ট হৈছে, মোৰ কি?" কাৰো সতে কাজিয়া নাই, কিন্তু কাৰো সতে ঘনিষ্ঠতাও নাই। মই আমাৰ ঘৰলৈ লগ ধৰিলেই কয়, "প্ৰবীৰ, ফেমিলিয়াৰিটি ব্ৰিড্‌জ কন্‌টেম্পট।" আনৰ ঘৰলৈ নোযোৱাৰ কথা কয়, "প্ৰবীৰ, মানুহ স্বভাৱতে বৰ দুৰ্ব্বল। চৰিত্ৰত খুঁত ওলাবই। খুঁত দেখিলে মন কোঁচ খাই আহে।" যদি সোঁৱৰাই দিয়া হয় যে খুঁত দদাৰ নিজৰো থাকিব পাৰে, তেন্তে কয়, "মোক দেখিও আনৰ মন কোঁচ নেখাওক।"

উঠি অহা ডেকা-গাভৰুৰ প্ৰতি দদাৰ একেবাৰে অনাস্থা। নিজৰ ঠাইত স্থানীয় ল'ৰা-ছোৱালীয়ে অৱশ্যে ডাঙৰক মানিয়েই চলে। কিন্তু দুই-এক থাকে বা দুই-এক বাহিৰৰ পৰা আহে, যি চলা-ফুৰা কথা-বতৰা পিন্ধন-উৰন সকলোতে মাত্ৰা পাৰ কৰি ভাল পায়। আমি কেইজনমান ডেকা যদিও বিয়া কৰোৱাৰ বাবে অলপ ওপৰত আসন পাওঁ। সদানন্দ দাই এই ডেকা-গাভৰুহঁতৰ বিষয়ে কয়, "ইহঁতে শিকিব কেতিয়া? পিন্ধি-উৰি, গা ঘেলাওঁতেই ইমান সময় যায় যে (কাণৰ ওচৰত ফুচ-ফুচাই) প্ৰেম কৰিবৰো সময় নেথাকে।" আমি ধৰি লওঁ যে আমাৰ দদা এসময়ত প্ৰেমত পৰিছিল আৰু কোনোবা নিষ্ঠুৰাই তেওঁক প্ৰৱঞ্চনা কৰিলে। সেই কাৰণেহে তেওঁ প্ৰায়-বৈৰাগ্য অৱলম্বন কৰিছে। কিন্তু দদাৰ মাজুত প্ৰণয়ৰ কোনো সাঁচ নাই। তেওঁৰ একমাত্ৰ ট্ৰাঙ্কটোতো [illegible]-কানি দুখনমান আৰু নোখোলা মদৰ বটলহে দেখিছোঁ। [illegible] বা মচ যাব ধৰা ফটো দেখা নাই।

'দদা'ৰ উপৰি সদানন্দদাৰ আৰু বহুত উপনাম আছে। দুষ্ট চেমনীয়াইঁতে কয় পেট; অৰ্থাৎ বৰ পেট। কিয় নেজানো, বুঢ়া তৰকবৰ সকলে ধেমালিতে মাতে ডি-চি বুলি। এবাৰ আমাৰ ক্লাবত এজনে নাম দিলে ববৰুৱা: দদাই তাৰ অৰ্থ সোধাত বেজবৰুৱাৰ কাকতৰ টোপোলা খন আনি কৃপাবৰ বৰুৱাৰ ফটোগ্ৰাফ খন দেখুৱাই দিয়া হ'ল। দদাক আমি কিতাপ পঢ়া দেখা নাই। কিন্তু সেইদিনা নতুন নামৰ অৰ্থ বুজি সুন্দৰকৈ মিচিকীয়া হাঁহি এটা মাৰিলে আৰু কিতাপখন পঢ়িবলৈ লৈ গ'ল। পিচদিনা মন্তব্য কৰিলে যে কিতাপখন বৰ ভাল, বিশেষকৈ 'সমাজিক'ত বৰ ভালকৈ কিছুমান পাষণ্ডক জৰা হৈছে।

এইখিনিতে কৈ থোৱা ভাল হব যে সদানন্দ শইকীয়া আমাৰ ক্লাবৰ চেক্ৰেটাৰী। ক্লাব মানে দোকান পাতিবৰ কাৰণে কোনোবা মহাজনে সজা দীঘলীয়া ঘৰৰ এটা কোঠালি, খুজি মাগি গোটাই অনা কিছুমান কিতাপৰ আলমাৰী, এখন কেৰম বোৰ্ড আৰু দুযোৰ তাচ। ক্লাবৰ পইচাৰে এটা পেত্ৰমাক্স কিনা হৈছে আৰু পৃষ্ঠপোষক সকলে বেঞ্চ, চকি, মেজ দান দিছে। চেক্ৰেটৰী দদাই সদাই গধূলি প্ৰথমে গৈ লাইট জ্বলায় আৰু একেবাৰে শেষত সেইটো নুমুৱাই, তলা মাৰি চাবিটো ওচৰৰ আন্ধাৰু কলিতাৰ দোকানত থৈ বাতি ন-মান বজাত ঘৰলৈ যায়। দদা ব্ৰিজত বহিবই, আৰু সদায় কল দিওঁতে ভুল কৰি পাৰ্টনাৰৰ বঢ়া বচন শুনিবই। কেৰম খেলিবলৈ ললেও সৰহ ভাগ ডবল ফাইন ভৰে।

এবাৰ পূজাত ক্লাবৰ পৰা থিয়েটাৰ কৰিবলৈ লোৱা হৈছিল। নাটক বাচোঁতে হৈ-চৈ; পাৰ্ট বিলাওঁতে ক্লাবৰ যোৱা-থোৱা অৱস্থা। গণ্ডগোলৰ মাজত চেক্ৰেটৰী দদা থমথমকৈ বহি থাকে। একো নেমাতে। ওচৰ চাপি কোনোবাই ফুচফুচাই মাত লগালেই তেওঁ অলপ ডাঙৰকৈ কৈ দিয়ে, "একেদিনাই সকলোবোৰ শিল্পী হৈ গলে বৰ মস্কিল হয়। মানুহৰ ধাৰণা যে পাৰ্ট কৰিবলৈ গাৰহে বল লাগে।" তাৰ মাজতো থিয়েটাৰ হৈ উঠিল। কোনোমতে প্ৰধান পাৰ্টবিলাক বিলোৱা হ'ল। সৰু-সুৰাৰ বাবে কাজিয়া নাই, সৰু-সুৰাকে দিলেই হ'ব। কিন্তু দদাই কি পাৰ্ট ল'ব?

আমাৰ মাজৰ পৰা কোনোবা টিমক এটাই কৈ উঠিল—"দদাৰ কাৰণে পাৰ্ট ৰিজাৰ্ভ হৈ আছে—নেপথ্যত মৰা সৈনিক।" গিৰ্জনি মাৰি হাঁহাৰ কোবত ক্লাবৰ কাঠৰ বেৰ এৰাই যাওঁ যাওঁ হৈছিল।

হাঁহি এটা মাৰি দদাই কৈছিল—"নেপথ্যত যেতিয়া চিন টানি থাকিম দেই!"

দদাৰ সদানন্দ নাম সেইকাৰণেই উপযুক্ত।

দদা আচলতে ক'ৰ মানুহ কোনেও ভালকৈ কব নোৱাৰে। চৰকাৰী বিভাগ এটাৰ সৰু শাখা অফিচটোলৈ ক'ৰবাৰ পৰা বদলি হৈ আহিবৰ আজি দহ বছৰ হ'ল। তাৰ পিচত আৰু কলৈকো বদলি হোৱা নাই। যেন সদানন্দ শইকীয়া বুলি যে এজন কৰ্ম্মচাৰী আছে সেইকথা তেওঁৰ বিভাগে পাহৰিয়েই গৈছিল। ইয়াৰ মাজত এবাৰো ঘৰ বুলি বা আন কৰবালৈ বুলি যোৱা তেওঁক হেনো কোনেও দেখা নাই। মই চাকৰি সূত্ৰেপ্ৰভাৱে সৈতে ইয়ালৈ অহা দুবছৰতকৈ বেছি হৈ গ'ল। বিহুৰে সংক্ৰান্তিয়ে আমি ঘৰলৈ ওলাওঁ। দদা কিন্তু অলৰ অচৰঃ অলস ভাৱে নিৰ্বিঘ্ন জীৱন যাপন কৰিছে। দুই-এক হয়তো জানে তেওঁৰ ঘৰ ক'ত; কিন্তু সেই কথা কোৱাৰ প্ৰয়োজন বোধ নকৰে। ঘৰ ক'ত বুলি ৰবকৈ সুধিলে দদাই কয়, "সকলোৰে চাবেক ঘৰ জঙ্ঘলত। আমি সকলোৱেই বান্দৰৰ বংশধৰ।"

এদিন দেওবাৰে ৰাতিপুৱালৈকে ৰাতিৰ বৰষুণ জাক জিপ জিপ কৈ দি আছিল। কাম নাই কাৰণে মই বেলিলৈকে শুই আছিলোঁ। এবাৰ আগফালে কাৰোবাৰ চিঞৰি মতা মাত শুনি সুপ্ৰভা ওলাই গ'ল। অলপ পিচতে মোৰ ওচৰলৈ আহি কলে, "দদা আহিছে," তেওঁ দদা বুলি কৈ হাঁহিলে। কি কাণ্ড, ইমান ৰাতিপুৱাই দদা আহিল কিয়, এই ভাবি মই একেজাপে উঠি দদাৰ ওচৰ পালোগৈ। ভালকৈ নিপিন্ধা চুৰিয়া আৰু সোত-মোচ খোৱা কামিজ পিন্ধি শুদা ভৰিৰে হাতত ছাতি এটা লৈ আহিছে। নিশ্চয় বিছনা এৰিয়েই আহিছে। দেৰিলৈকে শুই থকাৰ কাৰণে মাফ কৰিবলৈ কলো, তেওঁ কলে, "একাপ চাহ

দিয়া ভায়া। . গোটেই বাতি শোৱা নাই। ল'বাটো নাই।" কি কাণ্ড ভালকৈ সোধাত তেওঁ কলে যে আগবাতি ন-মান বজাত ঘৰলৈ গৈ দেখে আগ জাননী নিদিয়াকৈ কাম কৰা ল'ৰাটো টালি-টোপোলা লৈ পলাল। ভাত-পানীও বন্ধা নাছিল। তেওঁ ঘৰ সোমোৱাৰ লগে-লগেই আহিল হিৰহিৰাই ববযুণ। উপায়ান্তৰ হৈ তেওঁ বিচনাত উঠি ললেগৈ (ওচৰত নিশ্চয় বটলটি আছিল!) কিন্তু শোৱে কেনেকৈ? মেঘে গাজিলেই প্ৰাণ ওলাই যোৱা যেন লাগে; পুৰণিকলীয়া ঘৰটোও মাজে মাজে মেৰমেৰাই উঠে। দদাই কোনোমতে পাকঘৰৰ পৰা দা এখন আনি ওচৰতে থৈ ললে। যি ফালেই মেৰমেৰাই উঠে বা উঠা যেন লাগে সেই পিনেই লেমটো দাঙি দাখন "কাটিমৰ" কৰি দেখুৱায়। পুৰণি ঘৰ বতাহতে চাগে লৰে! কিন্তু দদাৰ মনে নেমানে। সেই দিনাহে বুজিলো, মেঘৰ গাজনিৰ বাহিৰে দদাৰ ভয়ৰ কাৰণ আৰু এটা আছে—অশৰীৰী। সেই ভৰে নিশাটো বৈ বৈ মেঘেও গাজি আছিল। গতিকে দদাৰ চকুলৈ আৰু টোপনি নাহিল।

গতিকে আমাৰ ঘৰত একাপ চাহ বিচাৰি আহিছে। দুৱাৰ মুখৰ পৰা দদাৰ দুৰ্য্যোগৰ কাহিনী শুনি সুপ্ৰভাই মিচিকৈকৈ হাঁহি চাহ-জলপান কৰিবলৈ পাকঘৰৰ পিনে গ'ল। ময়ো দদাক মিক্চাৰ পকাই খাবলৈ দি মুখ ধুবলৈ গলো। তাৰ পিচত দুয়ো বেছ গধুৰ ভাৱেই জলপান এটা খালো, সুপ্ৰভাই দদাক অনুৰোধ কৰিলে ভাত খাই যাবলৈ। তেওঁৰ অনুৰোধত থকা মৰম কণ বুজিব পাৰিয়েই হবলা দদাই সম্মত হৈ কৈছিল—"বাৰু আই!" গতিকে মই বজাৰৰ পৰা পাৰু এটা মাৰি আহিবলৈ ওলালো। দদা বাহিৰৰ বিচনাতে শুই পৰিল। বজাৰৰ পৰা আহি দেখো ঘোৰ টোপনি। ভাত খোৱাৰ আগে আগে জগাই দিলো। গা-পা ধুই দুয়ো ভাত খালো। দদাই খায় বৰ কম, মাছলৈয়ো তিমান মন নাই, কিন্তু ঢেকীয়াভজা খুজি খুজি কেইবাবাৰো খালে। খাই উঠি তেওঁ আকৌ শুলেগৈ। প্ৰায় গধূলিহে উঠি ঘৰলৈ গ'ল।

কেইদিনমানৰ পিচতে দদাই [illegible] কাম কৰিবলৈ ন-বছ বাহীয়া

ছোৱালী এজনী ওচৰৰ বাগিচা এখনৰ পৰা বিচাৰি আনিলে। ঘাট-মাউৰী, বৰ মৰমলগা ছোৱালী জনী। আমি সকলোটি অবাক, তিৰোতা মানুহ থকা আৰু কেচুৱা চম্ভালিবলৈ আৱশ্যক হোৱা ঘৰতহে ছোৱালী ৰখা দেখিছোঁ, দঙ্গুৱা দদাই দেখোন ভাত ৰান্ধি খুৱাবলৈ, ঠাই সৰাৰ উপৰি কাপোৰ-কানিও ধুই দিবলৈহে ছোৱালী এজনী আনিলে। গোটেই নগৰ খনতে তাই আলোচনাৰ বিষয় হৈ পৰিল, আৰু দদাক লৈ নতুনকৈ ধেমালিৰ সৃষ্টি হ'ল। তেওঁ কয়, "লৰাবোৰত মোৰ আৰু বিশ্বাস নাই। সিহঁতক মৰম কৰিলেই পলাই যায়।" ছোৱালীজনী কিন্তু বেছ কামিলা, আমি কেবাদিনো দেখিছোঁ, নিজে বজাৰ কৰি আনে, সুন্দৰকৈ আমাক চাহ কৰি দিয়ে, ঘৰ-দুৱাৰ পৰিপাটিকৈ ৰাখে, 'দেওতাক'ক বৰ ভাল পায়। তাইৰ মাকজনী হেনো কাৰোবাৰ লগত পলাই গ'ল, তাতে বেজাৰ পাই বাপেকটো বলীয়াৰ দৰে হৈ এদিন কেনিবা গুচি গ'ল, কোনোবা আত্মীয়ৰ লগত বৰ কষ্টত আছিল, এনেতে দদাই খবৰ পাই তাইক লৈ আহিলগৈ।

ছোৱালীজনীক লৈ দদাক কৰা ঠাট্টা-মস্কৰাৰ মাজত কেতিয়াবা কেতিয়াবা অশুভ ইঙ্গিতো আছিল। সুপ্ৰভাই এদিন মোক কলে, "কথাটো কেনেবা কেনেবা যেন লাগে দেখোন।" মই আচৰিত হৈ সুধিলো, "কিয়? কেনেবা কেনেবা লাগিবলৈনো কিটো আছে?" সুপ্ৰভাই কলে, "এঃ হেজাৰ হওক দদা দঙ্গুৱা মানুহ। তাই সৰু ছোৱালী হ'লেও কি হব! ছোৱালীতো? দেখিবলৈকে বেয়া।"

দদাৰ বিষয়ে এনেকৈ ভাবিব পাৰি বুলি মোৰ কিন্তু ধাৰণা নাছিল। সেই কণ ছোৱালীৰ সম্পৰ্কত অশুভ কল্পনা কৰিব পাৰিব বুলিও ধাৰণা নাছিল। গতিকে সুপ্ৰভাৰ কথা উকৰাই দিছিলো। তথাপি অন্ধ বিশ্বাসৰ বৰ বল, মোৰ ভয় হৈছিল জানোচা দদা তলে তলে ভয়ানক চৰিত্ৰহীন! কিজানি বাহিৰতহে ইমান ভদ্ৰ হৈ দেখুৱায়? অৱশ্যে আজিলৈকে তেওঁৰ চৰিত্ৰৰ বিৰুদ্ধে একো শুনা নাই। তেওঁৰ বিষয়ে বেয়াকৈ কোৱা শুনা নাই। মদ খায় সঁচা, কিন্তু সদায় ৰাতি

ন বজাৰ পিচত; তাকো প্ৰায় নিজৰ ঘৰত। কিন্তু মদ খাই মাতলামি কৰি ফুৰা তেওঁক কোনেও দেখা নাই। মাজনিশা যদি খিচনাৰ পৰা শুনো যে দদাই গাই গাই গৈছে 'মন কি কৰিলি এনে মজাৰ মানৱী জনম পাই' তেন্তে বুজিব লাগিব যে তেওঁ কৰবাত 'খাই-বৈ' আহিছে। বাহিৰ ওলাই যদি মতা যায় তেওঁ কেতিয়াও উত্তৰ নিদিয়ে। যদি পাচে পাচে গৈ থকা হয় তেন্তে দেখা যাব পোনে পোনে ঘৰলৈ গৈ দুৱাৰ মাৰি দদা শুই পৰিছে।

এমাহ মানৰ পিচত এদিন হঠাৎ ছোৱালী জনীৰ বাপেক দদাৰ ঘৰত ওলালহি। ঘৈণীয়েকৰ বেজাৰ পাহৰি আকৌ সংসাৰলৈ মতি হোৱাত জীয়েকক লৈ যাবলৈ আহিছে। দদাই আপত্তিতো নকৰিলেই, বৰং কাপোৰ-কানি কিনি দি টকা-পইচা সৰহকৈ লগত দি গায়ে-মূৰে হাত বুলাই পঠিয়াই দিলে। তাই 'দেওতা দেওতা' বুলি যাবৰ সময়ত কান্দিছিল। তাইৰ যোৱাৰ বিষয়ে শুনাৰ দিনা মই গৰ্ব্বেৰে সুপ্ৰভাৰ চকুলৈ চাইছিলো, তেওঁ দদাৰ চৰিত্ৰত সন্দেহ কৰাৰ কাৰণে। তেওঁ এইবাৰ নীৰৱে পৰাজয় স্বীকাৰ কৰিছিল।

ছোৱালীজনী গুচি যোৱাৰ পিচ দিনা পলাই যোৱা ল'ৰাটো উলটি আহিল। দদাৰ ভৰিত পৰি সি কান্দি কান্দি কলে, "এইবাৰ মোক মৰম কৰক দেউতা, মই আৰু নপলাওঁ।" অপ্ৰস্তুত হৈ দদাই কৈছিল, "যা উঠ, চাহ একাপ কৰি আনগৈ।"

এদিন ৰাষ্ট্ৰ হৈ গ'ল, দদাৰ ঘৰলৈ দুজনী তিৰোতা মানুহ আহিছে। এজনী প্ৰায় আলৰ বুঢ়ী; আন গৰাকী অলপ কম বয়সৰ। গোটেই নগৰতে এই বিষয় লৈ আলোচনাৰ এটা মৃদু গুঞ্জৰণ উঠিল। সুপ্ৰভাই সন্দেহ কৰি মোক সুধিলে "কোননো?" সেইটো যেন বহুতৰে প্ৰশ্ন। কিন্তু উত্তৰ দিয়ে কোনে? জোকাই-মেলি থাকিলেও সদানন্দ শইকীয়াক সকলোৱে সম্মান কৰি চলে। খুব বেছি সুধিব পাৰি, "দদা, আলহী আহিছে বোলে?" সেইদৰে সুধিলে দদাই কয়, "এবা ভায়া, নেপথ্যত থকা মৰা সৈনিকৰো জীৱন এটা থাকে।" এইবোৰ তাৰে

জঞ্জাল।" গতিকে সুপ্ৰভাৰ দলৰ কৌতুহল বাঢ়ে। যাৰ কৌতুহল বাঢ়ে তাৰ দৰে উৎসাহী কোন হব? এদিন ৰহস্য ভেদ কৰাৰ সম্মানো লাভ কৰিলে সুপ্ৰভাই। কৰবালৈ ফুৰিবলৈ যাওঁতে তেওঁ দদাক লগ পাই সুধি পেলালে, "আপোনাৰ তালৈ কোন কোন আহিছে?" দেশবন্ধু মাৰ্কা মোনাত দোকানৰ পৰা কিবা কিনি লৈ ঘৰলৈ উভতি অহা দদাই নিস্তেজ হাঁহি এটা মাৰি কলে, "সকলো আৰু সকলোকে হেৰুৱাই কথমপি লৰিব-চৰিব পৰা অৱস্থাত আই ওলাইছেহি বেমাৰী বোৱাৰীয়েকক লৈ।"

খবৰটো দিবলৈ সুপ্ৰভা লৰি আহিল ঘৰলৈ। মই নাছিলো। তেওঁ ভীষণ উচপিচাই বাহিৰ-ভিতৰ কৰি, কোনোমতে মোলৈ বাট চালে। মই গৈ পোৱা মাত্ৰে একে উশাহে মোক কলে যে দদাৰ ঘৈণীয়েক আৰু মাকহে আহিছে। তেওঁৰ একাগ্ৰতাৰ মাত্ৰা দেখি প্ৰথমে মই হতভম্ব হৈ গৈছিলোঁ। কিন্তু ক্ৰমান্বয়ে কথাটো বুজিব পাৰি বিস্ময়ত ময়ো অভিভূত হৈ পৰিলো। কি আচৰিত, দদাৰ এখন সংসাৰ আছিল বা থাকিব পাৰে, এই কথা আমি কোনোদিনেই কল্পনা কৰা নাছিলো। দদা যেন অঘৰী বা সংসাৰখনেই তেওঁৰ ঘৰ, এনে এটা ধাৰণাহে আমাৰ আছিল। সদানন্দ দাৰ সংসাৰ থকাটো যেন এটা খাপ নোখোৱা কথা।

আমাৰ ঘৰৰ পৰাই কথাটো জনাজাত হৈ পৰিল, মানুহৰ মনত নতুনকৈ ৰহস্য উপজিল; দদাৰ নিচিনা 'সাধু' মানুহৰ 'বৌদেউ'? এতিয়া বাটত দদাক দেখিলে সকলোৱে 'ঘৰৰ কথা' সোধা হ'ল। দদাই নিৰ্লিপ্ত হাঁহিটো মাৰি যথাযথ ভাৱে উত্তৰ দি যায়। এতিয়া তেওঁক বৰকৈ বাহিৰত দেখা নেযায়; সকলোৱে একে মুখে কয়, "দেখা যাব কেনেকৈ?"

গতিকে এদিন আবেলি সুপ্ৰভা আৰু মই ওলালোঁ দদাৰ ঘৰলৈ, আমাৰ ঠাইলৈ নতুনকৈ আহিছে, আমিয়েইতো আদৰি লব লাগিব, এই ভাৱ। সৰু, টুপলগা টিনৰ ঘৰটোৰ বাহিৰৰ বাৰান্দাত জৰা

বহি আছিল। আমাক দেখি, "আহাঁ ভায়া আঁহা আঁহা" বুলি ভিতৰলৈ লৈ গ'ল, মাজৰ পোহৰ নপৰা কোঠাটোতে দুখনমান চকি আছিল, তাতে বহিবলৈ দি তেওঁ বাওঁফালৰ কোঠাটোলৈ সোমাই গৈ অলপ পিচত্তে আকৌ ওলাই আহিল। বুজিলো, ভিতৰত খবৰ দি আহিল গৈ। দদা ওলাই অহাৰ আগতেই আমি পৰস্পৰৰ চকুলৈ চাই হাঁহিলো। দদাই আহি ইটো সিটো কথা কবলৈ বা সুধিবলৈ ধৰিলে। সুপ্ৰভাই সুধিলে, "তেখেতৰ গা এতিয়া কেনে ?" "বেমাৰ ভাল বিধৰ যেন বোধ নহয়।" দদাই কলে, "ছমাহ মান বিনা চিকিৎসাই পৰি আছিল, কোনোমতেহে আইৰ লগত আহিছে।"

অলপ পিচত দদাৰ মাক ওলাই আহিল। আমি দুয়ো গিৰিসাই থিয় দিলো। ওখ-পাখ নহয়। 'অস্থিচৰ্মসাৰ, থৰক-বৰক, সামান্য কাপোৰ পিন্ধা বুঢ়ী গৰাকী দেখি আমি নমস্কাৰ জনালো; কিন্তু তেখেতেই যে আমাৰ দদাৰ দৰে প্ৰকাণ্ড মানুহ জনৰ মাক হব পাৰে, মানি লবলৈ টান লাগিল। দদাই চিনাকি কৰি দিলে। বুঢ়ীয়ে লৰি থকা মূৰটোৰেই প্ৰায় সেহাই সেহাই কলে, অহা দেখি বৰ ভাল পালে। অলপ বহলকৈ আমাৰ খা-খবৰ লৈ সুপ্ৰভাক লগত লৈ বুঢ়ী ভিতৰলৈ গ'ল। ইপাৰ সিপাৰৰ দোমোজাত থকা বুলিয়েই নেকি জানো, বুঢ়া বা বুঢ়ী মানুহৰ লগত বেছি পৰ মই থাকিব নোৱাৰোঁ, গতিকে সুপ্ৰভা-হঁত ভিতৰলৈ যোৱাত স্বস্তিৰ নিশ্বাস পেলাই দদাৰ মুখলৈ চালো; তেওঁ একেথৰে উদাস হৈ দুৱাৰেদি বাহিৰলৈ চাই আছে। মাতিবলৈ সাহ নহল। ভালেমান পৰৰ পিচত দীঘলকৈ হুমুনিয়াহ এটা পেলাবলৈ গৈ হঠাৎ দেখাৰ দৰে মোক দেখি নিস্তেজকৈ হাঁহি কলে, "ভায়া এইবাৰ ধৰা পৰিলো। তোমালোকৰ পৰা লুকাই আছিলো—মানে পলাই আছিলো। মোক তোমালোকৰ নিচিনা নহয় নহয় লাগিছিল কিজানি। কিন্তু মোৰো এজনী আই আছে, এজনী—এখন সংসাৰ আছে।"

দদাৰ কথাৰ সুৰটোৰ পৰা অনুমান হ'ল যেন মাক আৰু 'সংসাৰ' থকা বাবে তেওঁৰ বৰ দুখ, বৰ লাজ।

দদাই মোকো ভিতৰলৈ লৈ গ'ল। কোঠাটোত আচবাব বৰ বেছি একো নাই। ওচৰা-ওচাৰিকৈ দুখন চালপিৰাত দুখন বিচনা। দদাই কাপোৰো থয় এডাল লেজু আঁৰি। এখন বিচনাত ওপৰ-মুকৈ পৰি আছিল ৰোগিনী; ওচৰতে টুল এখনতে বহি আছিল সুপ্ৰভা। খুৰীক দদাতকৈ দীঘল যেন লাগিল; কিন্তু ক্ষীণাই ক্ষীণাই হাড়ে-ছালে লগা হৈ আছে; মুখত বহুদিনৰ সঞ্চিত ক্লান্তি, চকু দুটা সোমাই গৈছে। দুৰ্ব্বল মণি দুটা মোৰ ফালে ঘূৰাই চালে, তাত যেন মোৰ প্ৰতি ঘৃণাহে আছিল, এনে অনুমান হ'ল। তাৰ পিচত আৰু এবাৰো নাচালে। মই হাউলি কলো, "খুৰীদেউ, মই আপোনাৰ ভতিজা"। খুৰীদেৱে একো সঁহাৰি নিদিলে। এবাৰ দৃষ্টি ঘূৰাই যি নিলে, পুনৰ আৰু মোলৈ উভতি নাচালে। তালপাতৰ বিচনি এখন লৈ সুপ্ৰভাই ৰোগিনী আৰু নিজৰ মাজৰ শূন্যত ইফাল সিফাল কৰি আছিল।

ভিতৰ চোতাললৈ যোৱা দুৱাৰ খনেদি দদাৰ মাকে থৰক-বৰক খোজেৰে বাহিৰ ভিতৰ কৰি আছিল; এবাৰ আমাৰ ওচৰলৈ আহি থিয় হ'ল। নিৰ্লিপ্ত ভঙ্গীত এবাৰ পুতেকৰ ফালে এবাৰ বোৱাৰীয়েকৰ ফালে চাই কলে, "এই মানে বৰ হেৰি"...কিন্তু শেষ কৰাৰ আগতে আমাৰ পাচ ফালে থকা দদাই কৈ উঠিল, "আই যাচোন চাগৈ চাহ কৰিছেনে নাই।" বুঢ়ীয়ে হতভম্ব হোৱাৰ দৰেই এবাৰ পুতেকৰ ফালে চাই, "বাৰু" বুলি বাহিৰলৈ ওলাই গুচি গ'ল, দীঘলকৈ নিশ্বাস পেলাই ৰোগিনীয়েও চকু দুটা মুদি দিলে, যেন সকাহহে পালে। দদাই কিবা লুকুৱালে নেকি বাৰু?

আমি বাহিৰলৈ ওলাই আহিলো। লৰাটোৱে (সেই পলাই যোৱাটোৱে) কৰি নিয়া গুদা চাহ দুকাপ খাই সেই দিনালৈ বিদায় লৈ গুচি আহিলোঁ। গৈছিলো বৰ আগ্ৰহেৰে, উলটি আহিলো বৰ অস্বস্তিৰে। কিয় বাৰু? সদানন্দ-দাৰ নিচিনা সদানন্দ মানুহৰ এনে ৰোগিনী স্ত্ৰী দেখি নে মাক ইমান বুঢ়ী কাৰণে? বাটত সুপ্ৰভাই কলে, মোৰ ফালে নোচোৱাকৈয়ে বৰ অভিমান কৰাৰ দৰে, "নহাই ভাল আছিল।"

কিয় বুলি সোধাত ভালেমান পৰ মনে মনে থাকি যি কলে তাৰ মৰ্ম্ম এই :

দদাৰ মাক অকল বৰ বুঢ়ীয়েই নহয়, সচিতেই ভ্ৰমো বকে। অৰ্থাৎ নকব লগীয়া কথাও কৈ পেলায়, সুপ্ৰভাক বোগিনীৰ ওচৰত ভালদবে বহিবলৈ দিয়াৰ পিচতে কৈ পেলালে, "সদা আক মোৰ বিয়াৰ আগতে উপজিছিল নহয়, সেইদেখি সি আমাক দেখিবই নোৱাৰে। খবৰকে নলয়।" আক কিবা কলেহেতেন কিজানি, কিন্তু বেমাৰী বোৱাৰীয়েকে সেহাই সেহাই "আই আই" বুলি বাধা দিয়াতহে বুঢ়ী সংযত হৈ, মানে সম্বিত পাই, নিবৱ হৈ থাকিল। কিন্তু তাৰ আগতেই ৰহস্য ওলাই পৰিল।

সুপ্ৰভাই কলে, "দদাৰ যে কিবা এটা ৰহস্য থাকিব লাগিব বুলি আমি কৈছিলো সেইটো এইটোৱেই। নহলে এনেকুৱা হব পাৰেনে ?"

অনুমান হ'ল, তেওঁ দদাৰ প্ৰতি ঘৃণাৰ বা অৱহেলাৰ মনোভাৱ এটা লৈছে। কিন্তু দদাৰ দোষ কি ? অথবা, এনে অৱস্থাত দদাই ঘৰ সংসাৰ এৰি দূৰ বিদেশত অঘৰী হৈ থকাত আচৰিত হবলগীয়া কি আছে ? মাকৰ বিয়াৰ আগতে জন্ম লৈ যদি সংসাৰ খনৰে ঠাট্টা-মস্কৰা আজীৱন শুনি থাকিব লগীয়া হয় তেন্তে সংসাৰৰ প্ৰতি বিৰাগ নহৈ হব কি ? ইয়াকে মই সুপ্ৰভাক বুজাবলৈ চেষ্টা কৰিলো।

দদাৰ লগত ৰৰকৈ দেখা-সাক্ষাৎ নোহোৱা হৈ আহিল। তেওঁ বৰকৈ নোলায়, ক্লাবো নকৰে, খেলিবলৈও নাহে। বেমাৰী খুৰীক লৈ চাগে বৰ ব্যস্ত। নহলে মাকক লৈ। অফিচলৈ আহোঁতে বাটে-পথে দেখা হলে মাত দিওঁ। দদাই নিস্তেজ হাঁহি এটা মাৰে। সদানন্দ-দা নিৰানন্দ হৈ পৰিল। চহৰৰ সকলোৱে দদাৰ ঘৰৰ অসুখৰ বাবে সহানুভূতি দেখুৱালে। কোনো কোনোৱে খবৰ লৈও আহিলগৈ।

কেইদিন মানৰ পিচত শুনিলোঁ দদাৰ মাক ঢুকাল। কি আচৰিত ! বোৱা-খোৱা অৱস্থা আছিল খুৰীৰ, গ'ল মাক ! মই লবালৰিকৈ চাইকেল

মাৰি দদাৰ ঘৰ ওলালোগৈ, ইতিমধ্যে ভালেমান শুভাকাঙ্খী গোট খাইছে। দদা থমথম্ কৰে টুল এখনতে বহি আছে। কন্দা নাই। বেছি দুখ লগা বাবে নে একেবাৰে দুখ নলগাৰ বাবে বুজিব নোৱাৰি। গম লৈ বুজিলো, বুঢ়ী শুই থকা অৱস্থাতে গ'ল। জ্বৰ-চৰ একো নাছিল, এজনে ফুচফুচাই কলে, "ভালেই হ'ল, বয়স কম হোৱা নাছিল।" সকলোৱে ধৰা-বন্ধাকৈ সাঙ্গি কৰি বুঢ়ীক এমাইল দুৰৰ শ্মশানলৈ লৈ গ'ল। দদাও গ'ল। দেওবাৰৰ বাবে মানুহৰ অভাৱ নাছিল। মোক আৰু আন এজনক খুৰীৰ ওচৰত থৈ গ'ল।

দদাৰ কাৰণে মনটো বৰ বেয়া লাগিল। হেজাৰ হওক মাক। অবৈধ সন্তান হলেও সন্তান, মাকৰ মৰম নিশ্চয় পাহৰিব নোৱাৰে। সেই বাবেই দদা নিমাত হৈ আছে।

মাজে মাজে ৰোগিনীৰ খবৰ লওঁ। কিবা লাগেনেকি সোধো, কেতিয়াবা মূৰ জোকাৰে একো নেলাগে ; কেতিয়াবা একোকে নেমাতে ; কেতিয়াবা নেচায়েই। এবাৰ খবৰ লবলৈ যাওঁতে সিৰ-থিয় হাত এখনেৰে ওচৰৰে টুল খনত বহিবলৈ মোক ইঙ্গিত কৰিলে। ভয়ে ভয়ে বহিলোঁ। ওঁহ, আহ, আৰু নেলাগে, নিদিবা এনে শব্দৰ বাহিৰে তেওঁৰ মুখত কথা শুনা নাই। কি কয় কোনে জানে ? বহিয়েই সুধিলো, "পানী দিম নেকি ?" দুবাৰ কোনোমতে মূৰটো ইফাল-সিফাল কৰি কলে, সেহাই সেহাই, "নেলাগে নেলাগে! বুঢ়ী গ'ল! মোৰো বেছি দিন নাই।" কি কম ভাবি নাপালোঁ। তেনে কথা কব নেপায় বা সোনকালে ভাল হৈ যাব এনে ধৰণে সান্ত্বনা দিব লাগিছিল হব পায়। কিন্তু একো কব নোৱাৰিলোঁ। অলপ পিচতে ফোপাই ফোপাই খুৰীয়ে কলে— "তোমালোকে ভাবিছা হবলা তেখেতৰ বাবেহে আহিছোঁ। মিছা, মিছা কথা। বদনামৰ ভয়তহে আহিলোঁ, ইয়াত মৰিবলৈ।"

একো বুজিব নোৱাৰি তেওঁৰ চকুলৈ চাই থাকিলো। তেও কলে— "মৰিম জানিছোঁ—কিন্তু এখেতক লগ নোপোৱাকৈ মৰিলে দহে দহ আৰাৰ কব। সেইটো কলঙ্ক কিয় লম ?" আৰু কিবা কব খুজিছিল।

হঠাৎ দদা সোমাই অহাত একো নকলে। দদা বোধকৰো সোনকালে গুচি আহিল; গা-পা ধুই আহিছে। মোক খুৰীৰ লগত তেনেকৈ বহি কথা পাতি থকা দেখি তীক্ষ্ণ চকুৰে মোৰ ফালে চালে। যেন কিবা কথা অনুভৱ কৰি লব্ধহে খুজিছে। মই একো নকৈ লাহেকৈ ওলাই আহিলো, অলপ পিচত দদাও ওলাই আহি এটা চিগাৰেট জ্বলাই আমাৰ ওচৰত বহিল। কিন্তু একো কথা নকলে। মানুহজন অসম্ভৱ ধৰণে গম্ভীৰ !

ভালেমান পৰলৈ দদাৰ লগত থাকি ঘৰলৈ গুচি আহিলোঁ। মনটো অস্বস্তিৰে ভৰি পৰিছিল। দদাৰ মাক মৰাৰ কাৰণে নহয়, খুৰীৰ কথাবোৰ বুজিব নোৱাৰাৰ কাৰণেহে। সুপ্ৰভাই কিবা বেয়া ভাবিব পাৰে বুলি তেওঁক একো নকলোঁ, কেৱল বুঢ়ীৰ অন্ত্যেষ্টি ক্ৰিয়াৰ কথাহে বৰ্ণনা কৰিলোঁ। দদাৰ বিষয়ে সুপ্ৰভাই বা আন যি কোনো মানুহে বেয়াকৈ ভাবিব, সেইটো সহ্য নহল।

ঘনাই দদাৰ খবৰ লৈ থাকিলোঁ। ৰোগিনীৰ অৱস্থা ক্ৰমাৎ বেয়াৰ ফাললৈ যাবলৈ ধৰিলে। দদা এবাৰ যি নীৰৱ হ'ল হলেই; মুখ আৰু নুখুলিলে। কিবা সুধিবলৈকো ভয় লাগে, জানোচা বেয়া পায়।

কেইদিন মানৰ পিচত এদিন গধূলি দদাই চিঠি এখন দি মোক মাতি পঠালে, ৰাতি থকাকৈ। বেমাৰীৰ টান বুলি ভাবি মই সোনকালে খাই-বৈ ওলালো। ওচৰৰ সৰু ছোৱালী দুজনী লৈ সুপ্ৰভা অকলে থাকিল। মই গৈ পাওঁতে দদাই লেম এটা লৈ ডাক্তৰক আগবঢ়াই দিবলৈ ওলাই আহিছিল। মোক বহিবলৈ কৈ ডাক্তৰক পদূলিত থৈ আহিলগৈ। দুয়ো খুৰীৰ ওচৰলৈ গলোঁ। খুৰী চকু মুদি পৰি আছিল। আমালৈ নেচালে। কাম কৰা ল'ৰাটোৱে বিচনি এখন লৈ ওচৰতে বহি আছিল। তাক সেইদৰেই থাকিবলৈ কৈ আমি বাহিৰলৈ ওলাই আহিলোঁ।

বাৰান্দাৰ আন্ধাৰত আমি বহিলোঁ। সকু চহৰৰ নিস্তব্ধতাই ঠাই ডোখৰ আৱৰি ধৰিছিল। তাতে আঁউসীৰ আন্ধাৰত একো নেদেখি। এনে নিজম্পাল, নিৰ্জন আন্ধাৰত যেন কিবা ৰহস্যই আমালৈ খাপপিতি

আছিল। দদাই কলে—"ভায়া অকলে বৰ ভয় লাগে যে, সেই কাৰণে তোমাক মাতিলোঁ। ডাক্তৰে আশা নাই বুলি কৈছে। আশা আগৰে পৰাই মই দেখা নাছিলো।"

মই একো নকলোঁ। দদাই চিগাৰেট উলিয়াই মোক এটা দিলে। অলপ পৰ নিৰৱে চিগাৰেট খোৱাৰ পিচত তেওঁ কলে, "ভায়া, জীৱনৰ পৰা পলাই থাকিব পৰাতে সুখ আছে। স্ত্ৰী পুত্ৰৰ মায়া সেই কাৰণে আমাৰ জ্ঞানীলোকে ত্যাগ কৰিবলৈ কয়।" দদাই মাকৰ মৃত্যুতে এইদৰে দৰ্শন কৰিছেনে ? অলপ পিচত তেওঁ আকৌ কলে, "তুমি কিজানি সকলো বুজিছা ভায়া। তুমি ভায়া মানুহ, বুজিবাই। মই আইৰ জাৰজ সন্তান আছিলোঁ। যদিও দেউতাই বিয়া কৰাইছিল মোৰ জন্মৰ পিচত। মানুহৰ চকুত কোনোদিনেই সহজ, সাধাৰণ হব নোৱাৰিলোঁ। মানুহৰ বেকা চকুৱে যেন মোক সদায় দূৰলৈ ঠেলি নি থাকিল। আই দেউতাক মনেৰে কোনো দিন গ্ৰহণ কৰিব নোৱাৰিলোঁ। বয়স বঢ়াৰ লগে লগে বেছি দূৰলৈহে আঁতৰি গলো। এদিন বিয়াও পাতি দিলে ঘৰত। ভাবিছিলে হবলা গৌতমৰ দৰে সংসাৰত মন বহিব। বুদ্ধ হৈ যাবলৈ ময়ো যত্ন কৰা নাছিলোঁ। কিন্তু পৰিবাৰৰ কাৰণে বুদ্ধ হৈ যাবলৈ বাধ্য হলোঁ। কম সময়তে তেওঁ মোৰ পৰিচয় পালে আৰু বেছি পলম নকৰাকৈয়ে মোক ঘিণ কৰি নিজৰ ঘৰলৈ গুচি গ'ল। তেওঁ স্পষ্ট ভাৱেই জনাই দিলে যে মোৰ হীন জন্মৰ কথা তেওঁ কেতিয়াও পাহৰিব নোৱাৰে। গতিকে এদিন ময়ো ঘৰ-বাৰী এৰি গুচি আহিলোঁ। উভতি যোৱা নাই। মায়ে সময়ে সময়ে চিঠি দি থাকে। গতিকে সকলো খবৰ পাই আছিলোঁ। দেউতা কেতিয়াবাই ঢুকাইছিল—মই গুচি অহাৰ আগতে।"

মই স্তব্ধ হৈ ৰলোঁ। দদাৰ জীৱনৰ নেপথ্যত ইমান ৰহস্য লুকাই আছিল। আমি কোনেও জনা নাছিলোঁ। আমি কোনেও জনা নাছিলো যে সদানন্দ-দাৰ অন্তৰত ইমানবোৰ নিৰানন্দতা অদৃশ্য হৈ আছিল।

সেই দিনা শেষ নিশা খুৰী ঢুকাল।

## চিত্ৰলেখা

হৰি-হৰৰ যুদ্ধ হৈ যোৱাৰ বহুত দিন পিছত চিত্ৰলেখাৰ লগত আকৌ মোৰ দেখা হ'ল। চেহেৰাৰ যথেষ্ট পৰিবৰ্ত্তন হৈছিল। বয়সৰ ছাপ নহয়, যেন আত্ম-নিগ্ৰহৰ তাড়নাতে মানুহ জনীৰ চকুৰে-মুখে আগতে দেখা জ্যোতি ম্লান হৈ গৈছিল। শাৰীৰিক স্বাস্থ্যশ্ৰী তেজ-মঙহৰ লগে লগে যেন গলি গৈছিল।

তথাপি প্ৰথম বাৰতে মই চিত্ৰলেখাক চিনি পালোঁ। আবেলি আগ কালৰ বাৰান্দাতে বহি খবৰ কাগজ পঢ়াৰ নামত বাটকৰাৰ আলেখ-লেখ চাই আছিলো। কাঠৰ গেটখন খুলি নিঃসঙ্কোচ হৰলৈ বৃথা চেষ্টা কৰি তলমূৰকৈ সোমাই অহা ক্ষীণ ছোৱালী জনীলৈ ভালকৈ লক্ষ্য কৰি মই অবাক হৈ গলো : আমাৰ সখী চিত্ৰলেখা!

আৰামী চকিখনৰ পৰা জপিয়াই উঠি খবৰ কাগজখন তাতে পেলাই আগবাঢ়ি গলোঁ। বিষ্ণু ৰাভাৰ নাবদৰ আতটো অনুকৰণ কৰি সেই আগৰ দৰেই কৈ উঠিলো, "এহে, চিত্ৰলেখা দেখোন? একেবাৰেই সৰস্বতী নৈৰ পাৰ পালাহি?"

তেওঁ ইহঁতৰ নামত মুখখন অকমান মেলি কলে,—"ভালনে দুৰবা? ৰেখা ক'ত?"

মই আথে-বেথে তেওঁক ভিতৰলৈ আগবঢ়াই নি চিঞৰিলো, "ৰেখা, অ' ৰেখা, চোৱাচোন কোন আহিছে। আমাৰ চিত্ৰলেখা আহিছে।"

ভিতা হাত দুখন গাতে মচি মচি ৰেখা পাকঘৰৰ পৰা খৰখেদাকৈ ওলাই আহিল। তেওঁ অবাক হৈ গ'ল: "তই? হঠাৎ ক'ৰপৰা ওলালিহি?"

"আগতে বহিবলৈ দেচোন," তেওঁ পাকঘৰ আৰু বৰঘৰৰ মাজৰ বহল মাৰল ঘৰটোৰ চাৰিও ফালে চকু ফুৰাই, যেন বহিবলৈ ঠাই বিচাৰিহে, কলে, "থিয়ৈ থিয়ৈ তোক চব কৰ লাগিবনে?"

মই কলো, "এৰাতোন, ৰেখাৰ চব কথাতে উৎপাত। আহা ভিতৰতে বহোঁগৈ।"

ৰেখাই কলে, "নেলাগে, মই পাকঘৰত কিবা এটা কৰি আছোঁ। আমি তাতে বহোঁগৈ।"

সম্মত হৈ মই আকৌ বাহিৰলৈ ওলাই আহিলোঁ।

তেওঁৰ নাম অৱশ্যে চিত্ৰলেখা নহয়। সেইটো মই আৰু ৰেখাই দিয়া উপাধিহে। হৰি-হৰৰ যুদ্ধ মানেও দেউতা আৰু শহুৰৰ মাজত আমাৰ বিয়াৰ আগতে হোৱা কাজিয়াহে। ৰেখা আৰু মই, কিছুদিন বন্ধুত্বৰ ডোলেৰে বান্ধ খাই থাকি, অনুভৱ কৰিছিলো যে আমি বিয়া কৰাব লাগিব। বিয়া নকৰোৱা হলেও যে আমি জীয়াই থাকিব নোৱাৰিলো হেতেন এনে কথা নহয়। কিন্তু যৌৱনৰ বন্ধুত্বক সম্পৰ্কৰ চাব মাৰি স্থায়িত্বৰ সন্মান দিবলৈ আমাৰ বৰ ইচ্ছা আছিল। এই ইচ্ছাৰ কথা কায়দা কৰি আমি পৰস্পৰৰ ঘৰৰ কাণ চুৱাইছিলোঁ। ফলত দুই ঘৰত জুই জ্বলি উঠিল: কাৰণ সম্বন্ধ পাতিবলৈ আমাৰ জাত-কুল নিমিলে। দেউতা গৰ্জি উঠিল: বিয়া হব নোৱাৰে, হলে সমাজৰ অনুশাসন নমনা ল'ৰাই ঘৰ এৰি যাব লাগিব। ৰেখাক ঘৰৰ পৰা ওলোৱা মাক-দেউতাকে বন্ধ কৰি দিলে। মই ৰেখাক লগ পাবলৈ যাওঁতে বৰ মৰমীয়াল "মাহীদেৱে" মোক "চিৰদিনলৈ" বিদায় দি কৈছিল, "তোমালোকৰ কাণ্ড দেখি আমি বৰ দুখ পাইছোঁ।" দুঘৰক বাদ্ধি থোৱা এনাজৰী ছিগো ছিগো হ'ল। মই খণ্ডতে ভাবি পেলাইছিলো: ভাৰতবৰ্ষ কাহানিকৈ যে সম্পূৰ্ণ বিজতবীয়া হ'ব! ৰেখাই মোলৈ গোপনে

লিখিছিল, "আদালতলৈ গৈ এই মানুহবোৰৰ অপমান-বোধটো সম্পূৰ্ণ কৰি তুলিব নোৱাৰিনে ?"

কিন্তু তাৰ আগতেই চালিছীৰ সফল ৰাষ্ট্ৰসজ্ঘ পাতিবলৈ আগবাঢ়িল চিত্ৰৰেখা। ৰেখা আৰু মোৰ বন্ধুত্ব, আকৰ্ষণ, অনুৰাগ, সকলোতে তেওঁৰ অৱদান কম নাছিল। বিপদৰ সময়তো তেৱেঁই আকৌ আগবাঢ়ি আহিল। নিজৰ পঢ়া-শুনা, কাম-বন সকলো আঁতৰাই থৈ তেওঁ যে কেনেকৈ দিনে-ৰাতিয়ে দুয়ো ঘৰলৈ অহা-যোৱা কৰি, ইমান সাৱধানতাৰে আলাপ-আলোচনা চলাই গৈছিল, মই এতিয়াও ভাবি আচৰিত হৈ যাওঁ! মাজে মাজে মোক আৰু ৰেখাক গোপনে লগ ধৰি ইটো-সিটো কৰিবলৈ কয়। আৰু তালৈ তাৰ তালৈ যাবলৈ কয়; সেইদৰেই তেওঁ হৰি-হৰৰ যুদ্ধ এখন বন্ধ কৰি দিলে। দেউতা হঁতৰ মন লাহে লাহে কুমলি আহিল। চিত্ৰলেখাই কি কি কৈ বুজালে, কিমান যুক্তিপূৰ্ণ বক্তৃতা দিলে, কিমান অনুভূতিৰ জৰীত টান দিলে মই কব নোৱাৰোঁ। কিন্তু দুই বন্ধু দেউতাহঁতে অহা-যোৱা কৰিবলৈ লোৱাত আমাৰ আশা হবলৈ ধৰিলে আৰু শেষ সিদ্ধান্ত হোৱাৰ দৃশ্যটো সখী চিত্ৰলেখীৰ মুখত শুনি মই কোনোমতেই নহঁহাকৈ থাকিব নোৱাৰিলোঁ। দেউতাই হেনো সেইদিনা ৰেখাহঁতৰ ঘৰত বেছ বগৰেই কৰিছিল গৈ; এবাৰ ৰেখাৰ দেউতাক উঠি গৈ জীয়েকক পঠিয়াই দিলে আৰু ৰেখাই দেউতাৰ ভৰিত পৰি কান্দি পেলোৱাত হেনো দেউতাই তেওঁক "আয়ো মোৰ মাজনী" বুলি সাৱটি ধৰি পিঠিত পাবেমানে হাত বুলাইছিল।

আমাৰ বৈৱাহিক জীৱন সফল হওক-নহওক, প্ৰেমৰ প্ৰথম চোক থাকক নাথাকক চিত্ৰলেখাৰ কথা মনত পেলালে শ্ৰদ্ধা আৰু কৃতজ্ঞতাত আমাৰ মূৰ দোঁ-নোখোৱাকৈ নেথাকে।

* * *

"দুৱৰা !"

—অতীতৰ স্মৰণত মনটো কৰুণ হৈ আহিছিল, মোক মতা শুনি উচাপ খাই উঠিলোঁ। দুৱাৰ মুখত চিত্ৰলেখা। "একেলগে চাহ খাওঁগৈ আহক। আপুনি আবেলি খোৱা নাই নহয়?"

আৰামী চকিখনৰ পৰা উঠি ব্যস্তভাৱে কলোঁ, "বলা, আজি চাহতো একেলগেই খাম। চিত্ৰলেখাই যে আজি মৰম কৰি সৰগৰ পৰা আমাৰ ঘৰলৈ নামি আহিছে।"

এক নিমিষ মোৰ চকুলৈ চাই তেওঁ চকু নমাই বাহিৰলৈ চালে। অকমানি হাঁহি এটা মাৰিলে, যিটো হাঁহি মই কেৱল ছোৱালীৰ মুখতেই দেখিছোঁ, যাৰ অৰ্থ মই আজিও উলিয়াবলৈ টান পাওঁ। বহুত দুখ, অলপ তাচ্ছিল্য, অলপ অভিমান যেন তাৰ অন্তৰালত লুকাই থাকে। কিন্তু সেইবোৰৰ ভিত্তিটো আমি বিচাৰি নেপাওঁ। সেই ভিত্তি বিচাৰি পাব লাগিলে সেই হাঁহিৰ গৰাকিনীৰ গোটেই জীৱন বৃত্তান্ত জানিব লাগিব। সেইটো জনাৰতো উপায় নাই। গতিকে হাঁহিৰ অৰ্থও আমাৰ কাৰণে নাই।

চিত্ৰলেখাৰ মুখতো সেই হাঁহি দেখি মই অবাক হৈ চাই থাকিলোঁ। ঘৰৰ পৰা বহুত দূৰৰ স্কুলত মাষ্টৰনীৰ কাম কৰা, বিয়াৰ প্ৰতি এভাই দেখুৱাই অহা, নিস্প্ৰভ-জ্যোতি এই দৰদিনী সখীৰ জীৱনৰ কি দুখ? কি ৰহস্য? তেওঁৰ বাবেও এজনী চিত্ৰলেখাৰ আৱশ্যক আছে নেকি?

দুপদুপাই বাহিৰৰ ফাললৈ ওলাই অহা ৰেখাৰ ক্ষিপ্ৰ পদশব্দত মই চক খাই উঠিলোঁ। ৰেখাৰ অস্তিত্ব ক্ষন্তেকৰ বাবে পাহৰি গৈ মই যেন অন্যায় কৰিছিলোঁ। জানো, মোৰ মনত কোনো অন্যায় বাসনা নাই। তথাপি স্ত্ৰীৰ বৰ্তমানত চিনাকী অবিবাহিতা ছোৱালী এজনীৰ মুখলৈ একথৰে চাই কৰুণ হৈ থোৱাত কোনোবাই পাপ বিচাৰিলেও বিচাৰিব পাৰে। তদুপৰি চিত্ৰলেখাও সসঙ্কোচে সজাগ হৈ উঠিল। তেওঁ ইফালে-সিফালে চাই ৰেখা অহালৈ বাট চালে। তেন্তে তেওঁ বুজিছে যে আমাৰ অন্যায় হৈছে?

উৰি অহাদি ৰেখা আহিছিল, দুৱাৰ মুখত ঘপকৰে বৈ গ'ল। খং নে উত্তেজনাত ৰঙা পৰা মুখখন আৰু উন্মাদ চকু দুটা দেখি মই অবাক হৈ গলোঁ। কিন্তু বৰ দুখ পাই মই অনুভৱ কৰিলোঁ। বৰ নিৰাশ হলো, ৰেখাৰ মাজত ভেনে এজনী ছোৱালী দেখি। আমাৰ প্ৰেম, প্ৰেমৰ কাৰণে যুদ্ধ, সখী চিত্ৰলেখাৰ দৌত্য সকলো নিৰৰ্থক নিৰৰ্থক যেন লাগিল। তেওঁ মোক সন্দেহ কৰিব পাৰিব সেইটো সপোনতো ভৰা নাছিলো।

চিত্ৰলেখাই কলে,—"চাহ হ'ল তোৰ? ব'ল, মই দুৱৰাক মাতি-ৰলৈহে আহিছিলো।" অপৰাধ এৰাবলৈহে যেন যত্ন কৰি তেওঁ ভিতৰলৈ সোমাই গ'ল। মোৰ ফালে এবাৰ চোকা নজৰ দি ৰেখাই পাচ ললে। মই মনৰ বিৰুদ্ধে গৈও পৰিস্থিতিটো পাতলাই দিবলৈ চেষ্টা কৰিলোঁ, "ৰেখা, চিত্ৰসখীক ৰাতি ভাত খাবলৈকে ৰাখা নহলে। ইমান দিনৰ মূৰত আহিছে।"

পাকঘৰৰ দুৱাৰমুখৰ পৰা উভতি চাই চিত্ৰলেখাই কলে—"ভাত খাবলৈ ৰখাবহে হয়, তাই মোক কেতিয়া যায়, কেতিয়া যায় দেখিছে।"

ৰেখাই নহঁহাকৈয়ে কলে—"আজি নেলাগে থক। কাইলৈ বা পৰহিলৈ খাবহি।"

"সেইয়া নকৈছিলো?" বুলি চিত্ৰলেখা সোমাই গ'ল।

তিনিও চাহ খাবলৈ বহিলো। সকলো কথা পাহৰি যাবলৈ যত্ন কৰি বা পাহৰাই থবলৈ যত্ন কৰি ময়েই অনৰ্গল কথা কৈ যাবলৈ ধৰিলোঁ। কিমান দিন থাকিব, স্কুলত কি কি পঢ়ায়, কাৰ লগত থাকে, ভাত ৰান্ধি খায় নেকি, ঘৰলৈ কিয় নাহে ইত্যাদি কথা একালৰ পৰা সুধি গলোঁ। আমাৰ কথাও কলোঁ। অকলে এই ঘৰটো লোৱাৰ কথা, ঘৰৰ পৰা এতিয়াও আজ্ঞা পঠাই থকাৰ কথা, ৰেখাৰে মোৰে খুটিখাট লাগি থকাৰ কথা, ৰেখাৰ ছোৱালী এজনী হৈ দুদিন থাকিয়েই মৰাৰ কথা। একালৰ পৰা কৈ গলোঁ। অৱশেষত সুধিলোঁ তেওঁ বিয়া নকৰায় নেকি? কাম কৰা ঠাইত বিয়াখন হব বুলি শুনিছিলো সঁচা নেকি?

চিত্ৰলেখাই ৰেখাৰ ফালে চাই হাঁহি কলে,—"কিয়, কবোন্নাবোৰ বৰ সুখত আছেনেকি ?"

ৰেখাই ভেকাহি মৰাৰ দৰে কলে,—"ইস ঠাই নাই একেবাৰে! যিটোহে সুখত আছোঁ মই"! তেওঁ কাপ-প্লেটবোৰ চপাবলৈ ধৰিলে।

মই কলো, "দেখিলা এতিয়া দুখত পৰিছে বুলি চৰ বদনাম মোৰ গাতেই পৰিলগৈ আৰু!"

* * *

তথাপি মনটো মুকলি নেলাগিল।

বান্ধৱীৰ প্ৰতি ৰেখাৰ এই বিৰাগ ভাৱে মোক আগতেও বহুবাৰ মনোকষ্ট দিছে। কেনে দুৰৱস্থাৰ পৰা উদ্ধাৰ কৰি তেওঁ আমাৰ বিয়াখন হৈ উঠাত সহায় কৰি দিছিল সেই কথা তিনি-চাৰি মাহতে ৰেখাই পাহৰি যাবলৈ ধৰাত মই এদিন বৰ আচৰিত হৈ পৰিছিলোঁ। দুখো লাগিছিল, খঙো উঠিছিল, কিয়নো মই অনুভৱ কৰিছিলো যে অকৃতজ্ঞতাৰো এটা সীমা থাকিব লাগে। আমাৰ শুভাকাঙ্ক্ষিনীৰ প্ৰতি মোৰ খুব আগ্ৰহ হোৱা স্বাভাৱিক। গতিকে তেওঁৰ কথা মই ৰেখাৰ লগত খুব প্ৰশংসাৰেই সদাই পাতোঁ। কিন্তু তেওঁৰ প্ৰতি ৰেখাৰ আগ্ৰহ কমি অহা দেখি মই মনে মনে আহত হৈছিলোঁ। একোবাৰ অনুভৱ হৈছিল, হয়তো চিত্ৰলেখাৰ কথা ৰবকৈ কৈ থকাৰ বাবেই ৰেখাৰ মনত অলপ ঈৰ্ষা হৈছে। সেইটো হোৱা স্বাভাৱিক। কাৰণ মোৰ মনটো আন এজনী ছোৱালীয়ে আগুৰি ধৰি থাকিলে ৰেখাই ভাল নেপাবইতো। কিন্তু মই ৰেখাৰ আসনত চিত্ৰলেখাক কেতিয়াও বহুওৱা নাই।

সেই কাৰণে মই আচৰিত হৈ যাওঁ যেতিয়া বৰ অতিষ্ঠ হোৱাৰ দৰে ৰেখাই কৈ উঠে, "ইস্ খালি সখী সখী সখী! সংসাৰত আৰু মানুহ নাইনেকি ?" এনে সময়ত মই মনে মনে থকাৰ বাহিৰে আন একো উপায় নেপাওঁ। ৰেখাৰ বিতৃষ্ণা ঐকান্তিক। কিন্তু মোৰো কোনো অন্যায় আচৰণ বিচাৰি নেপাওঁ। সেয়ে মই নিৰুপায় হৈ পৰোঁ।

আজিও পদূলিলৈকে চিত্ৰলেখাক আগবঢ়াই দি আহি যেতিয়া ঘৰ

সোমালোঁহি তেতিয়া আমাৰ দুয়োৰে মন গধুৰ হৈ থাকিল। ৰেখা আৱস্তৰে পৰা সহজ হব নোৱাৰিছিল, ময়ো তেওঁৰ আচৰণ আজি আকৌ বুজিব নোৱাৰিলোঁ। মোক যেন তেওঁ অযথা সন্দেহ কৰিছে, এনে অনুমান হ'ল। তেওঁ কি ভাবিছে, স্পষ্ট ভাৱে সুধি পেলাবৰ মন গৈছিল। কিন্তু তেওঁৰ মুখৰ গঢ়-গতি দেখি একো নুলিয়ালোঁ। তেওঁৰ খংটো বৰ বেয়া ধৰণৰ। তাতে কাজিয়া মোৰ ভাল নেলাগে।

মন বেয়া লাগি থকাত মুনিচুনি বেলিকা এপাক ফুৰি আহিবলৈকে ওলালোঁ। কাপোৰ সাজ সলাই মাত লগাই ওলাই আহোঁতেই ৰেখাই কলে,—"সোনকালে আহিব, কলৈকো যাব নেলাগে।" মোৰ হঠাৎ খং উঠি গ'ল। যেন মই লুকাই-চুৰকৈ চিত্ৰলেখাক লগ পাবলৈকে ওলাইছোঁ। কিন্তু মুই কিবা কোৱাৰ আগতেই তেওঁ চোতাললৈ নামি গৈ বাৰীখনৰ ফালে উভতি নোচোৱাকৈয়ে গুচি গ'ল।

ওলাই আহি বাটে বাটে ঘূৰিলোঁ। মনটো কিবা উগুল-থুগুল লাগিয়েই থাকিল। জোৰ কৰি পাহৰি থাকোঁ বুলি বন্ধু এজনৰ দোকানতে সোমাই পৰিলোঁ। তাতে আমি বন্ধু-বান্ধৱে মাজে মাজে আড্ডা দিওঁ। ভিতৰ ফালে বহি এজাকে তাচ খেলি আছিল। ময়ো ওচৰতে বহি পাৰিলোঁগৈ। চিএগ্ৰৰ-বাখৰৰ মাজত পৰি চাহ-চিগাৰেট খাই, খবৰ কাগজ লুটিয়াই আৰু দোকানী বন্ধুৰ লগত মেল মাৰি যেতিয়া আহিবলৈ উঠিলোঁ, তেতিয়া ৰাতি আঠ বাজি গ'ল। নিজকে পাহৰি থাকিব পাৰিলোঁ হয়, কিন্তু এতিয়া ৰেখাৰ কথা মনত পৰি বুকু কঁপি উঠিল। সোনকালে উভতিবলৈ কৈছিল অথচ ইমান পলম হৈ গ'ল।

খৰখেদাকৈ গৈ ঘৰ পালোঁগৈ। মাত দিয়াত ৰেখাই দুৱাৰ খুলি দিলে। কিন্তু মোৰ ফালে নেচাই বৰ গম্ভীৰ ভাৱে ভিতৰলৈ গুচি গ'ল। বুজিলোঁ, কথাটো বৰ বেয়া হল।

নিশ্চয় খং উঠিছে। দুৱাৰখন মাৰি শোৱা কোঠালৈ গৈ দেখিলোঁ বিচনাত উপৰমুকৈ পৰি ৰেখাই কিতাপ এখন পঢ়ি আছিল, অথবা মোৰ লগত কথা নেপাতিবলৈকে পঢ়ি দেখুৱাইছে। অপৰাধ স্বীকাৰ কৰাৰ

ৰে কলোঁ।—“মদনৰ দোকান পালোঁগৈ বুজিছা। তাহাঁতৰ লগত পৰি ৰহি থাকোঁতে তুমি সোনকালে আহিবলৈ কোৱাৰ কথা পাহৰিয়ে গলোঁ।।”

ৰেখাই একো মন্তব্য নকৰিলে। লৰচৰো নকৰিলে। যেন মোৰ কথা শুনাই নাই। মুখ খন সেই গম্ভীৰেই। কাপোৰ সলাই গামোচাখন লৈ হাত-ভৰি ধুবলৈ ওলাই গলোঁ।। উভতি আহি দেখোঁ গাৰুত মুৰ গুজি ৰেখা পৰি আছে। গামোছাখন থৈ মুৰটো আচুৰিবলৈ লওঁতে কোনোবাই উচুপা যেন শুনি চাৎ-কৰে উভতি চালো আৰু ফনী খন থৈ ৰেখাৰ ওচৰ পালোঁহি।

তেওঁ খুব কান্দিছে। হেঁচা মাৰি ধৰা মুখখনৰ পৰা কান্দোনৰ শব্দ ওলাই আহিব পৰা নাই। কিন্তু গোটেই গাটো উঠা-নমা কৰি কঁপি উঠিছে। বিছনাতে বহি তেওঁৰ মুৰত হাত দি বৰ উদ্বিগ্নতাৰে সুধিলো —“কি হৈছে ৰেখা ?” তেওঁ আচাৰ মাৰি মুৰটো আঁতৰাই ললে। কিন্তু লগে লগে সোঁ হাতখন গাৰুৰ তললৈ নি নাম-ঠিকনা নথকা বগা লেফাফা এটা উলিয়াই উমানতে মোৰ ফালে আগবঢ়াই দিলে। একো বুজিব নোৱাৰিলোঁ।। তথাপি লেফাফাটো লৈ ভিতৰৰ পৰা চিঠিখন উলিয়ালোঁ। ৰেখাই বিপৰীত ফালে মুখ কৰি চকুপানী মচিলে।

মই পঢ়িলোঁ :

দুৰৱা,

মই কাইলৈ ৰাতিপুৱাৰ ৰাছতে যামগৈ। ইয়াৰ মাজতে যেন আপুনি মোক বিচাৰি নেযায়। গলে মই দেখা নিদিওঁ। আপোনাক অপমান কৰিবৰ ইচ্ছা মোৰ নাই। অথনি তাৰপৰা গুছি আহোঁতেই থিৰ কৰিলো, ইয়াৰ পৰা চিৰদিনৰ কাৰণে গুছি ৰামগৈ।

আৰু এটা কথা থিৰ কৰিলোঁ, ইয়াৰ পৰা গৈ পায়েই ভাত বিয়াখন পাতি পেলাম। আপোনালোকক নেমাতোঁ। ঘৰৰ পৰা যদি মাতে, নেযাব। যি জন মোৰ জীৱনৰ গৰাকী হব তেওঁক বহুত দুখ দিলো। কিন্তু তেওঁ ইমান ভাল যে মোৰ শেষ কথালৈকে অপেক্ষা কৰি আছে।

ও বা ওঁহো বিয়েই হওক। নেভাবিব যে তেওঁ নিতান্ত চিলা মানুহ। মোৰ কাৰণে তেওঁ অপেক্ষা কৰি আছে নিতান্ত ঐকান্তিকতাৰ কাৰণেহে। ঐকান্তিকতা এটা বলহে। "যে আমাৰে দেখিবাৰে পায়, অসীম ক্ষমায়, ভালো মন্দ মিলায়ে সকলি, এবাৰ পূজায় তাৰি আপনাৰে দিতে চায় বলি।"

চিত্ৰলেখাৰ মাজত বন্যাক বিচাৰি পাই ভয় খাবনেকি? অভয় দিবৰ কাৰণেই এই চিঠি লিখিছোঁ।

যেতিয়া স্কুলৰ কামটো লৈ গুছি গৈছিলোঁ, তেতিয়া চিৰদিনৰ কাৰণেই গুছি গৈছিলোঁ। কেতিয়া যে কেনেকৈ মন পিচলি গ'ল মই গমকে নেপালোঁ। নহলে ৰেখাৰ লগত শত্ৰুতা কৰাৰ কথা মই সপোনতো ভবা নাছিলোঁ। তাই মোৰ কিমান ডাঙৰ বন্ধু! আমি কিমান দিনৰ লগৰী আপুনিতো জানেই। তথাপি তায়েই মোক শত্ৰু বুলি ভাবিব লগীয়া হ'ল। সেইদৰে ভবাত মই তাইক বাধা দিব নোৱাৰোঁ, তাই ঠিকেই ভাবিছে। তাই মোক কোনো কালে ক্ষমা কৰিব নোৱাৰে। তাইৰ নিচিনা পৰিস্থিতিত ময়ো মোক ক্ষমা কৰিব নোৱাৰিলোহেঁতেন। আজি সকলো শেষ কৰি যাবৰ পৰত আৰু আশৈ নেমাতোঁ: ময়ো তাইক ঈৰ্ষা কৰোঁ। আপুনি নিশ্চয় বুজিব পাৰিছে এই সকলোবোৰৰ হেতু আপুনিয়েই। সকলো দোষ স্বীকাৰ কৰি গৈছোঁ। পাৰিলে ক্ষমা কৰিব। কৰোঁ বুলি দোষ কৰিলে আইনত শাস্তিৰ দিহা আছে। অনিচ্ছাকৃত দোষৰ বাবেও দেখিছোঁ শাস্তি আছে—নৈতিক শাস্তি। সেই শাস্তি মোৰ বাঞ্ছনীয়। ৰেখাই মোক কেতিয়াবা ক্ষমা কৰিব পাৰিলেও মোৰ শাস্তি নহব। আপোনাক ভাল পাওঁ বুলি কবলৈ মোৰ অধিকাৰ নাই। এদিন আপোনাৰ চৰম বিপদ হৈছিল বুলি ভাবিয়েই আপোনাক সহায় কৰিছিলোঁ, সহানুভূতি দিছিলোঁ। কৃতজ্ঞতাই তাৰ উচিত প্ৰতিদান আছিল। কিন্তু আপুনি কিয় যে তাৰ পৰিবৰ্তে মোক অশান্তি দিলে সেই কথা ঈশ্বৰেহে জানে। মোৰ আস্পৰ্দ্ধাৰ বাবে ক্ষমা কৰিব। আপোনাৰ ওচৰলৈ কেতিয়াও নাহিম বুলি ভাবিছিলোঁ।

কিয় আহিলোঁ৷ সুস্থ্ৰিৰ। ভবিষ্যতে কেতিয়াও যে নাহোঁ৷ সেইটো ঠিক। ৰেখাই মোক কেতিয়াবাই ধৰা পেলাইছিল। তিকতা মানুহৰ তেজতে সেই গুণটো আছে। তাইৰ আচৰণত সেইটো আগতেও ধৰিব পাৰিছিলোঁ। আজিও দেখিলোঁ। ভাত খাবলৈ নেমাতোতেও বুজিছিলোঁ। তাইৰ আগত মই আৰু মুখ দেখুৱাব নোৱাৰোঁ। এই চিঠিৰে ছুয়ো ছুয়োৰে পৰা বিদায় ললোঁ। শুভেচ্ছা জনাব নোৱাৰিলোঁ। মুখেৰে কব পাৰিলোহেঁতেন। কিন্তু ফাকি দিবৰ আৰু ইচ্ছা নাই।

ইতি—

চিত্ৰলেখা



## শালপতি

শালপতি চাৰিঠেঙীয়া। নাম টম। পৰিচয় এসপ্তাহৰ। কিন্তু আজি আমাৰ বৰ হৃদ্যতা। একে ঘৰতে থাকোঁ। কাৰো বিয়া হোৱা নাই। মোৰো, শালপতিৰো। হব পাৰিলেহেঁতেন, সেই অৰ্থত আমি শালপতি। আমাৰ নোহোৱা পত্নী দুগৰাকীয়ে আমাক প্ৰত্যাখ্যান কৰিলে। তাতেই আমাৰ মিল। তেতিয়াৰ পৰা আমি শালপতি।

এসপ্তাহৰ আগতে যিদিনা শোভনাই মোক তেওঁৰ ঘৰৰ পৰা এক-প্ৰকাৰ বাহিৰেই কৰি দিলে সেইদিনা অধোমুখে ওলাই আহি গেটৰ বাহিৰত দেখো এটা কুকুৰ: সি তাৰ জোঙা মুখখন অলপ ওপৰলৈ তুলি শোভনাইতৰ ঘৰলৈ চাই আছিল। শোভনাই মোক অপমান কৰি গালি পৰাৰ কথা সি শুনি আছিল নে কি কব নোৱাৰোঁ। বঙা-চঙা পৰা কাণ-মূৰেৰে মই গম্ভীৰ হবলৈ যত্ন কৰি তাৰ কালে কেৰাহিকৈ অলপ চাই লাহে লাহে গুছি আহিলোঁ। অলপ দূৰ আহি কিহবাই মোক অনুসৰণ কৰা যেন পালোঁ। উভতি চাই দেখোঁ, কুকুৰটো: মাজবাটতে সি মোৰ কাপোৰ শুঙি মোৰ চকুলৈ চালে। এটা থুলন্তৰ, চাদা-চিখা বঙা-বগাৰে পখৰা জাতে-পাতে দেশী কুকুৰ। মই চিনি পালো।

সেইটো টম্।

আমি আকৌ খোজ ললোঁ। মোৰ প্ৰতি হোৱা তাৰ আকস্মিক আকৰ্ষণটোৰ কাৰণ বিচাৰিবলৈ ধৰিলো। শোভনাইতৰ হাউলিহেন ঘৰ 'ডি মুক'ত মই বহুত দিন দেখিছো। দেখিছোহে, মন কৰা নাই।

ক'ব, কাৰ ভাবি মুৰ ঘমোৱা নাই। সুশোভনা চলিহাৰ ৰূপৰ ভাং খাই মই তেতিয়া চকু থাকিও অন্ধ। টমৰ নিচিনা দেশী ভতুৱা কুকুৰ এটাৰ ফালে চকু দিবলৈ মোৰ দৃষ্টিয়েই নাছিল। দুদিন নে তিনিদিন শোভনাই তাক 'ছেই ছেই যাঃ যাঃ' বুলি 'ডি নুক'ৰ পৰা খেদি দিয়া দেখিলোঁ। মই একো নোসোধাকৈয়ে তেওঁ টুথ্‌পেষ্টৰ বিজ্ঞাপনৰ দৰে বগা ডালিম গুটিবোৰেৰে মিচিকিয়াই কৈছিল, "আমাৰ ভায়োলাৰ প্ৰেমত পৰিছে। সদায় তাইক বিচাৰি আহে।"

ভায়োলা শোভনাৰ বৰ মৰমৰ নোমাল বিলাতী কুকুৰ-জনী। বৰ ভুকে। স্বভাৱটো ঢোৰা সাপৰ দৰে। টমক প্ৰশ্ৰয় কিমান দিছিল ক'ব নোৱাৰোঁ। টম্ হলে প্ৰায়েই আহিছিল। শোভনাৰ চাকৰণী জনীয়ে কোৱা শুনিছিলোঁ, তাৰ নাম টম্। কাৰ বুলি কৈছিল জানো মনত নাই। ভায়োলা ভুটান মেলা বা শ্বিলঙৰ কুকুৰ নহয়। খোদ বিলাতৰ পৰা কোনোবা চাহাবে অনা। তেওঁৰ মেমে শোভনাক উপহাৰ দিছিল। ভায়োলাৰ প্ৰতি শোভনাৰ স্নেহ অভাৱনীয়। দিনটোৰ বহু ঘণ্টামান কোলাতে লৈ নোমাল ডিঙিটোতে হাত বুলাই থাকে। চাকৰণী জনীয়ে এদিন মোৰ আগত ফুচফুচাই বহইচ কৰিছিল, "আইদেৱে, আবাবা, মিছি বাবাই বিছনাত ভায়োলা শুই থকাতো দুদিন একো আপত্তি নকৰিলে।"

'ডি নুক'-তনো টমৰ স্থান হব পাৰেনে? ভতুৱাইনো ভায়োলাৰ প্ৰেম পাব পাৰেনে? শোভনাৰ মুখত টমৰ প্ৰতি সদাই ছেই-ছেই। মানুহ লগায়ো খেদে। এদিন ভায়োলাকে লগাই দিলে। তাই বাঘিনীৰ দৰে খেং খেং কৰি খেদি গৈ বেচেৰা টম্‌টোক একেবাৰে 'ডি নুক'ৰ পৰা বহল পৃথিৱীলৈ উলিয়াই দিলে। সেয়া আজি দুসপ্তাহৰ কথা। তাৰ ঠিক এসপ্তাহৰ পিচতে শোভনাই মোক উলিয়াই দিলে।

আই ঐ দেহি, টমৰে মোৰে একে অৱস্থা!

ভলাটো খুলি ঘৰত সোমায়েই উভতি চালোঁ। টম বাহিৰতে বৈ

আছে। চকুত অনুমতি প্ৰাৰ্থনা। হাত দুখন আগুৱাই দি মাতিলোঁ, "আহ টম।" সি একে জাপেই আহি আগ ঠেং দুটাৰে মোৰ বুকুত সোমাই পৰিল। মাটিতে বহি পৰি তাক সাৱটি ধৰিলোঁ, সি মোৰ ডিঙিৰ ওচৰেদি তাৰ মুক মুখখন আগবঢ়াই দিলে। "টম, টম, তোৰ বাহিৰে মোৰ কোনো নাই অ'।" কি আচৰিত মোৰ মাতত কান্দোন আছিল। "মোক ঘৰত কোনেও দেখিবই নোৱাৰে। তই চাগৈ একো নাজান। মই ভুল কৰি ঘৰৰ লগত কাজিয়া কৰিলো টম।" সি উত্তৰত কেবল কোঁ-কোঁৱালে।

সেই দিনাৰ পৰা সি মোৰ লগতে আছে। সেইদিনাৰ পৰা আমি শালপতি।

আমি খুব ওচৰ-সম্বন্ধীয় মানুহৰ দৰে হৈ পৰিলোঁ। একেলগে আমি ফুৰিবলৈ নেযাওঁ। মই ক'ৰবাৰ পৰা ঘৰ সোমালেহি সি ক'ৰবাৰ পৰা ওচৰ চাপি আহে। মই মিচিক কৰে হাঁহো। উত্তৰত সি মোৰ গাটো শুঙি চায়। মই বিচনাত পৰি আকাশ-পাতাল ভাবি থাকোঁ। সি, নিজৰ দুখৰ কথা ভাবিয়েই কিজানি, বাহিৰৰ বাৰান্দাত বহি থাকে। কোনোবাই মোক বিচাৰি আহিলে বৰ আমনি পাওঁ। সিও, কোনোবা মানুহ আহিলে সন্দেহ কৰা দূৰৰ কথা, আগ ঠেঙত পেলাই থোৱা মুৰটোকে নেদাঙে। বান্ধনি লৰাটোৱে মোক ভাত বাঢ়ি দি তাকো মই দেখাকৈ বাহিৰৰ চোতালত দিয়ে। এবেহা দিবলৈ মই মানা কৰি দিছিলোঁ। একোবাৰ ভাব হয় ওচৰতে বহুৱাই তাকো খাবলৈ দিওঁ। কিন্তু বান্ধনিটোক কবলৈ সাহ নহয়। বৰ বেয়া লাগে। ৰাতি মই শোৱাৰ পিচত সিও সৰু ঘৰটোৰ ইটো কোঠাত শুই থাকে। মাজনিশা কোঁতিয়াবা দুশ্চিন্তাত নিজকে ভয় লাগিলে টম্ বুলি মাতোঁ, সি একে জাপেই ওচৰ পায়হি। গাত থপৰিয়াই থপৰিয়াই বিচনাৰ ওচৰতে তাক শুৱাই লওঁ।

কেতিয়াবা একেথৰে আমি ভালেমান পৰ [illegible] চকুলৈ চাই থাকোঁ। ভাবো : বেচেৰা টমটো, কোনে জানে কিমানৰ ঠেলা-[illegible]

খাই সি মোৰ ওচৰ পাইছেহি? ঠিক মোৰ নিচিনাকৈয়ে। ভাল চাকৰি এটা পোৱাৰ কথা আছিল। অনেক বিফলতাৰ পিচত, অনেক দেশ-নেতা আৰু এম্. এল্. এৰ চাৰ্টিফিকেট সংগ্ৰহ কৰাৰ পিচত, অনেক কাকুতি কৰা আৰু দাবি ধমকি দিয়াৰ পিচত শকত দৰমহাৰ চৰকাৰী চাকৰিটোৰ বাবে ভাল নমিনেশ্যন পাইছিলোঁ। কিন্তু ইণ্টাৰভিউৰ সময়ত চাকৰিৰ গৰাকী কমিছনাৰে ক'লে, "নাইহে তোমাক এইবাৰ দিব নোৱাৰিলোঁ। এই চাকৰিটো অমুকক দিবই লাগিব। তেওঁৰ বাবে মিনিষ্টাৰে বহুত দিনৰে পৰা কৈ আছে।" কমিছনাৰক ৰঙা চকু দেখুৱাই আগৰ কেৰানী কেৰানীয়েই হৈ থাকিলোঁ।

শোভনাৰ প্ৰতি ইমান মোহ কেনেকৈ হ'ল কব নোৱাৰোঁ। কলেজৰ পৰিচিতা সুশোভনা চলিহা। ধুনীয়া ছোৱালী। শুনা যায় প্ৰথম কলেজলৈ আহোঁতে ঈৰ্ষাতে আন আন ছোৱালীয়ে খেদি খেদি চাইছিল। মই আছিলোঁ কলেজৰ শ্ৰেষ্ঠ ডিবেটৰ; কলেজলৈ কেবাটাও বঁটা আনিছিলোঁ। মক এছেমব্লীত মই বিৰোধী দলপতি হৈছিলোঁ। সুশোভনা চলিহাই এদিন চিনাকি হৈ বৰকৈ প্ৰশংসা কৰিলে। তেতিয়াৰে পৰা মই উপযাচি লগ ধৰা হলোঁ। আন কি 'ডি লুক'লৈকো যাবলৈ আৰম্ভ কৰিলোঁ। প্ৰকাণ্ড হাউলিটো দেখি প্ৰথমে ভয় লাগিছিল যদিও শোভনাৰ সহজ ব্যৱহাৰ দেখি ক্ৰমে ভয় কাটি আহিল। সেইটোৱেই বোধহয় ভুল হ'ল।

ঘৰৰ পৰা চিঠি আহিল মোৰ 'কাণ্ডকাৰখানা' বন্ধ কৰিবলৈ। মনে মনে কলো, 'কুছ পৰোৱা নাই।' স্কুল-মাষ্টৰী কৰা দেউতাই বি-এ পৰীক্ষাৰ পিচত জোৰ দি মাতি পঠিয়ালে। মই চাকৰিটোৰ যোগাৰ কৰি থাকি গলোঁ। শুণতে দেউতাই লিখি পঠালে—'ঘৰলৈ আৰু আহিব নেলাগে।' মেছৰ আনকেজনে পৰীক্ষা দি গ'লগৈ। ঘৰটোত মই অকলে থাকিলোঁ।

তাৰ পিচত শোভনাই অপমান কৰি খেদি দিলে। অথচ ইমানবোৰ টকা-টকা খালোঁ। টমৰ আগ-জীৱনো বাৰু এনেকৈয়ে গ'লনেকি?

কথা কব পৰা হলে সি নিশ্চয় মোক সকলো কথা কলেহেঁতেন। তাৰ চাগৈ কৰৰ খুব মন যায়। ময়োতো তাক মোৰ কথা একোকে কৰ পৰা নাই। আচৰিত, আমাৰ মনৰ দুখ খুলি কব পাৰোঁ পৰস্পৰকহে, অথচ কৰৰ উপায় নাই।

বেচেৰা টম। বহুত দিন কিজানি সি মৰম পোৱাই নাই। নহলে মোৰ দৰে নিঃস্বৰ মৰম অকণমান পায়েই সি এইদৰে অন্ধভাৱে মোৰ অনুগত হৈ নপৰিলেহেঁতেন। যেতিয়া ভাবোঁ, সি জীৱনত কেতিয়াও মৰম পোৱা নাই তেতিয়া বৰ দুখ লাগে। তাক সাৱটি ধৰোঁ। সি কোঁ-কোঁ কৈ কিবা ক'ব খোজে। মনতে কওঁ, "বুজিছোঁ টম, বুজিছোঁ। তই কব নেলাগে। তোৰ কোনো নাই নহয়নে? মোৰো কোনো নাই। তয়েই মোৰ সকলো, ময়েই তোৰ সকলো।"

ভায়োলাৰ লগত টমৰ তুলনা হয়নে? কি আছে ভায়োলাৰ? কেৱল ভেম। আহ্বান নাই, আছে কেৱল প্ৰত্যাখ্যান। প্ৰেম নাই, আছে কেৱল ঘৃণা। টমৰ ভিতৰত দিব পৰা ইমানখিনি আছে, কিন্তু পৃথিৱীত লওঁতা নাই।

সুশোভনা চলিহালৈ এখন চিঠি লিখিলোঁ। হিয়া উবুৰিয়াই ভালপোৱা ছোৱালীজনীক হিয়া উবুৰিয়াই গালি পাৰিলোঁ। কলোঁ যে যুগে যুগে এনেকৈ নাৰীয়ে পুৰুষক প্ৰবঞ্চনা কৰি আহিছে। সেই কাৰণেই নাৰী পুৰুষৰ অবিশ্বাস্য আৰু শাসনাধীন হৈ পৰিছে। মোৰ দুখ এয়ে যে অভিজ্ঞতাৰ মাজেদি মোৰ শিক্ষা হ'ল। তোমাক মই এতিয়া ঘৃণা কৰোঁ।

চিঠিখন ডাকত দি আহি টমক কলোঁ, "ৰোমান্স নিষ্কৰ্মাৰ কাম টম। ইমানখিনি সময় মই দেউতাৰ ঘৰখনকে ভাল কৰি তুলিব পাৰিলো-হেঁতেন।" টমে মোৰ চকুলৈ চাই থাকিল। বাবুনি লৰাটোৱে আহি সুধিলে, "কি কৈছে বাবু?" যোগা চকুৰে অলপ পৰি[illegible] কাণৈ চাই থাকি কলো, "চাহ একাপ দে।"

আশা কৰা নাছিলোঁ। কিন্তু দুদিন পিচত শোভনাৰ উত্তৰ আহিল ঃ নিজৰ মূৰ্খামিকে পুৰুষে নাৰীৰ প্ৰবঞ্চনা বুলি চলাই দিয়ে। তোমাৰ ওপৰত মোৰ পুতৌ হৈছে। কলেজত পঢ়াৰে পৰা তোমাক শ্ৰদ্ধা কৰিছিলোঁ। এতিয়া দেখিছোঁ প্ৰশ্ৰয়হে দিছিলোঁ। তোমাক ভাল পাব নোৱাৰাটো মোৰ দোষ নেকি ?

লাজে-অপমানে গোটেই গধূলিটো লুকাই ফুৰিলোঁ। দোষটো মোৰেই গাত পৰিলগৈ। হয়ো। মূৰ্খামিৰো এটা সীমা থকা উচিত। কোনোবাই তোমাক ভালপাব নোৱাৰিলে অভিমান কৰা চলেনেকি ? ছি ছি ছি ! গোটেই পৃথিৱী খনলৈ মোৰ লাজ লাগিল। মোৰ মূৰ্খামি দেখি যেন সকলোৱে মোৰ ফালে চাই অট্টহাস্য কৰিছে। বাটত কোনোবা চিনাকি মানুহ দেখিলেই ফালৰি কাটি পলাওঁ। সংসাৰত মোৰ কোনো নাই নাই যেন লাগিল। গোটেই পৃথিৱীখনলৈকে মোৰ অশ্ৰদ্ধা হ'ল।

ৰাতি দহ বজাত উভতি আহিলোঁ। ঘৰটো নীৰৱ। বাহিৰত টম নাই। ভিতৰত ল'ৰাটোও নাই। বিচনাৰ ওচৰৰ টেবুলত ভাত ঢাকি থৈ সি কেনিবা ওলাই গৈছে। নিশ্চয় চিনেমা চাবলৈ গৈছে। ভয়ানক খং উঠিল। ঠিক কৰিলোঁ, তাক কাইলৈকে খেদি দিম। তাৰ অতপালি বাঢ়ি গৈছে। টমক মাতিলোঁ। নাই। ভাবো সঁহাৰি নাই। আকৌ মাতিলোঁ। নাই। তাৰ ওপৰতো খং উঠিল। মোৰ নিঃসঙ্গতাখিনি এইদৰে সি বঢ়াই তুলিব নেলাগিছিল।

দুগৰাহমান ভাত খাই বিচনাত পৰি থাকিলোঁ। টোপনি যাবৰ কাৰণে নহয়, এনেয়ে। দুৱাৰবোৰ মেলাই থাকিল। তথাপি টম নাই। ৰাতি একমান বজাত ল'ৰাটো অহাৰ গম পাই মাতিলোঁ। সি ভয়ে ভয়ে ওচৰলৈ আহিল। মোক নোকোৱাকৈয়ে ইমান ৰাতিলৈকে ফুৰা বাবে তাক এসপ্তাহৰ ভিতৰতে গুচি যাবলৈ কলোঁ। সি মুখখন কন্দনামুৱা কৰি নীৰৱে ওলাই গ'ল। খঙত কঁপি কঁপি বিচনাত পৰি থাকিলোঁ।

চিলমিলকৈ টোপনি আহিছিল। কিহবাৰ খচ্মচানিত সাৰ পাই দেখোঁ। টম নেজ জোকাৰি জোকাৰি বিচনাৰ ওচৰতে বৈ আছেহি। কাণ ফালে চালোঁ। সি তলমূৰ কৰিলে। মোৰ খং মাৰ যোৱা নাছিল। সি বোধহয় বুজিছিল। লাহেকৈ বিচনাৰ পৰা উঠিলোঁ, সি লাহেকৈ বাহিৰলৈ ওলাই গ'ল। খিৰিকীৰ পৰ্দা অৰা বাঁহৰ মাৰি এডাল হাতত লৈ মাতিলোঁ, "টম"! সোঁহাতেৰে পিঠিৰ ফালে মাৰি ডাল লুকুৱাই ললোঁ। "টম"! অলপ পিচতে সি চুচুক-চামাককৈ সোমাই আহিল। কিন্তু মোৰ চকুলৈ নেচালে। মই অকস্মাৎ তাৰ ওপৰত জপিয়াই পৰি উধাই-মুধাই কোবাবলৈ ধৰিলোঁ। মুখেৰে এটাও শব্দ নকৰি সি ওলাই লৰ মাৰিলে। মই দুৱাৰ মাৰি শুই থাকিলোঁ।

দুঘণ্টামান শোৱাৰ পিচত সাৰ পালোঁ। তেতিয়া ৰাতি পুৱাইছে। ল'ৰাটোৱে উঠি চুৱা-বাচন ধুইছে। মই দাঁত ঘঁহি ঘঁহি তাৰ ওচৰলৈ গলোঁ। সি বৰ তৎপৰ হৈ পানী-চুনি যঁতাই দিলে। মুখ ধুই গামোছা-খন হাতত লওঁতে নলওঁতেই সি পাকঘৰৰ বাৰান্দাত মূঢ়া এটা দি একাপ গৰম কফি দিলে। বৰ বেয়া লাগিল ভালৈ। ওচৰলৈ মাতি আনি কলোঁ, "কালি হঠাতে মোৰ খং উঠিছিল। তই বেয়া নেপাবি।" সি কান্দি পেলালে। তাৰ গাত চপৰিয়াই চপৰিয়াই বুজনি দি ঘাই ঘৰলৈ আহি বিচনাখন ভালকৈ জোঁকাৰি ললোঁ। ছিঃ, বেচেৰাক মিছাতে খং কৰিছিলো। টমটোলৈকো বৰ মনত পৰিবলৈ ধৰিলে। দুৱাৰখন মেলি দিলোঁ। নাই, বাহিৰৰ বাৰান্দাত সি নাই। ক'লৈ গ'ল বাৰু?

নিৰ্মেঘ আকাশত হেঙুলীয়া হৈ বেলি ওলাইছে। যি হ'ল হ'ল। আজিৰ পৰা আৰু নভৱা-নিচিন্তাকৈ একো কাম নকৰোঁ। ভিতৰলৈ আহি বিচনাত বহি গাৰু এটাত আউজি আলোচনী এখন মেলি ললোঁ। এবাৰ দুৱাৰলৈ চকু যোৱাত দেখিলোঁ পৰ্দাৰ সিফালৰ পৰা টমে ভুমুকিয়াই চাইছে। আলোচনীখন একাষৰীয়াকৈ থৈ তাৰ ফালে

একেথৰে চাই থাকিলোঁ। ডুফালি পৰ্দাৰ মাজেদি জোঙা মুখখন ভিতৰলৈ দি টমে মোলৈ চাই থাকিল। চকুত ভয় মিহলি মিনতি। হাঁহি মাৰি মাতিলোঁ, "আহ টম।"

সি •একেলৰে আহি মোৰ বুকুত জপিয়াই পৰিল। মই উঠি বহি তাক সাৱটি ধৰিলোঁ। মই তাৰ পিঠি মোহাৰি মোহাৰি কলোঁ, "টম, মই পশু হৈ গৈছিলো। তই পশু হৈও দেৱতাৰ দৰে।"

## এটা বেলেগ মানুহ

মই লৰি লৰি আহি কোপাই-জোপাই কোনোমতেহে বাছত উঠিলোঁ। আগতে ঠিক কৰি থোৱা মতে ভাগিনটোৱে টিকটটো মোৰ হাতত গুজি দি সকাহ পোৱাৰ স্পষ্ট চিন দেখুৱাই নামি গ'ল। লগে লগেই বাছ চলিল, আৰু কোনোবাই মন্তব্য কৰিলে, "ইচটেচ্চনৰ ওচৰত থাকি ৰেল আৰু আগতে টিকট কিনি বাছ ফেল বেছি হয়।"

মই উশাহ লবলৈ পোৱাই নাছিলোঁ। সেই বাবে কোনে মোক ঠাট্টা কৰিছিল ধৰিব নোৱাৰিলোঁ। কিন্তু লক্ষ্য কৰিলো, কেবাজনো সহযাত্ৰীয়ে মোৰ চকুলৈ নেচাবলৈ চেষ্টা কৰি মিচিক মিচিক হাঁহিছে। তাৰ মানে মোৰ দুৰৱস্থাত তেওঁলোকে আমোদ পাইছে। অলপ বিৰক্ত হলো।

ষ্টেট ট্ৰেন্সপৰ্টৰ দীঘলীয়া বাছখন তেতিয়া ডিব্ৰুগড়ৰ উপকণ্ঠ এৰো এৰো হৈছে। আমি তিনিচুকীয়াৰ যাত্ৰী। এইখনেই শেষ বাছ। গধুলি হওঁ হওঁ, আসাম টাইপৰ সৰু-ডাঙৰ ঘৰবোৰৰ চাকি জ্বলি উঠিছেই। এইখন বাছ ধৰিব নোৱাৰিলে ৰাতিলৈ আমাৰ বিপদ। সেই বাবেই ভাগিনটোক টিকট কিনি ছিট ৰাখি থবলৈ কৈ মই [illegible]কাৰী বস্তু কেইটা-মান কিনিবলৈ বজাৰলৈ গৈছিলো। কথমপিহে বাছ ধৰিলোহি।

কিন্তু বাছখনৰ অৱস্থা দেখি আমাৰ শঙ্কা ওপজিল। বডৰ ৰবণিয়ে-ৰাবণিয়েহে দেখিবলৈ ভাল, কেঁকনি-গেঁথনি আৰু খেৰ-খেৰ শব্দই হলে ওফোন্দা গালৰ ইঙ্গিত দিয়ে। বঁহমিঠা জাৰৰ দিনটো বুকিপাকি ভালেই লাগিছিল, কিন্তু বেলি পৰাৰ লগে লগে চেচা লাগি [illegible]লে ধৰিলে।

ফেৰফেৰীয়া বতাহৰ পৰা হাত সাৰিবলৈ এজন যাত্ৰীয়ে খিড়িকী এখন বন্ধ কৰিবলৈ যত্ন কৰিলে, কিন্তু বহু পৰ যুঁজিও নোৱাৰি "এইবোৰ হেনো চৰকাৰী বাছ!" বুলি মুখৰ ভিতৰতে ভোৰভোৰালে। এনেতে আপাৰ ক্লাছৰ দ্বিতীয় শাৰীৰ দাঁতিত বহি থকা মানুহ এজনে মাত লগালে, এনেকুৱা নচলা বস্তুকেতো চৰকাৰী বোলে।"

মাতটো মোক ঠাট্টা কৰা মানুহ জনৰে যেন লাগিল। মই আছিলো ল'ৰাৰ ক্লাছৰ মাজভাগ মানত। তাৰপৰা লক্ষ্য কৰি যি বুজিলোঁ, মানুহজন আদহীয়া, বেছ শকত-আৱত, এখন মলিয়ন বৰকাপোৰ গাত লৈ আছে, ডাঠ চুলিবোৰ চুটিকৈ কটা। তেওঁৰ কথাত যাত্ৰীসকলে হাঁহিলে, দুই-একে সমৰ্থন কৰি দু-আষাৰ কলেও। এইবাৰ ময়ো অলপ হাঁহিলো। বিৰক্ত মনটো অলপ পাতল লাগিল।

তেনেতে আপাৰ ক্লাছৰ মাজত বহা যাত্ৰী এজনে সাউৎ কৰে উঠি খিড়িকীয়েদি মুৰ উলিয়াই চিঞৰি কাবোবাক কিবা কবলৈ ধৰিলে। উদ্দেশ্য বোধহয় সিদ্ধি নহ'ল, কিয়নো তেওঁ "ধেৎ তেৰি!" বুলি স্পষ্ট বিৰক্তিৰে নিজৰ ঠাইত বহিলহি। সেই শকত যাত্ৰীজনে তেওঁৰ ফালে চাই কলে, "আপুনি কথাখিনি চহী কৰি দিয়া হলে ময়েই দি দিব পাৰিলো হেতেন।"

বহুতেই গিৰ্জ্জনি মাৰি হাঁহিলে। মই দেখিলো মানুহজনৰ গাল-মুখ পূৰঠ, অলপ অলপ ডাঢ়ি, চকু দুটা অলপ সোমোৱা। এখন সাধাৰণ মুখ। কিন্তু মাতটো যে মোক প্ৰথমে ঠাট্টা কৰা মানুহ জনৰে সেই বিষয়ে এইবাৰ আৰু অলপো সন্দেহ নৰ'ল। তাৰ পিচতো বহুবাৰ সেই গলগলীয়া মাতটো শুনি শুনি চিনাকি হৈ গ'ল।

কাৰণ তাৰ পিচতো তেওঁ কেইবা জনো যাত্ৰীক সেইদৰে ধেমেলীয়া কথাৰে জোকালে। কোনোবাই মুখ মেলিলেই তেওঁ মন্তব্য কৰে আৰু তেতিয়াই আমাৰ হাঁহি উঠে। আমাৰ টিকট পৰীক্ষা কৰা কণ্ডাক্টৰ জনেও মিচিক মিচিক হাঁহিছিল, তেওঁ চিঞৰি সুধিলে, "মুহিৰামকাই আজি অলপ ঠাণ্ডা নহয়নে?"

আপাৰ ক্লাছৰ পৰা উভতি চাই সেই শকত যাত্ৰীজনে গাৰ বৰ-কাপোৰখন দাঙি দেখুৱাই কলে, "শৰ্ম্মাবাবু, আছে কাপোৰ আছে জাৰ, নাই কাপোৰ নাই জাৰ। যাত্ৰী সকলকে চাওক।" আমি সকলোৰে লক্ষ্য কৰিলো, কাৰোবাৰ গাত গৰম ছুৱেটাৰ কোট; কাৰোবাৰ গাত শুদা গেঞ্জি-কামিজ, কাৰোবাৰ এখন পাতল চেলেং কাপোৰ। সঁচা, জাৰটো সকলোৰে কাৰণে সমান, কিন্তু তাক সহিব পৰা শক্তি আমাৰ কাপোৰ কিনিব পৰা ক্ষমতাইহে নিৰ্ণয় কৰিছে। মুহিৰাম দেখিছোঁ৷ গভীৰ কথা কোৱা মানুহ।

মোৰ টিকটটো আগবঢ়াই দি কণ্ডাক্টৰক ফুচ-ফুচাই সুধিলো, "তেওঁ কিজানি এই বাটেদি সদাই অহা-যোৱা কৰে, নহয়?" কণ্ডাক্টৰে হাঁহি কলে, "ট্ৰেন্সপ'ৰ্টৰ বাছত মুহিৰামক চিনি নোপোৱা মানুহ নাই। প্ৰায়েই অহা-যোৱা কৰে। কেতিয়াবা টিকট লয়, কেতিয়াবা নলয়; আমাক ধমকীহে দিয়ে।" কথাষাৰ শুনি ভাল লাগিল। মুহিৰামক পৰিবহন কৰ্ম্মচাৰীসকলে মৰম কৰে।

তাৰ পিচত আমাৰ অলক্ষিতেই চলন্ত বাছখন নিজম পৰি গ'ল। মাত্ৰ বাছ খনৰ ঘৰ ঘৰ আৰু কেৰ কেৰ শব্দবোৰ আমাৰ কাণত বাজি থাকিল। কিন্তু আন্ধাৰ বাহিৰ খনত একো নমনাৰ দৰে আমি নিজ নিজ চিন্তাত ইমান নিমগ্ন হলো যে সেই শব্দ বোৰলৈ আমি কাণ নকৰিলোঁ৷। নিৰৱতাই আমাক দুশ্চিন্তাগ্ৰস্ত আৰু গভীৰ কৰি তুলিছিল।

সেই বাবে হঠাৎ মুহিৰামৰ কণ্ঠত গভীৰ ভাৱে উপলব্ধ কীৰ্ত্তনৰ পদ বজাৰি উঠাত আমি চক খাই উঠিলোঁ৷ যদিও আমাৰ বিৰক্তি নুপজিল। বৰং আমাৰ সাংসাৰিক দুশ্চিন্তাৰ সৈতে যেন সেই আধ্যাত্মিক সুৰৰ এটা সংযোগ কেনেবাকৈ স্থাপিতহে হ'ল। কীৰ্ত্তনৰ কথাটি নুবুজিলেও সুৰটি বুজিবলৈ, অনুভৱ কৰিবলৈ আমাৰ টান নহ'ল।

বাছখন বোধহয় ডিকম-চাবুৱা-পানীতোলাৰ কোনোবা এখিনিয়েদি গৈ আছিল। কোনো নামিব লগা যাত্ৰী নথকাৰ বাবে ড্ৰাইভাৰখৰ কি আন্ধাৰত আমি তাক কৈ ধৰিব পৰা নাছিলোঁ৷।

এবাৰ ধম্‌কৈ ফটকা ফুটুৱাৰ দৰে ডাঙৰ শব্দ এটা হোৱাত আমি দ্বিতীয়বাৰ চক খাই উঠিলোঁ। কোবত চলি থকা বাছখনৰ তল ফালেদি খচক্ খচক্কৈ কিবা শব্দ উঠা যেন লাগিল। গাড়ীখনৰ গতিবেগ ক্ৰমান্বয়ে কমি আহিবলৈ ধৰিলে। আমাৰ বুকু কঁপি উঠিল, কোনোবা এজনে কৈ উঠিল, "নিশ্চয় চকা ফুটিল।"

সৰ্ব্বনাশ! বাছখন এঁদাতিলৈ গৈ সম্পূৰ্ণ স্থিৰ হৈ গ'ল। আমি নামি আহিলোঁ। তাৰ আগতেই ড্ৰাইভাৰ আৰু কণ্ডাক্টৰে নামি আহি জুইশলা জ্বলাই পাচ ফালৰ চকা এটা জুমি জুমি চাইছিল। চকাটো মাটিত চেপেটা লাগি আছে। এঠাইত টায়াৰে টিউবে ভালেখিনি ফুটি আ-কৰি আছে।

আমি মূৰে কপালে হাত দিলো। দুজন মানে টৰ্চ্চ-লাইট জ্বলাই চাবলৈ ধৰিলে। মলিন বদনে ড্ৰাইভাৰ আৰু কণ্ডাক্টৰে পৰস্পৰলৈ অৰ্থপূৰ্ণ দৃষ্টিৰে চাবলৈ ধৰিলে।

ভিৰৰ মাজৰ পৰা বেঙা মেলি মুহিৰামে কলে "ই, কপাল ফুটিল!"

কোনোবা দুজনে হাঁহিলে। কিন্তু তেওঁলোক মূৰ্খ বুলি মনে মনে সিদ্ধান্ত কৰি আমি বাকীবিলাক নীৰৱে বিৰক্তি বোধ কৰিলো। কাৰণ এইটো কথাত হাঁহাৰ প্ৰশ্ন নুঠে। আজি ঘৰ পাওঁগৈ নে নেপাওঁ তাৰ ঠিক নাই।

অৱশ্যে মুহিৰামে ঠিকেই কৈছে, গাড়ীৰ চকা ফুটা মানে আমাৰ কপালেই ফুটা।

ড্ৰাইভাৰ কণ্ডাক্টৰে আলোচনা কৰি ঠিক কৰিলে যে তেওঁলোকৰ এজন যেনে তেনে গৈ পিচৰ ষ্টেশ্যনৰ পৰা চকা এটা বিচাৰি আনিবগৈ। তাৰ বাহিৰে উপায় নাই। বাটেদি যোৱা গাড়ী কেইবাখনো ৰাখিলে, কিন্তু এখনো নৰ'ল, কাৰো সময় নাই। অৱশেষত কণ্ডাক্টৰ জনে কৰবাৰ পৰা যাত্ৰী থৈ উলটি অহা বিক্সা এখন পাই তাতে উঠি যাত্ৰা কৰিলে। ড্ৰাইভাৰে গাড়ীত যি কেইপদ হাতিয়াৰ আছিল তাৰেই চকাটো খুলিবলৈ যত্ন কৰিলে। ভাগ্যে জেক্ এটাও আছিল। দুজন-

মান যাত্ৰীয়েও ড্ৰাইভাৰক সহায় কৰিলে। আমি বাকীবিলাকে ভাগ্যৰ ওপৰতে নিজক এৰি দি ইফাল কৰিবলৈ ধৰিলো।

কিন্তু ফুৰাও টান। ওচৰত দুই এটা পঁজা দেখিলোঁ, আন্ধাৰ, কোনোবা আছিল যদিও শুলে। আলিৰ পৰা সোমাই গলে কিজানি গাওঁ পোৱা যাব, কব নোৱাৰোঁ। তদুপৰি বৰ জাৰ পৰিছিল। বাহুৰ ভিতৰত সিমান গম পোৱা নাছিলোঁ। কিন্তু এতিয়া মুকলিত পৰি আমি কঁপিবলৈ ধৰিলোঁ। জেপত বাকী থকা তামোল-ধপাট-চুৰট উলিয়াই নিজকে ফাকি দিবলৈ আমি চেষ্টা কৰিলো।

হঠাৎ আকৌ মুহিৰামৰ মাত শুনিলো, মানুহ জুমৰ কাষতে কিবা এসোপা পেলাই সি ডাঙৰ ডাঙৰকৈ কলে, "আহক আহক বাবু সকল, অলপ গা গৰম কৰি লওক। গাড়ী ভাল হবলৈ বহুত পৰ লাগিব। আহক, আমি বহুত গাড়ী ভাল কৰিছো, আহক !"

কৌতুহল হোৱাত ওচৰ চাপি গৈ দেখো মুহিৰামে খৰি কিছুমান আনি জুই ধৰিবলৈ যত্ন কৰিছে। অনিৰ্দ্দিষ্ট কাললৈ জাৰত থাকিব লগা বাবে যে একুৰা ডাঙৰ জুইৰে আমাৰ আটাইভকৈ প্ৰয়োজন সেইকথা আমাৰ কাৰো মনত খোলোৱা নাছিল। শুকান খৰিৰ জুইকুৰা অলপ সময়ৰ ভিতৰতে দপদপকৈ জ্বলি উঠিল। আমি সকলোৱে বেৰিকুৰি ললো। বৰ আৰাম লাগিল। ড্ৰাইভাৰে কাম কৰি থকাৰ ওচৰতে জুই কুৰা ধৰা হৈছিল, পোহৰ পৰক বুলি আমি তেওঁৰ পিনে বাট এৰি দিছিলো। মুহিৰামে "বাবুসকল, জুই পুৱাই থাকক মই আহিছো" বুলি কৈ আকৌ আঁতৰি গৈ আন্ধাৰত নোহোৱা হৈ গ'ল।

ড্ৰাইভাৰে কলে, "মুহিৰাম কাই এনেকুৱাই, পৰৰ উপকাৰ কৰি বৰ ভাল পায়। আমাৰ গাড়ী এইখিনিত বেয়া হলে সদায় লাগি ভাগি দিয়ে। তাৰ ঘৰো এইপিনে কেনিবা হব পায়, ভিতৰত।"

কথাখিনি শুনি ভাল লাগিল। মুহিৰামৰ প্ৰতি আমাৰ কৃতজ্ঞতা ওপজিল।

পোন্ধৰ মিনিট মানৰ পিচত মুহিৰাম আকৌ ওলালহি। এইবাৰ

এহাতে কেইডোখৰ মান ফালিব নোৱাৰি এৰা গঁথীয়া খৰি আৰু আন হাতে এটা প্ৰকাণ্ড কেটলী। খৰি কেডোখৰ জাপি দি দি সি কলে "অলপ অলপ চাহ খোৱা যাওক বাবুসকল কি বোলে? জাৰত ভাল লাগিব। চাহ খালে পায় কিন্তু জীৱনত সন্তোষ। হা হা হা!" এই বুলি সি কেট্‌লীটো এৰাঁতিয়ে জুইৰ পিনলৈ চোচোৰাই বহাই দিলে।

তাৰ পিচত হাত দুখন মোহাৰি মোহাৰি সি প্ৰস্তাৱ কৰিলে, "বাবুসকল, এক অনা এক অনা পইছা দিয়ে যদি চাহপাত, চেনি গাখীৰৰ যোগাৰ হয়। অলপ দূৰত দোকান এখন আছে, পিচে ৰাতি ৰাতি বন্ধ হৈ যায়, মই তাৰপৰাই এই কেট্‌লীটো আনিছো।"

তেতিয়া আমি চাহৰ যোগাৰত বেছ উৎসাহিত হৈ উঠিছো। গতিকে এক অনা পইছা দিবলৈ অকণো বেয়া নেপালো। সকলোৱে পইছা দিলে, কোনো কোনোৱে বেছিকৈও দিলে, মই চাৰি অনা দিলো, পইছা খিনি লৈ মুহিৰাম আকৌ আন্ধাৰত অদৃশ্য হৈ গ'ল। আমি বিপদৰ কথা পাহৰি ফুৰ্ত্তিহে পাবলৈ ধৰিলো। আচৰিত মানুহ মুহিৰামক প্ৰশংসা কৰি কথা পাতিবলৈ ধৰিলো।

কোনোৱা এজনে মন্তব্য কৰিলে, "মানুহটো পাগল বুলিহে ভাবিছিলো। কিন্তু দেখিছো আজিৰ দিনত তাৰ নিচিনা ভাল মানুহ আমাৰ কাৰণে কোনোৱেই নাই।"

তেতিয়া ড্ৰাইভাৰে মুহিৰামৰ কাহিনী কলে।

ড্ৰাইভাৰে ফুটা চকাটো খুলি উলিয়াইছিল। সেইটোকে লিৰিকি বিদাৰি আৰু নটবোৰ একে ঠাই কৰি কৰি তেওঁ কবলৈ ধৰিলে: "মুহিৰাম বলীয়া বুলি কিছুমান মানুহে কয়। নিজৰ ঘৰ এটা আছে। মাটি-বাৰীও অলপ আছে। কিন্তু তাৰ থকা-খোৱাৰ একো নিয়ম নাই। মন গলে ঘৰতে ৰান্ধি খায়, নহলে দোকানত নাইবা আনৰ ঘৰত খুজি খায়। সকলোৱে চিনি পায় কাৰণে এমুঠি দিবলৈ কোনেও বেয়া নাপায়।"

মুহিৰাম খেতিয়কৰ ল'ৰা। এতিয়াও খেতিৰ দিনত সি মাজে মাজে

হাল বায়। কিন্তু নিয়মীয়া, নহয় খেতি হ'ল নে নাই তাৰো খবৰ নেৰাখে। সৰহভাগ সি আনৰ পথাৰত হাল বাই দিয়ে, কঠিয়া পাৰি দিয়ে আৰু কয়ো দিয়ে। গাৱঁৰ মানুহে মৰম কৰি তাক ধানৰ ভাগ দিয়ে। সেইবোৰ সি হয় বিক্ৰী কৰি দিয়ে নহয় নিজে মাৰি-বানি খায়। পইছা কি কৰে ভগবানেহে জানে।

কিন্তু মুহিৰাম সদায় এনেকুৱা নাছিল। সৰু আৰু অকলশৰীয়া হলেও তাৰ এখন নিজা সংসাৰ অ'ছিল। ঘৈনীয়েক আৰু এজনী জীয়েক আছিল। তেতিয়া সি এতিয়াৰ দৰে চেৰা-বলীয়া নাছিল। আন দহজন মানুহৰ দৰে গাৱঁত খেতি-বাতি কৰি সুন্দৰকৈ সংসাৰ চলাইছিল। কিন্তু কি ঈশ্বৰৰ ইচ্ছা এইটো বাটতে এদিন এখন বাছে খুন্দিয়াই ঘৈনীয়েকক থিতাতে মাৰি থৈ গ'ল। সেইদিনা সি জীয়েকক সাৱটি খুব কান্দিলে, সৰু ল'ৰাৰ দৰে হুৰাওবাৱে কান্দিলে। তৰ পিচত জীয়েক জনীকে মানুহ কৰিবলৈ সি মনপুতি লাগিল। সকলো মৰম সি তাইকে দিলে, সকলো কষ্ট সি তাইৰ কাৰণেই কৰিবলৈ ধৰিলে।

"কিন্তু ঈশ্বৰৰ ইচ্ছা, জীয়েক জনীও জীয়াই নেথাকিল। তাইকো মটৰেই খুন্দিয়াই মাৰিলে। ক'ৰবালৈ যাবলৈ সি তাইৰ সৈতে ওলাই আহিছিল। আমাৰে ট্ৰেন্সপৰ্টৰবাছ এখনত উঠিবলৈ আহিছিল। খুব জোৰত অহা জীপ এখনে বাছ খনৰ সৈতে ছোৱালীজনীক খুন্দিয়াই মাৰিলে। সেই দিনাও সি বাগৰি বাগৰি কান্দিলে। মানুহে জোৰ কৰি আঁতৰাই নিনিয়া হলে সি কিজানি উঠিকে নগ'লহেতেন।

"তাৰ পিচৰ পৰা মানুহটো বেয়া হৈ গ'ল। কিছুদিন কাকো মাত-বোল নকৰাকৈ ঘৰতে সোমাই আছিল। যেতিয়া ঘৰৰ পৰা ওলাল তেতিয়া মানুহে দেখিলে সি আৰু আগৰ মুহিৰাম হৈ থকা নাই। অকাৰণত হাঁহে, নকবলগীয়া কথা কয়; খুজি খাবলৈ লাজ নোপোৱা হ'ল। মানুহে বুজিলে যে তাৰ মূৰৰ বিকৃতি ঘটিল। কিন্তু আজিলৈকে কাঁতো সি কাকো উৎপাত কৰা নাই। আমাৰ বাহত উঠি প্ৰায়েই

ডিব্ৰুগড়লৈ যায়। একো কাম নাই, এনেয়ে যায়। কিন্তু নানান ফুচুৰি কথা কৈ কৈ পেছেঞ্জাৰ বিলাকক বেছ জমাই থাকে।"

এটাও শব্দ উচ্চাৰণ নকৰাকৈ আমি মুহিৰামৰ কাহিনী শুনিলো। তালৈ আমাৰ সহানুভূতি উথলি উঠিল। ইমান ডাঙৰ দুখ বুকুত হেঁচি ৰাখি হাঁহি মুখে ফুৰিবলৈ হলে মানুহৰ আচৰণ অস্বাভাৱিক হোৱাইতো স্বাভাৱিক। এই কাহিনী শেষ হোৱাৰ পিচতো আমাৰ কাৰো মুখৰ পৰা একো কথা নোলাল।

এনেতে হৈ চৈ কৰি মুহিৰাম ওলালহি। এইবাৰ এহাতে এটা সৰু বালটি আৰু এটা কাগজৰ টোপোলা আৰু আনহাতে লেম্প এটা লৈ আহিছে। "ভয় নাই বাবুসকল। এইবাৰ গৰম চাহ হৈ যাব। চব বস্তু লৈ আহিছো ব'ব।"

বালটিটোৰ পানীত এলুমিনিয়ামৰ কিছুমান সৰু সৰু গিলাচ সি লৈ আহিছে, টোপোলাটাত চাহ-চেনি-গাখীৰৰ টিন। ইতিমধ্যে পানী উতলিছিল। সি চাহ কৰিবলৈ লাগি গ'ল। আমি নীৰৱেই চাই থাকিলো। বালটিটোৰ পৰা সি ডাঙৰ চামুচ এখনো উলিয়ালে।

চাহ যেতিয়া হ'ল তেতিয়া একোটা গিলাচ হাতে হাতে দি এফালৰ পৰা আটাইকে মুহিৰামে চাহ দি যাবলৈ ধৰিলে। "কাৰ লগত মিঠাই-বিস্কুট আছে উলিয়াই খাওক বাবুসকল। আমি জলপান দিব নোৱাৰিলো।"

দুজনমানৰ লগত সঁচাকৈয়ে মিঠাইৰ টোপোলা ওলাল। মোৰ হাতত এপেকেট বিস্কুট আছিল। আমি সেইবোৰ খুলি সকলোকে বিলাই দিলো। ইতিমধ্যে সেই কণ্ডাক্টৰ জনো সেই একেখন বিস্নাতে ভাল চকা এটা লৈ উলটি আহি পালে। তেওঁকো চাহ-বিস্কুট দিয়া হ'ল। ড্ৰাইভাৰে খাইছিলেই। আমি সকলোৱে মুহিৰামকো খাবলৈ কলো, বিলাই বাকী থকা গোটেইখিনি মিঠাই-বিস্কুট তাকে দি দিলো, সি কিন্তু নিজে নেখাই আমাকহে আৰু অলপ অলপ চাহ বাকি দি যাবলৈ ধৰিলে। চাহৰ ইমান তৃপ্তি আৰু আৰাম ইয়াৰ আগলৈকে আমি পোৱা নাছিলো। আমাৰ দুখ, ভাগৰ, দুশ্চিন্তা কেনিবা পলাল।

নতুনকৈ অনা চকাটো লগাবলৈ বেছি পৰ নেলাগিল। আমাৰ গাড়ী আকৌ যাব পৰা হ'ল। আকৌ কিবা অঘটন নঘটিলে আমি অলপ দেৰিকৈ হলেও আজিয়েই ঘৰ পামগৈ। একেবাৰে শেষত মুহিৰামে চাহ খোৱা শেষ হোৱালৈ আমি সকলোৱে অপেক্ষা কৰিলোঁ। তাৰ পিচত, দুখ লাগিলেও নিৰুপায় হৈ, আমি সকলোৱে মুহিৰামক কৃতজ্ঞতা জনাই জনাই বিদায় লৈ গাড়ীত উঠিলো। কোনোবাই কৃতজ্ঞতা প্ৰকাশৰ চিন স্বৰূপে তাক পইচা দি অপমান কৰে বুলি মোৰ ভয় লাগি আছিল। ভাগ্যে কোনেও সেইটো নকৰিলে।

বিকট শব্দ কৰি আমাৰ বাছ খন যেতিয়া চলিবলৈ আৰম্ভ কৰিলে তেতিয়া খিড়িকীয়েদি মুহিৰামক চাবলৈ আমাৰ হেতা-ওপৰা লাগিল। আমি সকলোৱে চিঞৰি চিঞৰি কবলৈ ধৰিলো, "মুহিৰাম! মুহিৰাম কাই আহিলো! আকৌ দেখা হব মুহিৰাম।"

জুইকুৰাৰ কাষত থিয় হৈ বাওঁহাতে লেম্পটো লৈ সি সোঁহাত খন জোকাৰি জোকাৰি আমাক ভালে-কুশলে ঘৰ পাবলৈ আশীৰ্ব্বাদ দিছিল। আমাৰ বিদায় বাণী তাৰ কাণত পৰা নাছিল।

ক্ৰমাৎ দূৰলৈ আহি আহি আমি মুহিৰামলৈ চাই থাকিলো। সেই ঠাইডোখৰ পোহৰাইছিল লেম্পটোতকৈ জুইকুৰাইহে। মুহিৰামকো আমাৰ সেই ডিব্ৰুগড়তে বাছত উঠোতে পোৱা মানুহটো যেন লগা নাছিল; তাৰ ভিতৰৰ পৰা যেন এটা বেলেগ মানুহ ওলাই আহিছিল।

## সন্ধিয়াৰ সুৰ

গোধূলিৰ আন্ধাৰ ভিতৰখনত ঘন হৈ আহিছে। নাদেশ্বৰ বুঢ়া তেতিয়াও বাঁহৰ চাংখনত নিতাল মাৰি পৰি আছিল। জলণ্ডা বোৰেদি বাহিৰৰ কাহিলি কাহিলি পোহৰ তাৰ নিস্তেজ চকুতো আহি পৰিছিল।

সেয়া বাটত কাৰোবাৰ মাত শুনা গৈছে: "ঐ কোন অ' এইটো? অ' মোহন, এই সন্ধিয়া খন ক'ত মৰিবলৈ যাব?" কোনোবা ডেকা ল'ৰাৰ মাত। লগত আৰু দুটামান আছে।

মোহনৰ মাত নাদেশ্বৰৰ কাণত পৰিলহি: "মই নাদেশ্বৰ ককাইদেউৰ তালৈ আহিছো ললিত।"

গাৱঁৰে ডেকাল'ৰা ললিতহঁতৰ দলটো। ৰাতি এপৰলৈ কেনিবা ওলাই আহিছে চাগৈ। কিন্তু বুঢ়াৰ চকুত ভাঁহি উঠিল মোহনৰ চেহেৰা-টোহে। সি চাগৈ আলিৰ দাঁতিতে জুপুকা মাৰি থিয় হৈ আছে আৰু ললিতৰ খহতা কথাৰ উত্তৰো মিচিক কৰে হাঁহিহে নম্ৰভাৱে দিছে। জন্মান্ধ মোহনে সংসাৰখনক সদায় ভালপাবলৈ শিকিছে।

আকৌ কোনোবা এটাৰ মাত শুনা গ'ল: "কি ডাল কৰিবলৈ যাব তাত? সেইপাটো মৰিল যেনেই পাওঁ, যিহে নিমাওমাও দেখিছো।" ডেকাদলৰ মাজত বগৰব খলকনি উঠিল। তাৰপিচত এটাই মোহনক বোধহয় গাত ধৰি, "এইটো পদুলি, পোনে পোনে সোমাই যা" বুলি

বাট লগাই দিলে। তাৰ পিচত ডেকা দলটো নিজৰ বাটেদি গুচি গ'ল। দূৰত সিহঁতৰ মুখৰ গান শুনা গ'ল: "ফুট গধূলিতে কপিলী খুটিতে, কোন গোৰ্খালী গাভৰুৱে গাইজনী হেৰায়....।"

তাৰ বিষয়ে কৰা মন্তব্যত নাদেশ্বৰ বুঢ়াৰ খং উঠিল, বৰং মুখত হাঁহি এটা খেলাই গ'ল, যেন মোহনৰ মুখৰ অদৃশ্য হাঁহিটোৱেই আহি বুঢ়াৰ মুখত লাগি থাকিলহি। কওক, একো দোষৰ কথা নহয়, এইটো উৰণীয়া মন উদঙাই কথা কোৱাৰেই বয়স। আগবয়সত উটন্সুৱা নহয় কোন? নাদেশ্বৰ সিহঁতকৈ বহুত বেছি উটন্সুৱা আছিল-বহুত বেছি।

সি অনুমান কৰিলে, মোহন খুপি খুপি আহি চাপৰ পিৰালিত উঠিলহি আৰু এতিয়া দুৱাৰমুখত বৈ আছে। চহালিৰে কৰা দুৱাৰখন এনেয়ে ঠেলি থোৱা আছে। কিন্তু মোহনে খুলি সোমাবলৈ যত্ন কৰা নাই। আকৌ জুপুকা মাৰি থিয় হৈ আছে কিজানি।

অলপ সময় চৌপাশৰ পৃথিৱীখন আন্ধাৰ আৰু নিস্তব্ধ হৈ থাকিল। তাৰ পিচত নাদেশ্বৰে মাত লগালে, "মোহন, আহ, সোমাই আহ, মই আছোঁ।" সি কোৱাৰ লগে লগে যেন দেখিবলৈ পালে, মোহন চক খাই উঠিল আৰু ক্ষন্তেকতে তাৰ মুখেদি হাঁহি এটা খেলাই গ'ল। মোহনে হাত দিয়াৰ লগে লগে বাঁহৰ দুৱাৰখন কেৰকেৰাই শব্দ কৰি খোল খাই গ'ল। সি লাহেকৈ সোমাই গৈ প্ৰথম কোঠাটোৰ সোঁ-মাজ মানত থিয় হ'লগৈ। চকুৰে নেদেখিলেও এইটো ঘৰত তাৰ অলপো ভুল নহয়। ঘৰটো নিচেই সৰু। সোঁফালৰ কোঠাটোত নাদেশ্বৰ বুঢ়াই ৰান্ধি-বাঢ়ি খায়। সমুখৰ টোত শোৱে; এচুকত বাঁহৰ চাংখন। আৰু ঘৰ নাই; বাহিৰখনত কেৱল বাৰীহে; আনকি গোহালিও নাই।

মোহনে অনুমানতে নাদেশ্বৰ পৰি থকা চুকটোলৈ উদ্দেশ্য কৰি ক'লে, "ককাইদেউ, আজি চাকি-বন্তি একো জ্বলোৱা নাই নেকি?"

অদৃশ্যভাৱে মোহনৰ মুখত আকৌ এটা হাঁহি খেলাই গ'ল। সি কথা, আন্ধাৰ-পোহৰৰ জ্ঞান তাৰ কেনেকৈ হ'ব? সি ক'লে, "এনেয়ে

নাই লগোৱা যেন লাগিছে ককাইদেউ। নহলে আপোনাৰ মাতটো বেলেগ হ'লহেতেন!"

নাদেশ্বৰে একো ক'ব নোৱাৰিলে। কিছুদিন ধৰি বুঢ়াৰ গাটো বেয়া। আজি যে দিনৰ দিনটো বিচনাৰ পৰা উঠাই নাই বুলিব লাগে। গোটেই গাতে বিষ; উশাহ লওঁতে মাজে মাজে বৰ কষ্ট হৈছে; ঔষধ আনিবলৈ যাবৰ কাৰণে বল-শক্তি নাই; আগবেলা ভাত এমুঠি কোনো-মতেহে ৰান্ধি খালে।

অদ্ভুত ল'ৰা মোহন। এই পৃথিৱীলৈ আহিও সি পৃথিৱীখন নেদেখিলে। কিন্তু ভাগ্যক অকাতৰে গ্ৰহণ কৰা ক্ষমতা তাৰ হ'ল। ভোগৰ এই ভৰ বয়সত সি আহে সমাজৰ আৱৰ্জ্জনা, গাওঁখনৰ ঘৃণাৰ পাত্ৰ আৰু মৰণপথৰ যাত্ৰী নাদেশ্বৰ বুঢ়াৰ ওচৰলৈ। আন ডেকা হোৱা হলে ৰাইজে নিন্দিলে হেঁতেন, কিন্তু মোহন বুলি একো মূল্য নিদিয়ে। অথচ কিমান বুদ্ধিমান সি। বুঢ়াৰ মাতটোতে বুজিছে যে এই কাল সন্ধিয়া চাকি-বন্তি লগাবৰ গা-মনৰ অৱস্থা নাদেশ্বৰৰ নাই।

অলপ সময় ইয়াকে ভাবি লৈ বুঢ়াই কলে, "কিবা এডোখৰ বিচাৰি বহ বোপাই। মোৰ গাটো আজি বৰ বেয়া! দিনটো শুয়েই আছোঁ। এই গধূলি বেলিকাও উঠো উঠো বুলি উঠিব পৰা নাই।"

মোহনে ইতিমধ্যে বেৰৰ দাঁতিত মূঢ়া এটা খেপিয়াই খেপিয়াই পাইছিল। তাকে অলপ টান মাৰি আনি তাতে বহি সি সুধিলে, "কাহটো আকৌ উঠিছে নেকি?"

গাটো অলপ লৰাই নাদেশ্বৰে কলে, "নহয় বোপাই সেইটো লগত ঘোৱাটোৰ কাৰণে নহয়। এই যে অলপ আগতে ল'ৰাইতে কৈ গ'ল, সেইটোহে আচল কথা—মোৰ যাবৰ হ'ল আৰু।"

"ককাইদেৱে যে কয় আৰু!"

উস-আস কৰি বুঢ়া বিচনাৰ পৰা উঠিল। বাঁহৰ চাংখন কেৰকেৰাই উঠিল। "মিছা নহয় বোপাই, কেইদিনমানৰ পৰা গাটো যেনেকুৱাহে লাগিছে। আজি যে মাজে মাজে নিজকে নথকা নথকা লাগিছে।

...ৰ, মই জুই-চাকি লগাওঁ। তই নেদেখাকৈয়ে মানৰ পাৰ, মইতো দিনতে আন্ধাৰ দেখা হৈ পৰিছোঁ।"

নাদেশ্বৰে থৰক-বৰককৈ খোজ দি খেপিয়াই খেপিয়াই সিটো কোঠালৈ গ'ল। জুইশলা মাৰি টিপচাকি এটা প্ৰথমে লগালে। তাৰ পিচত জুইকুৰা জ্বলালে। চাকিটো আনি মোহনৰ ওচৰতে থৈ দুৱাৰখন ঠেলি থৈ কলে, "তই নহাহলে মই কিজানি উঠিবলৈকে মনত বল নেপালোহেঁতেন। চাহ এটোপা কৰোঁ ৰ, গাটোৱেও বল পাওক।"

চাকিৰ পোহৰত এই বাৰ মোহনৰ মিচিকিটো জিলিকি উঠিল। বৰণত বগা নহলেও বেছ স্বাস্থ্যবান ডেকা মোহনটো। ৰঙচুৱা সন্তীয়া হাতখৰা কামিজ এটা পিন্ধিছে। টিপ চাকিৰ ৰঙচুৱা ক্ষীণ আলোকত নিজু´ নীৰৱ মানুহটোক বুঢ়াৰ হঠাৎ বেলেগ বেলেগ লাগিল। কিন্তু একো মন্তব্য নকৰি চাহ কৰিবলৈ সোমাই গ'ল।

"মোহন," নাদেশ্বৰে আকৌ মাত লগালে, "এনেই বহি থকাতকৈ তোৰ বাঁহীটোকে বজাচোন।"

মোহনে কলে, "বাঁহীটো আজি আনিবলৈ নহ'ল নহয়। এঃ বেয়া কথা হ'ল।......ককাইদেউ, মই বজালে শ্ৰীকৃষ্ণই বংশী বজোৱা যেন লাগে নেকি? মইচোন ভালকৈ বজাবই নোৱাৰোঁ।"

"আমি পাপী জীৱই সিমানখিনি কবগৈ নোৱাৰো বোপাই। কিন্তু তই বাঁহী বজোৱা শুনি থাকিলে হলে বিৰিন্দাবিপিনখন চকুৰ আগত ভাঁহি উঠে।"

মোহনে একো নক'লে, মাত্ৰ অলপ সময় মনে মনে গুণ-গুণাই কিবা গাবলৈ যত্ন কৰিলে, নাদেশ্বৰো নীৰৱ হৈ গ'ল। সি জুইৰ কাষতে বহি পানী তপত হবলৈ বাট চাই ৰ'ল।

নাদেশ্বৰ বুঢ়াই নিতান্ত ধৰ্ম্মভাবত নিজকে পাপী জীৱ বুলি কোৱা নাই। তাৰ অতীতটোত সৎ বা ভাল বিশেষ একো নাই বুলিলেই হয়। গাওঁ খনত সিহঁতৰ ঘৰখন আন দহঘৰৰ নিচিনাই পেটে-ভাতে খাই থকা আছিল। পিতৃ-পিতামহৰ দিনৰ অনাদীয়া মাটিকে চলাই-

মেলি খাই আছিল। কিন্তু নাদেশ্বৰ আছিল ভয়ানক মদাহী আৰু কৰ্মবিমুখ। নিজে ঘৰ চলাবলৈ লোৱাৰ পৰা সি খেতি কৰিবলৈ এৰি দিছিল। আৰু ঘৰৰ অস্থাৱৰ বেচি মদত উৰুৱাইছিল। ভাগ্য ভাল যে তাৰ ঘৈনীয়েক জেতুকীৰ বাহিৰে এজনী ছোৱালীহে যি আপোন মানুহ। জেতুকী আছিল লখিমী তিৰোতা, বৰ কষ্ট কৰি সংসাৰখন চলাই আছিল। নহলে সি ঘৰত খুদ কণ আছেনে নাই কেতিয়াও খবৰ নকৰিছিল। বৰং ঘৈণীয়েকৰ গাত মাজে সময়ে হাতহে দাঙিছিল।

যুদ্ধ লাগিলত নাদেশ্বৰৰ অনাচাৰ সপ্তমত চৰিল। সি ঘৰকে এৰিলে। অলপ অচৰপ বাঢ়ৈৰ কাম জানিছিল; তাৰ বলতে সি ৰণক্ষেত্ৰত প্ৰবেশ কৰিলেগৈ, মিলিটেৰীৰ সংস্পৰ্শলৈ অহা দুই-এক চিনাকী মানুহে মাত্ৰ মাজে মাজে গাৱঁত খবৰ দিয়েহি যে নাদেশ্বৰ নতুনকৈ ডেকা হব ধৰিছে ঃ চাহাব-চুছুবৰ লগত ফুৰে, বিলাতী মদ খায়, চৌখীন জোতা-কাপোৰ পিন্ধি অসতী কিন্তু ধুনীয়া তিৰোতাৰ লগত ঘূৰে। কি আৰু ক'ত কাম কৰে সেইটো হলে সঠিককৈ কোনেও কব নোৱাৰে।

জেতুকী অকলেই থাকে। কাৰণ জীয়েককো ইতিমধ্যে উলিয়াই দিছিল, ভাত মুঠিৰ কাৰণে চিন্তা নাছিল, কাৰণ ধান কিটা পাই থাকে। অকল এটা পেটকনো লাগিছেই বা কিমান? তাতে জীয়েক-জোৱাঁয়েকেও খবৰ লৈ থাকে। কিন্তু কেতিয়াবা ভুটুংকৈ নাদেশ্বৰ ওলায়হি। দেখৰ বস্তু আনে—মিলিটেৰী কম্বল-কাপোৰ, বন্দুক আৰু গুলি, টিনত ভৰোৱা খোৱা বস্তু আৰু বিলাতী মদৰ বটল—খোৱা বস্তুবোৰ জেতুকীয়ে মুখতেই দিব নোৱাৰে। নাদেশ্বৰ গাৱঁত দুই-তিনি দিন থাকে, সেই কেইদিন ঘৰত বহুত মানুহৰ সমাগম হয়; সিহঁতে সেই বস্তুবোৰ লৈ যায়, পইছা দি যায়। নাদেশ্বৰে খুব মদ খায় আৰু পইচা উৰুৱায়। সেই কেইদিন জেতুকীৰ ধাতু নথকা অৱস্থা হয়। গিৰিয়েকে কি কাৰবাৰত ধৰিছে তাইৰ বুজিবলৈ বাকী নেথাকে। কোন মুহূৰ্ত্তত চৰকাৰী মানুহ আহি ধৰি নিয়েহি কোনে জানে?

এবাৰ যে একেবাৰে বেয়া ছোৱালী এজনীকে লৈ যৰত দুদিন থাকি গ'লহি। জাতি-অজাতিৰ চিনতো নায়েই, ধৰণৰ-কৰণনো কি চাবা! এনেয়ে জেতুকীয়ে কেতিয়াও মুখেৰে এবাৰ কথা নকয়। এই বাৰ হলে প্রতিবাদ নকৰাকৈ নোৱাৰিলে। হেজাৰ হওক তিৰোতা মানুহ। কিন্তু নাদেশ্বৰে ভেকাহি মাৰি কলে যে পুলিচ আৰু মিলিটেৰীৰ খেদাত পলাই আছেহি, তাই সিহঁতক মৰিবলৈ কয় নেকি? সেই বাৰ জেতুকীয়ে বুজিছিল, ইমান দিনে তাই মনৰ শান্তিহে হেৰুৱাই আছিল, এতিয়াৰ পৰা মানুহটোকো হেৰুৱালে। কিন্তু কথা কোৱাৰ অভ্যাস তাইৰ নাছিল। নাদেশ্বৰৰ নিচিনা দুৰ্দান্ত মানুহ এটাক কবই বা কি?

অৱশেষত জেতুকীয়ে ঘৰকে এৰিব লগা হৈছিল। কাৰণ পুলিচে নাদেশ্বৰক বিচাৰি ঘনাই গাৱঁলৈ আহিবলৈ লৈছিল। গাৱঁৰ মানুহেও সিহঁতক এঘৰীয়া কৰাৰ নিচিনা হৈছিল; পুলিচৰ ভয়ত সিহঁতৰ লগত সম্বন্ধ ৰাখিব নোখোজা হৈছিল; নাদেশ্বৰৰ পাপ আৰু অনাচাৰত গঞাই নাকো কোঁচাইছিল। গতিকে জেতুকী এদিন কান্দি কান্দি জীয়েক-জোঁৱায়েকৰ তালৈকে গ'লগৈ।

মোহন তেতিয়া চেঙেলীয়া বয়সৰ। সি নাদেশ্বৰৰ কথা গাৱঁৰ মানুহৰ মুখত শুনিছিল।

নাদেশ্বৰে আকৌ থৰক-বৰককৈ খোজ দি যেতিয়া দুবাটি চাহ লৈ ওলাই আহিল তেতিয়া মোহনে তলমূৰকৈ বহি গুণগুনাই আছিল: "আলো ভাই, চল আইস যাই বৃন্দাবনে। দেখোঁ গৈয়া আনন্দ নয়নে॥" নাদেশ্বৰ ওচৰ চাপি অহাত সি মনে মনে থাকি ভৱি দুটা অলপ কোঁচাই ললে। বুঢ়াই লাহেকৈ এটা বাটি তাৰ হাতত তুলি দি কলে, "কি গাইছ অলপ ডাঙৰকৈ গা মোহন। ময়ো শুনো।"

"নাই নাই কৰাইদেও মই এনেয়েহে......" বুলি মোহনে গৰম বাটিটো দুহাতেৰে লাহেকৈ সমুখত নমাই থলে।

কেৰকেৰাই উঠাকৈ চাংখনত উঠি নাদেশ্বৰে লেপেটা কাঢ়ি বহি লৈ

কলে, "নহয়, নহয় ভই গা। বাঁহী নাই যদি বৃন্দাবনৰ গীতকে গা, চাহটোপা বাক খাই ল।"

মোহনে তাৰ অপৰিহাৰ্য্য হাঁহিটো মাৰিলে। বাঁহী আৰু গীতৰ অৰ্থ আছে। এই দুটাই সিহঁতৰ সংযোগ সূত্ৰ। নাদেশ্বৰৰ সমাজ নাই। গাওঁখনত তাক আৰু কোনেও গ্ৰহণ নকৰিলে। জেতুকী মৰিল। জীয়েকো মৰিল। নাতিয়েকহঁতৰ মোহত শেষ বয়সত সি জোৱাঁয়েকৰ ঘৰলৈ গৈছিল। কিন্তু সমাজে ইমান বেয়াকৈ চাবলৈ ধৰিলে যে সিহঁতৰ কল্যাণ হওক বুলিয়েই বুঢ়াই দুৰ্ব্বল শৰীৰেৰেও জোঁৱায়েকৰ আশ্ৰয় এৰি আহিল।

মোহনো অৱহেলিত। মানুহৰ দয়াৰ ওপৰত সি সদায় নিৰ্ভৰ কৰিব লাগে। তাৰ আপোন ঘৰ এখন আছে, কিন্তু কাকো সি একো কৰি দিব নোৱাৰে কাৰণে তাৰ কোনো মূল্য উপলব্ধি নহয়। সি নিজেও একো কৰি দিব নোৱাৰি ক্ষুণ্ণ বোধ কৰে। আটাইতকৈ ডাঙৰ কথা, সকলোৱে দয়া আৰু পুতৌ কৰিবলগীয়া হোৱাত সি বৰ আঘাত পায়। অথচ তাৰ বাহিৰে মানুহে তাক আৰু কি দিব পাৰে?

সিহঁত দুয়ো এদিন পৰস্পৰৰ মাজত বিচাৰি পালে পৰস্পৰৰ অৱলম্বন।

নাদেশ্বৰে জীৱনৰ শেহ দিন কেইটা পৈতৃক ভেটিতে নিয়াবলৈ আহিল। পুৰণি ঘৰৰ ভেটিতে এতিয়াৰ সৰু ঘৰটো কৰি ললে। উধাৰ-পৰাচিত হৈ সমাজৰ লগ লব খুজিছিল। কিন্তু কাৰো পৰা উৎসাহ নেপালে। বৰ লৰা মানুহৰ মুখতো ঠাট্টা-মস্কৰাৰ সুৰ শুনিবলৈহে পালে। গতিকে সমাজক আৰু নিবিচাৰি সি অকলেই থাকিবলৈ ললে। তাকবীয়া যি মাটি আছিল তাৰ ভাৰ ললে, আকৌ আধিত দিলে; তাক সং নিদিলেও মানুহে ভয় কৰিছিল। কাৰণ যুদ্ধৰ সময়ত উগ্ৰওালি কৰাৰ উপৰি বহু দিনলৈকে সি ডকাইতি কৰি ফুৰিছিল আৰু বহুবাৰ জেল খটাৰ উপৰি কেৰাবাৰো মাৰ খোৱাৰ কথা বাইজে জানে। গতিকে ধান দিবৰ সময়ত কেতিয়াও সি গোলমাল

পোৱা নাই ; তাৰ দলৰ মানুহে অপকাৰ কৰিব বুলি এতিয়াও মানুহৰ ধাৰণা। তাৰ উপৰিও নাদেশ্বৰে বিৰাট বাৰীখনত সকলো শাক-পাচলিৰ খেতি বতৰে বতৰে কৰিবলৈ লৈছে ; সেইবোৰ বেপাৰীক মূলাই বেচি দিয়ে।

এদিন নাদেশ্বৰে মোহনক বৰগীত গাবলৈ আৰু বাঁহী বজাবলৈ মাতি লৈ গ'ল, মোহনৰ এই দুটা সম্পত্তি গাওঁখনতে জনাজাত আৰু সমাদৃত। তথাপি নাদেশ্বৰে যি আগ্ৰহ দেখুৱালে সিমানখিনি সি কোনোদিনেই পোৱা নাছিল। তদুপৰি নাদেশ্বৰৰ মুখৰপৰা সি শুনিবলৈ পালে কীৰ্তন দশমৰ পদ, বহু হৰিভক্ত বীৰ-বীৰাঙ্গনাৰ কাহিনী। বুঢ়াই পুথি-পাজি গোটাই লৈছে ; চাহ খাই খাই পঢ়ি দুয়ো আলোচনা কৰে। পুথিৰ জগতত দুয়ো আশ্ৰয় বিচাৰি পাইছে।

চাহ বাটি খাই উঠি মোহনে গাবলৈ ধৰিবলৈ :

কানাইৰ ৰূপৰ উপমাৰ কেবা কেম।
এক পুঞ্জ হুয়া আছে গোপিনীৰ প্ৰেম ॥
সকল জগতে বোলে কানাই কলীয়া।
কালা নহে শ্যাম ৰূপ ধৰিছে অমিয়া ॥

বিছনাৰ ওপৰত আকৌ দীঘল দি বুঢ়াই উৎসাহ দিলে, "আৰু গা, আৰু গা।" ধানখেৰৰ ওপৰত পৰা এখন ঠেলা আৰু এখন বগা কাপোৰৰ ওপৰত সি নিথৰ হৈ পৰি থাকিল। মোহনে গাবলৈ ধৰিলে : "মই পাপী কমনে তৰিবো হৰিবে তুমি কৰুণা নাকৰ মোৰে। পাপমতি মন বাসনা নছাড়ে, মজিলো সংসাৰ ঘোৰে ॥ নয়না কামিনী ৰূপ নছাড়য়, ৰসনায় ষড় ৰস। গীত মধুৰ ধ্বনি শ্ৰৱণে নছাড়য়, চৰমে সুখে পৰশ ॥"

বৰগীতটো গাই উঠি মোহন নীৰৱ হৈ গ'ল। বুঢ়াই কিবা কব বুলি বাট চালে। কিন্তু একো নোকোৱা দেখি সিয়েই মাত লগালে, "ককাইদেউ !"

বুঢ়াই সেহাই সেহাই সঁহাৰি দিলে, "বোপাই তমুক বেৰি জিলে

তিলে ধৰি, কাল অজগৰে গিলে।' মাধ গুৰুৱে কৈছে, 'মোকে দেখিয়ো না কেনে আছে জগন্নাথ মই বৰ পাপেৰ পাপী।' ভগবানে সঁচাই পাপীক উধাৰ কৰেনে ?"

মোহনে বুজিলে, বুঢ়াৰ নিজৰ পাপৰ কথা মনত পৰিছে। সি কলে, "নকৰিব কেলৈ ককাইদেউ ? অজামিলে জানো পাপ কৰিও পাৰ পোৱা নাছিল ? আজি কীৰ্তনত সেইখিতে পঢ়াৰ কথা আছিল নহয় ? মই সেইদেখিহে আহিছিলোঁ।"

নাদেশ্বৰে কলে, "আজি পুথিখন দাঙিবলৈকে মোৰ গাত শক্তি নাই বোপাই। তই কিজানি ভাবিবই পৰা নাই মোৰ গা কিমান বেয়া। তই অহাত মনতে অলপ বল পাইছিলো। পিচে চাহটোপা খায়োচান। গাটো অলপো ভাল পোৱা নাই। এইদৰে পৰি থাকি তোৰ গীত শুনিবলৈহে ভাল লাগিছে।"

মোহনে অলপ ব্যস্ত হৈ ক'লে, "গা বৰ বেছিকৈ বেয়া লাগিছে নেকি ? তেনেহলে কাবোবাক কৈ দৰব-জাতিকে এটা আনিব লাগিছিল। মই কলে পুলিতহঁতেই আনি দিলেহেঁতেন, সিহঁতে মোৰ কথা নেপেলায়।"

বাধা দি বুঢ়াই কলে, "নেলাগে অ' দৰব্র-ফৰব্র মই ভাল নেপাওঁ। আৰু মই ঠিক বুজিছোঁ, মই দৰবৰ শক্তিৰ বাহিৰত।"

"তেনেকৈ কব নেপায় ককাইদেউ।"

"শুন মোহন। কিয় সেইদৰে কব পাৰিছো জান ? এই কেদিন গা-মন দুইটা মোৰ বেয়া! কেউদিনেই বৰকৈ কালৈ মনত পৰিছে জান ? বোৱেৰলৈ আৰু ছোৱালী জনীলৈ। তাহাঁত কাহানিবাই গ'ল। তাহাঁতৰ কাৰণে মই একো কৰা নাছিলো, খালি দুখহে দিলো। কিন্তু এই কেদিন ভাব হৈছে যেন তাহাঁতক দেখিবলৈ পাম, হঠাৎ আহি ওলাব।"

মোহনে সান্ত্বনা দিবলৈ যত্ন কৰিলে, "আপুনি আপোনাৰ কৰ্ত্তব্য কৰিছে ককাইদেউ। সাংসাৰিক জীৱনটো কৰ্ত্তব্য হে।"

বুঢ়াই কলে, "শাস্ত্ৰতো কৈছে, ঈশ্বৰেই সকলো কাম কৰোৱায়।

কিন্তু মই সান্ত্বনা পোৱা নাই। ঘৰখন ধ্বংস কৰিলো। মাকক এদিনলৈকে সুখ দিব নোৱাৰিলো। ছোৱালীজনীয়ে বাপেকক বাপেক বুলি ভাবিব নোৱাৰিলে। কিন্তু তাহাঁতে এদিনলৈকে মোক এষাৰ টান কথা নকলে, মোক বেয়া বুলি নকলে, এৰি নগ'ল। মোৰ নিচিনা মানুহ বহুত ওলাব মোহন, খৌৰেৰ নিচিনা নোলায়।"

কিছু সময় দুয়ো নিতাল মাৰি থাকিল। মোহনে কি কব ভাবি নেপালে। আজিৰ নিচিনাকৈ নাদেশ্বৰক তাৰ কাহানিও ভাল লগা নাই। নিৰ্জ্জু বুলি জেতুকীৰ কথা বুঢ়াই এইদৰে অনুশোচনাৰে ভাবে বুলি কিজানি কোনেও নেজানে। গাৱঁৰ মানুহে নাদেশ্বৰক কেৱল ঘৃণা কৰিয়েই আহিছে। কোনেও এদিনলৈকে তাৰ ওচৰ চাপিবলৈ যত্ন কৰা নাই। তাৰ অতীত দুষ্কাৰ্য্যক গাওঁখনে ক্ষমা নকৰিলে। আগ বয়সতো তাক কোনেও সহানুভূতি দেখুৱা নাছিল। যুদ্ধৰ সময়ত তাৰ অধঃপতনে চূড়ান্ত সীমা পাইছিলগৈ। মদ, তিৰোতা মানুহ আৰু চোৰাং কাৰবাৰৰ কাৰণে গাৱঁৰ মানুহ ক্ৰমাৎ তাৰপৰ আঁতৰি গৈছিল। যুদ্ধৰ পিচত যেতিয়া ডকাইত বুলি সি জনাজাত হল, দুই-তিনিবাৰ জেললৈও গ'ল, তেতিয়া গাওঁখনে তাক পাহৰি যাবলৈকে যত্ন কৰিলে।

ডকাইত হৈ থাকোতেও সি দুবাৰ মান গাৱঁলৈ আহিছিল। তেতিয়া ঘৈনীয়েক আৰু জীয়েক ঢুকাইছে। শুদা ঘৰটো পৰি আছিল। উৱঁলি গৈছিল যদিও শাল খুটাৰ কাৰণে পৰি যোৱা নাছিল; ঘৰটো বাজহুৱা পোহালিত পৰিণত হৈছিল। কেৰা ৰাতিও নাদেশ্বৰে আহি তাত আশ্ৰয় লৈছিল; কেতিয়াবা অকলে, কেতিয়াবা দুই-এটা লগেৰে। সি আহিলে মানুহে গম পায়, কিন্তু একো উচ্য-বাচ্য নকৰে, বা পুলিচকো লগাই নিদিয়ে। কাৰণ সি প্ৰতিশোধ লব পাৰে। কিন্তু সিও বেছি দিন নেথাকে; কেতিয়াবা এৰাতি আৰু কেতিয়াবা এদিনমান থাকে। কেতিয়াও গাৱঁৰ মানুহৰ লগত হাত-বাত নকৰে; মাত্ৰ কেতিয়াবা মনে মনে গৈ খোৱা বস্তু খুজি আনে।

শেষৰ পিনে কেৰা বছৰলৈকে গাৱঁৰ মানুহে নাদেশ্বৰ কথা শুনা

নাছিল। বৰ দীঘলীয়াকৈ জেলত পৰিছিল বুলি অৱশ্যে ওলাইছিল। মানুহে ভালেই পাইছিল। কাৰণ তাৰ বাবে অযথা পুলিচৰ হাতত লঘু-লাঞ্ছনা পোৱাৰ ভয় থাকে। অৱশেষত বহুত দিনৰ মূৰত যেতিয়া নাদেশ্বৰ গাওঁ ওলালহি তেতিয়া মানুহে তাক চিনিকে পোৱা নাছিল। স্বাস্থ্য পৰি গৈ অস্থিচৰ্ম্মসাৰ হৈছে। বয়সতকৈ বহুত বুঢ়া হৈছে। চুলি পকিছে। দৃষ্টি শক্তিও ক্ষীণ হৈ গৈছে। কিন্তু হাতত কিছু টকা-পইচা আছিল; ক'ত পাইছিল কোনেও নেজানে। মানুহৰ ধাৰণা সেইবোৰ আগতে ডকাইতি কৰি লুকুৱাই থোৱা টকা। যি হওক তাৰেই সি অকলশৰীয়া নতুন জীৱন আৰম্ভ কৰিলে। মানুহ লগাই এতিয়াৰ সৰু ঘৰটো কৰি ললে, বাৰীখন চাফ-চিকুণ কৰাই ললে; মাটিখিনিৰ দিহা কৰি ললে। আগৰ ঘৰটো এসময়ত ভাগি পৰিছিল, শুদা ওখ ভেটিটোহে ওলাই আছিল।

হঠাৎ নাদেশ্বৰে গাবলৈ ধৰিলে, "কিনো অপৰাধ, কৰি আছোঁ আমি, মাধৱ-বান্ধৱ প্ৰাণ। নাম ধৰি ডাকো, হিয়াত থাকিয়া, কেনে নেদা সমিধান।"

মোহন চক খাই উঠিল। ঘোষা ফাকি নাদেশ্বৰে আকৌ গালে। সি যেন অত্যন্ত কাতৰ হৈহে গাইছে, মোহনৰ এনেহে লাগিল। তাৰ অলপ ভয়ো লাগিল: অলপ আগতে বুঢ়াই মৰাৰ কথা কৈছিল; কিবা উমান পাইছে নেকি? নহলে পুথি নোচোৱাকৈয়ে, গাত বল-শক্তি নাই বুলি কৈও কিয় ইমান কাতৰ ভাৱে গাব? তথাপি সি ভয়ৰ ভাব নেদেখুৱাই কলে, "সেয়া দেখোন ককাইদেৱে পুথি নোচোৱাকৈয়ে গাব পাৰিছে? গাওক গাওক।"

দুৰ্ব্বল মাতেৰে বুঢ়াই কলে, "বোপাই, নোচোৱাকৈ পৰা হলে মই তোক গোটাইখন গাই শুনালোহেঁতেন। পিচে নোৱাৰো। অ'ত এফাকি, ত'ত এফাকিহে মনত আছে। শুন। ঘোষাখন তেনেকৈ মই পঢ়াই নাছিলোঁ। সিদিনা এনেয়ে চকু ফুৰাই যাওঁতে এনে কিছুমান কথা পালো, মই সেইপিনেই থৰ লাগিলো। 'মাধৱৰ নাম, বৎস প্ৰায়

ভৈল, ভক্তে তাঙ্ক লৈয়া যান্ত ; বেদৰ ঈশ্বৰ হৰি যেসু যেন, তাৰ পাছে পাছে ধান্ত।' ইয়াৰ অৰ্থ পাৱনে ?"

কওকচোন, কওকচোন।"

"ঈশ্বৰৰ নাম লোৱাটো হেনো দামুৰি পোৱালী আৰু স্বয়ং ঈশ্বৰ হেমো মাকজনী। নাম যেনিয়ে যায় ঈশ্বৰো তেনিয়ে যায়। আৰু শুন—" এইবুলি বুঢ়াই আকৌ সুৰ লগাই গাবলৈ ধৰিলে : "মোৰ সম পাপী লোক, নাহিকে ই তিনি লোক, তুমি সম নাহি পাপ-হাৰী। ই জানি গোৱিন্দ মোক যেন ঘুৱাই কৰিয়োক, তুৱা পদে কৰোহো গোহাৰি ॥"

বাহিৰখন তেতিয়া নিথৰ হৈ পৰিছে। দূৰত দুই-এবাৰ কুকুৰৰ ভুক-ভুকনি শুনা যায়। ভিতৰতো পোহৰ নাই বুলিলেই হয়। বিশেষকৈ আন্ধাৰ চুকটোৰ চাংখনত নিশ্চল হৈ পৰি থাকি নাদেশ্বৰে মনত পেলাই পেলাই গাব ধৰিছে :

মঞি দুৰাচাৰ কেৱলে তোক্ষাৰ
অপৰাধী নাৰায়ণ।
ক্ষমিয়োক হৰি লৈয়ো দাস কৰি
পশিলো হেৰা শৰণ ॥

... ... ... ...

কৃষ্ণ নিজ ইষ্টদেৱ, আত্মা প্ৰিয়তম গুৰু সুহৃদ সাদৰ বন্ধুজন। কৃষ্ণ, মোৰ মতি গতি, কৃষ্ণত ভকতি ৰতি, কৃষ্ণপাৱে নিমজোক মন ॥ ইত্যাদি।

বহুত বেলিৰ মূৰত মোহনে অনুভৱ কৰিলে যে ৰাতি হ'ল, সি ঘৰলৈ যোৱা উচিত। উঠিবৰ মন যোৱা নাছিল। বুঢ়াক এৰি যাবলৈয়ো বেয়া লাগিছিল। কিন্তু ঘৰত চিন্তা কৰিব বুলি সি যাবলৈ উঠিল। ইয়াৰ মাজত কিন্তু সি এবাৰো বুঢ়াক মাত লগোৱা নাছিল। বুঢ়াই

একান্ত মনে গাই গৈছিল। সি একান্ত মনে শুনি গৈছিল। বুঢ়াৰ দৰে সিও তন্ময় হৈ গৈছিল।

যাবলৈ উঠি সি বুঢ়াক সুধিলে, "ককাইদেউ, আপোনাৰ খোৱা-বোৱাৰ আজি কি কৰিব? নহলে আমাৰ ঘৰৰ পৰাই কিবা অলপ পঠাই দিমগৈ নেকি?"

"নেলাগে বোপাই, তই যা। মোৰ সমূলি খাবৰ মন নাই। নেখালেও মোৰ একো কষ্ট নহয়।"

দুৱাৰ মুখলৈ আহি মোহনে কলে, "দুৱাৰখন তেনেহলে ভিতৰৰ পৰা মাৰি লওক।"

বুঢ়াই সমিধান দিলে, "তয়েই লাহেকৈ টানি থৈ যা। নহলে ৰাতি শিয়ালে শুঙিবহি।"

তাৰ বৰ বেয়া লাগিল, বাহিৰলৈ আহি দুৱাৰখন ভালদৰে টানি লগাই থলে। তাৰ পিচত চোতাললৈ নামি গৈ কিছু সময় ৰ'ল। নাওখনৰে আৰু একো নোকোৱা দেখি সি লাহে লাহে ঘৰ বুলি যাবলৈ ধৰিলে। তাৰ কাৰণে দিন-ৰাতি সমান, উমানতে সি গৈ থাকিল। কিন্তু পদূলিটো পাৰ হৈ আলিবাটত উঠাৰ লগে লগে বুঢ়াৰ মাত আকৌ শুনিবলৈ পালে:

হৰি নাম ধৰ মন হৰি নাম ধৰ।
আশা নামে নদী মাজে মিছাত নমৰ॥
ৰাম-নাম লৈয়ো মন ৰাম-নাম লৈয়ো।
মিছা আশা লাজ কাজ পাশ কৰি থৈয়ো॥

মোহনে নাম ভুকঁাকি বৈ শুনিলে। তাৰ পিচত আকৌ খোজ ললে। চাৰিও পিনে নিস্তাল মাৰিছে। কিৰ্কিৰ্কিৰ্কৈ ক'ৰবাৰ পৰা পোক-পৰুৱাৰ মাত উটি আহি তাৰ কাণত লাগিলহি। তাৰ

অনুভৱ হল, নাদেশ্বৰ যেন আজি কিবা দেখাহে পাইছে। বুঢ়াই ইমান দিনে তাৰ আগত পুথি পঢ়িছে যদিও আজিৰ দৰে নিজক শেষ কৰি দিব খুজি কাহানিও গোৱা নাই। কাইলৈ হয়তো মোহনে তাক ককাইদেউ বুলি মাতিবলৈ নেপাবই।

ক্ৰমাৎ আঁতৰি গৈ থাকি মোহনে শুনিবলৈ পালে—কথাবোৰ ধৰিব পৰা নাছিল যদিও সুৰতে বুজিছিল যে নাদেশ্বৰে গাইছে—

নছাড়িবা ইবাৰ মুৰাৰি।
হৰি হৰি লৈয়ো মোক মায়াক নিবাৰি॥

## আম

আপুনি গুৱাহাটীলৈ কেতিয়াবা আহিছেনে ? যদি আহিছে শান্তিপুৰলৈ গৈছেনে ? ষ্টেশ্যনৰ পৰা বেলৰ আলিয়ে আলিয়ে পাণ্ডুৰ ফালে গৈ থাকিলে শান্তিপুৰ উপকণ্ঠ ওলাবগৈ। বিক্সাৰেও যাব পাৰি আৰু চিটিবাছেৰেও। কামাখ্যাৰ পিনে গৈ থাকিলেই হ'ল। কামাখ্যা পোৱাৰ আগতে শান্তিপুৰ। উপকণ্ঠ চহৰ নহয়, চহৰতলী। খাচ চহৰৰ দৰে বসতিঘন নহয় ; মুকলি মুকলি। অথচ বহুত আলৈ-আ[illegible]লৰ কথা 'সম্পাদকলৈ চিঠি' লিখি প্ৰকাশ কৰা হয়।

বহুত নতুন ঘৰ হৈছে শান্তিপুৰত। একেবাৰে পাহাৰৰ দাঁতিলৈকে, পাহাৰৰ ওপৰলৈকে, সৰু-ডাঙৰ, ভাল-বেয়া সকলো ধৰণৰ। আমাৰ ছাৰেও সৰুকৈ কিন্তু ধুনীয়াকৈ ঘৰ এটা সাজিছে। সেই যে কলেজত জন ড্ৰিঙ্কৱাটাৰৰ 'আব্ৰাহাম লিঙ্কন' নাটক পঢ়ুৱাইছিল, সেই ইংৰাজীৰ প্ৰফেছৰ। গৱৰ্ণমেণ্ট অৱ দি পিপ্‌ল—বাই দি পিপ্‌ল, ফৰ দি পিপ্‌ল —এই বুলি পীড়িত মানুহৰ আশাৰ সৌধ ৰচি যোৱা লিঙ্কনৰ চৰিত্ৰ ব্যাখ্যা কৰা আমাৰ ছাৰে আজীৱন সঞ্চয়ৰ লগত ডাঙৰ অঙ্কৰ চৰকাৰী ঋণ মিহলাই চূণ-চুৰ্কি কিনিছে। বৰ ধৈৰ্য্য ছাৰৰ : লাহে লাহে চৰকাৰৰ ঋণ পৰিশোধ কৰিব। নহব কিয় ? খেতিয়কৰ লৰা আব্ৰাহাম লিঙ্কনে যদি প্ৰেছিডেণ্ট হব পাৰে, ছাৰে ঘৰ এটা সাজিবও নোৱাৰিবনে ?

ছাৰৰ ঘৰটো পাহাৰৰ অনতিদূৰত। ওচৰেদি সৰু আলি এটা গৈছে

এটা সৰু খেৰী ঘৰলৈ। সেইটো তিনিজন ছাত্ৰৰ মেছ। নাম শান্তিপুৰ বোৰ্ডিং হাউছ'; শ্ৰীৰামপুৰী কাগজত লিখি নিলিপা ইকৰাৰ বেৰত বাঁহৰ কাঠিৰে কায়দা কৰি আঁৰি থোৱা হৈছে। তাত মাত্ৰ তিনিজনহে থাকিব পাৰে। মাজে মাজে সলনি হৈ থাকে। আলিটো তাতে শেষ। কিন্তু তাৰ সিপাৰে, এটা শুকান খাল পাৰ হৈ, এটা প্ৰকাণ্ড দালান।

ৰমেশ, দুৰ্লভ আৰু মই দুবছৰ শান্তিপুৰ বোৰ্ডিং হাউছত একেলগে আছিলোঁ। তেতিয়াৰ কথা। চাৰি বছৰ মান আগতেই মেট্ৰিক পাছ কৰি চাকৰিত সোমাই ৰমেশে এতিয়া ৰাতি প্ৰাগ্‌জ্যোতিষ কলেজত নাম লগাইছে। ঘৰ তেজপুৰৰ পিনে। দুৰ্লভে নলবাৰীৰ পৰা আই-এ পাছ কৰি কটন কলেজত পঢ়িছেহি। গাৱঁত থাকে যদিও ধান আৰু অন্যান্য কাৰবাৰ কৰা দেউতাক অৱস্থাপন্ন মানুহ। তাৰ গাওঁখনৰ নামহে আমাৰ মনত নেথাকে। বৰ শান্ত, নম্ৰ ল'ৰা দুৰ্লভ। যথেষ্ট টকা-পইচা ঘৰৰ পৰা আনিও ভাল হোটেলত নেথাকি আমাৰ মেছতে ভাত ৰান্ধি খাই আছে। মই আই-এছ চি পাছ কৰিয়েই মিলিটাৰীৰ চাকৰিত সোমাই গোটেইখন দেশ ভ্ৰমিলো। মিলিটাৰীৰ লগতে চাকৰিও যেতিয়া গ'ল তেতিয়া দেখিলোঁ কেৱল নমৰা বেংক এটাত একেজাৰ মান টকা কোনোমতে বৈছেগৈ। ডিব্ৰুগড়ৰ ঘৰৰ পৰা এদিন চাকৰি লৈ অহাৰ দৰে টালি-টোপোলা লৈ পঢ়িবলৈ গুচি আহিলো। সপ্তাহত পাঁচ দিনৰ দুটা টিউশ্যন যোগাৰ কৰি লৈ গুৱাহাটী বিশ্ববিদ্যালয়ত নাম লগালোঁ।

এদিন পুৰণি 'আব্ৰাহাম লিঙ্কন' পঢ়োৱা ছাত্ৰৰ লগত দেখা কৰিবলৈ যাওঁতে থাকিবলৈ ঠাই বিচাৰি ফুৰা দেখি শান্তিপুৰ বোৰ্ডিং হাউছটো দেখুৱাই দিলে। তেতিয়া দুৰ্লভে অকলে "কোন দিনা যাই চলি" বুলি গাই গাই ভাত ৰান্ধি খাই আছিল—মেছত দুটা ছিট খালি। মই সোমাই পৰিলো। মোৰে বন্ধু এজনে কিছুদিনৰ পিচত ৰমেশক লগ লগাই দিলে।

ছাত্ৰৰ ঘৰটো পাৰ হৈ সৰু বাটটোৰে আমাৰ মেছটো। তাৰ

পৰা অনতিদূৰত শুকান খালটো পাৰ হৈ প্ৰকাণ্ড দালানটো। খালটো আমি কেতিয়াও পাৰ হোৱা নাই। পকী দালানটো আমি মেছটোত থাকিবলৈ লোৱাৰে পৰা সাজিবলৈ আৰম্ভ কৰিছিল। আমাৰ চোতালৰ পৰাই অথবা খিড়িকী খুলিলেই সকলো চকুত পৰে। প্ৰকাণ্ড চৌহদ ঘেৰি এবুকু দেৱাল দি মাজত দুমহলীয়াকৈ ঘাই ঘৰটো সজা হৈছিল। গাড়ী বাৰান্দাৰ পৰা উঠিয়েই ওপৰলৈ যাব পৰাকৈ একা-বেঁকা খটখটী সজা হৈছিল। ওপৰত ছাদৰ দিহা হৈছিল। এটা গাত খনা হৈছিল। পানীৰ কাৰণে দুটা ডাঙৰ টেঙ্ক তোলা হৈছিল।

মই কেতিয়াবা কওঁ, "দুৰ্লভ, আমাৰ ঘৰ এটা সাজা।"

সি কয়, "ঘৰ বান্ধিব টকা ক'ত পাম ?"

ৰমেশৰ খং উঠে ; "হেৰ টকা যদি তোৰ নাই তেন্তে আমাৰ আছে নেকি ? চাকৰি আৰু টিউশ্যন কৰি কোনে পঢ়িছে চা-চোন ?"

আমাৰ মাজত যে সি সৰু সেই কথা দুৰ্লভে মানি লৈছে। ৰমেশৰ ভমক দেখি সি স্বীকাৰ কৰিবলৈ বাধ্য হয় ; "হওঁতে পিতাই কৈছিল কিন্তু গৌহাটীত মাটি লোৱাৰ কথা।" মেছটো থকা ঠাই ডোখৰকে আমি কিনিবলৈ পৰামৰ্শ দিওঁ। দুৰ্লভে কয়, মাটি-ডোখৰ কুমাৰপাৰাত থকা এজন পণ্ডিতৰ, নেবেচে; ছাত্ৰ দুজন মানে পঢ়িবলৈ ইচ্ছা কৰা দেখিহে অস্থায়ী ঘৰটো সাজিবলৈ দিছে।

আজৰি পালেই ছাৰৰ ঘৰলৈ আহোঁ। ছাৰ আৰু বাইদেউৰ লগত সুখৰ-দুখৰ কথা পাতো। লৰা-ছোৱালী কেইটাৰ লগত ধেমালি কৰো। বাইদেউজনী বৰ সাদৰী, সদায় চাহ জলপান খুৱাবই। কেতিয়াবা বাৰীত সোমাই শাক-পাচলিবো যতন লোৱাত ছাৰক সহায় কৰি দিওঁ। ছাৰে সৰু সৰু কথাৰ মাজতে কেতিয়াবা ইংৰাজী কবিতা মাতি দিয়ে। ধৰিব নোৱাৰিলে বহলাই ব্যাখ্যা কৰে। বজাৰৰ পৰা সৰু-সুৰা বস্তু বাইদেউক আনি দিয়াৰ পাল সদায় মোৰ। পাণবজাৰ, পল্টন বজাৰ, কাঁচা বজাৰৰ হুলস্থুল পাৰ হৈ শান্তিপুৰৰ শান্ত পৰিবেশত এনেকুৱা এখন মৰমীয়াল ঘৰত অলপ সময় থাকিবলৈ পাই আমাৰ বৰ

ভাল লাগে। চাকৰি কৰিব লাগে কাৰণে ৰমেশে বৰ বেছি সময় নেপায়। গতিকে সি যেতিয়াই সময় পায় তেতিয়াই ল'ৰা ছোৱালী কিটাক বিশ্রাম ভুলি নৈৰ পাৰে পাৰে ফুৰাই আনেগৈ, নহলে বাইদেউক মেটিনী দেখুৱাই আনেগৈ।

ছাৰৰ ঘৰটো বৰ ডাঙৰ নহয়। অলপ দীঘলীয়াকৈ ঘাই ঘৰটো সাজিছে, পাচ ফালে পথালিকৈ সৰু পাকঘৰটো। পাৰ্টিকো সাজিবলৈ ভেটি তুলি ইটাবে চাৰিওফালে বান্ধি থৈছে, কিন্তু এতিয়াও পৰা নাই। নতুন দালানটো দেখুৱাই আমি কওঁ, "ছাৰ, নতুনকৈ ঘৰ সাজিছে যেতিয়া একে কোবে সেইটোৰ দৰেই এটা সাজি পেলাব লাগিছিল।"

দুখ আৰু ক্ষোভতেই নে সচাঁই ধেমালি কৰিবৰ মনেৰেই কব নোৱাৰো, ছাৰে উত্তৰ দিয়ে, "এই বিষয়ত মই নীলমণি বুইছা? Money nil." তাৰ পিচত ছাৰে আমাক বুজাই কয়, "বৰ বেছি মোহ কৰা ভাল নহয় বুইছা? যিমানে পোৱা সিমানে লাগে, কেতিয়াও নোজোৰে। বেছি হলেই লেঠা, বহুত গোলমাল।"

আমি নীৰবে হাঁহি শলাগি থওঁ যদিও মনে মনে অনুভৱ কৰো, মস্ত পকী ঘৰ সাজিবলৈ ছাৰৰ সামৰ্থ্য নাই।

এদিন জেওবাৰে আবেলি ব'দত ঘামি-জামি দুৰ্লভ ঘৰৰ পৰা ওলালহি—শনিবাৰে গৈছিল। বাটৰ পৰা সি এটকাৰ চাৰিটা ডাঙৰ ডাঙৰ আম কিনি আনিছিল। গৰমৰ বাবে ইচাটি-বিচাটি কৰি কৰি থকা দুৰ্লভক আম অনাৰ বাবে খুউব মৰম কৰিবলৈ ধৰিলো, ইমান ব'দত কিয় ঘৰৰ পৰা আহিব লাগে বুলি ডবিয়ালো, মাক-দেউতাকৰ গা কেনে খবৰ ললো। আমাৰ অত্যধিক মৰম পাই সি গৰমৰ কথা পাহৰি হাঁহিবলৈ ধৰিলে। ৰমেশে কটাৰী এখন আনি চোতালতে আম আৰু কাঁহী এখন লৈ বহিল। দুৰ্লভ আৰু মযো টুল দুখন ওচৰ চপাই ললো। মই পানীও এবাল্টি ৰমেশৰ ওচৰত দিলো। জিভাই আমৰ সোৱাদ পোৱাৰ লগে লগে আমাৰ দেহ-মন জুৰ পৰি গ'ল। আমৰ গুণ বখানিবলৈ গৈ মই ভাৰতৰ বিদেশী অতিথিয়ে আম ভাল

পোৱাৰ কথা বন্ধু দুজনক সোঁৱৰাই দিলো। ৰমেশে নীৰৱে তৃতীয়টো আম কাটিবলৈ আৰম্ভ কৰিলে।

কিন্তু এবাৰ হঠাৎ মোৰ চকুত পৰিল: আমৰ গুটি চুহি থকা অৱস্থাতে থৰ লাগি বৈ দুৰ্লভে নতুন ঘৰটোৰ পিনে চাই আছে। তাৰ দৃষ্টি অনুসৰণ কৰি ময়ো অবাক হৈ উঠিলো: দুখন গাড়ী আৰু বহুত মানুহ আহিছে, কাম-কৰা মানুহবোৰে দামী দামী গধুৰ গধুৰ বস্তু সুমুৱাইছে, লৰা-ছোৱালী-তিৰোতাই দুৱাৰ আৰু খিড়িকীয়েদি ভুমুকিয়াই চাইছে, কোনোবাই গৰগৰীয়া দুটা মাতেৰে কাৰোবাক আদেশ দিছে।

আম কাটি ৰমেশে আমাৰ ফালে আগবঢ়াই দিলে। মই তাক দৃশ্যটো দেখুৱালো। সিও একেথৰে চাবলৈ ধৰিলে। নীৰৱে আম খাই খাই আমি পানী নোহোৱা খালটোৰ সিপাৰে নতুন ঘৰ লোৱা দৃশ্যটো চাবলৈ ধৰিলো। আমি আম খাই শেষ কৰালৈকে, আনকি দুৰ্লভৰ গুটি চোহা শেষ হোৱালৈকে একে হৈ-চৈ, লৰা-ধপৰা চলি থাকিল।

এবাৰ কাঁহীখন লৈ ঘপহ কৰে ৰমেশ উঠা দেখি চক খাই আমি তাৰ ফালে চালো। সি তৰোৱাল ঘুৰোৱাদি কাঁহীখনক শূন্যত ঘূৰাই খকতে কলে, "ভাল বস্তু অকণ খাব নোৱাৰি সুকলমে।" ভালকৈ লক্ষ্য কৰি দেখিলো, ভালেমান ভেনা মাখি আহি আমাক আক্ৰমণ কৰিছে; আনকি আমাৰ সুগন্ধি মুখতো পৰিব খোজেহি। দুৰ্লভে মন্তব্য কৰিলে, "আমাৰ গোন্ধ পালে ভেনা মাখি আহিবই।"

নতুন মানুহ ঘৰৰ কথাই আমি আলোচনা কৰিবলৈ ধৰিলো। আমাৰ ধাৰণা হ'ল যে গৰাকীজন ভীষণ চহকী মানুহ, সম্ভৱতঃ উজনিৰ কোনোবা চাহ খেতিয়ক। নহলে ইমান টকা ক'ত পাব? দুৰ্লভে স্বীকাৰ কৰিলে যে তাৰ পিতাকে ইমান ডাঙৰ ঘৰ সজাৰ কথা ভাবিবই নোৱাৰে; খুব বেছি, দুকঠা মাটি কিনি সৰু টি-পেটাৰ্নৰ এটা ঘৰ বান্ধিব পাৰিব। মটৰতো নায়েই।

গধূলি হোৱাৰ ঠিক আগে আগে ছাবৰ ঘৰ পালোগৈ। বাইদেউক কিবা এটা আনি দিব লগীয়া আছিল। ছাবে ছোৱালী এজনীৰ লগত সমুখৰ কোঠাটোতে হাঁহি হাঁহি কথা পাতি আছিল। ছোৱালী জনী সুয় প্ৰগলভা আৰু বেছ স্মার্ট। কিবা ডাঙৰ কথা লৈ ছাবৰ লগত তর্ক কৰিছিল—যিবোৰ ডাঙৰ কথা ছাৱইঁতৰ লগত পাতিব পাৰে কেৱল ছোৱালীযেহে। ছাবৰ তাত ছোৱালীজনী আগতে দেখা মনত নপৰে।

মই ছাবক মাত লগাই ভিতৰলৈ গলো। বাইদেউক সুধিহে জানিব পাৰিলো যে ছোৱালীজনী সেই নতুন ঘৰটোৰ ছোৱালী। নতুন ঘৰটো মোমায়েকৰ, কিবা-কিবি কাৰবাৰ কৰে, ছোৱালীজনী সৰুৰে পৰা মোমায়েক-মায়েকৰ লগত আছে। কটন কলেজত নাম লগাইছে। "সাহিত্য-চাহিত্য কৰে বোলে সেই কাৰণে তেখেতৰ ওচৰলৈ আহিছে।"—বাইদেৱে কলে। নতুন ঘৰটোৰ মানুহ বুলি মোৰ উৎসুকতা বাঢ়িল আৰু সেই কাৰণে ওলাই আহিবৰ সময়ত ছাৱইঁতৰ ওচৰত অকাৰণতে কিছুসময় বহি থাকিলো। ছাবে অৱশ্যে চিনাকি কৰি দিলে, "এওঁ দেৱযানি বুজিছা, আমাৰ কলেজলৈ ছেকেণ্ড ইয়াৰত ট্ৰেন্সফাৰ লৈ আহিছে। সেই যে নতুন ঘৰটো, তাতে থাকে। মানে আজিৰ পৰা থাকিব। নতুন ঘৰটো সজাই-পৰাই লোৱা গণ্ড-গোলৰ পৰা হাত সাৰিবলৈ মোৰ ইয়াত কথা পাতিবলৈ আহিছে।"

মোৰ পৰিচয় ছাবে দিয়াত ছোৱালীজনীয়ে সুধিলে, "আপোনাৰ ঘৰ ইয়াতে নেকি ?" মই কলো ঘৰ নহয়, মেছহে। এই পিনে নিলিপা খেৰী ঘৰ এটা আছে—তাতে আমি তিনিজন থাকো। আপোনালোকৰ ঘৰটো সাজিবলৈ আৰম্ভ কৰাৰে পৰা দেখিছো। তাৰ পৰা আমাৰ মেছটো দেখি।"

সেইদিনা গধূলি মেছলৈ আহি ৰমেশ আৰু দুর্লভৰ আগত দেৱযানিৰ কথা কলোঁ। দুর্লভক সুধিলো কলেজত সি ছোৱালীজনী দেখিছেনে নাই। সি কলে, তেনেকুৱা ছোৱালী দেখা তাৰ মনত নপৰে, থাকিবও পাৰে। চব ছোৱালী সি চিনি নেপায়; আৰু নাম কাৰো নেজানে।

মই ৰমেশৰ চকুলৈ চালোঁ। চকুৱে চকুৱে কথা কৈ আমি যোগাকৈ দুৰ্লভলৈ চালোঁ: অলগৰ্দ্ধ। একো খবৰ নাৰাখে। সি আমাৰ চকুৰ গালি বুজিব পাৰি লাজতে তলমূৰ কৰিলে। তাৰ আগত মুখ ফুটাই বেছি কথা কবও নোৱাৰি—সৰু ল'ৰা।

অৱশেষে লাহে লাহে আমি দেৱযানিৰ ঘৰৰ বিষয়ে বহুত কথাই জানিলোঁ। খবৰবোৰৰ কিছু কিছু সংগ্ৰহ কৰিলে দুৰ্লভে; আতকৈ বেছি আনিলে ৰমেশে; সৰহভাগ ছাৰ আৰু বাইদেউৰ পৰা শুনা। দেৱযানিৰ মোমায়েকৰ নাম ৰাজীব লোচন বৰুৱা; কাঠৰ ডাঙৰ ব্যবসায় আছে, এখন ডাঙৰ বাগিছাও কেই বছৰ মানৰ আগতে ইউৰোপীয় কোম্পানী এটাৰ পৰা কিনি লাভজনক ভাৱে চলাইছে। যুদ্ধৰ সময়তো ঠিকা কৰোৱাইছিল আৰু মিলিটাৰীলৈ বিৰাট পৰিমাণে শাক-পাছলি সৰবৰাহ কৰিছিল। দুবছৰ মান ফিল্ম পৰিবেশন কৰিবলৈও লয়। এতিয়া অসমীয়া ছবি এখন নিৰ্ম্মাণ কৰিব খুজিছে। এই সকলোবোৰ কামৰ সুবিধা হব বুলি গুৱাহাটীতে ঘৰ সাজি লৈছে।

বাইদেৱে কলে, "দেৱযানিয়ে বোলে ফিলিমত গান লিখি দিব।"

বৰুৱাই দুটা বেতৰ মহলো ৰাখিছে। এতিয়া কাঠ আৰু বেত মজুত ৰাখিবলৈ উলুবাৰীৰ পিনে দুটা গুদাম সজাই লৈছে। মুঠতে তেখেতে গুৱাহাটীত মাটি কিনি ঘৰ সাজি টকা এসোপা অবাবত খৰচ কৰা নাই, ব্যবসায়ৰ জালো লগে লগে পেলাইছিল।

শান্তিপুৰ বোৰ্ডিং হাউছৰ চোতালৰ পৰা আমি অবাক হৈ চাই থাকোঁ: দেৱযানিহঁতৰ ঘৰত দিন-ৰাতি হৈ চৈ, আহিছে মটৰ, গৈছে মটৰ—সম্ভৱতঃ খাইছে বস্তু, পেলাইছে বস্তু। সকলো ধৰণৰ মানুহ অহা দেখা যায়। কেতিয়াবা বিৰাট বপুৰ মাৰোৱাৰী মহাজন, কেতিয়াবা খাকী ট্ৰাউজাৰ্চ, বগা হাফছাৰ্ট পৰিহিত ঠিকাদাৰ, কেতিয়াবা মলিয়ন পাঞ্জাৱী পায়জামা পিন্ধা আৰু লাজকুৰীয়া মুখমণ্ডলত উদাস ভঙ্গী লৈ থকা লিচপিচীয়া ডেকা লৰা, ইত্যাদি।

মই কেতিয়াবা কৈ উঠোঁ, ইমানবোৰ মানুহে ফিল্ম কৰিবনে?

বিৰক্ত হৈ ৰমেশে কেইটামান ৰাক্যত বুজাই দিয়ে যে 'ৰামধেনু আঁৰ' আৰু 'উদাস উদাস' কেইটাইহে কৰিব, ৰাকী সোপাই ৰক্সাৰ বাকীসোপা ক'ৰি—অৰ্থাৎ তেওঁলোক ব্যৱসায় সংক্ৰান্ততহে ভালে আছে। ইমান দিনে সেই ঠাই ডোখৰলৈ কোনোৰা আহিছিল নে? এতিয়া তাৰ দাম বাঢ়িছে। সিদিনা আমি আম খাওঁতে মাথি অহাৰ দৰে ভাল বস্তু দেখি এতিয়া নতুন ঘৰটোলৈ চব ধৰণৰ মানুহ আহিছে।

মই সুধিলো, ভাল বস্তু মানে টকাতো?

ৰমেশে একো নেমাতিলে। আমাৰ আলোচনাত কেতিয়াও মন্তব্য প্ৰকাশ নকৰা দুৰ্লভে লাহেকৈ কলে, টকাৰ উপৰিও ভাল বস্তু থাকিব পাৰে, যেনে—দেৱযানি।

আমি দুয়ো চাঁত কৰে ঘূৰি তালৈ চালো। সি সঙ্কোচত সেমেনা সেমেনি কৰিবলৈ ধৰিলে। নকবলগীয়া সাংঘাতিক কিবা কথা কৈ পেলালে বুলি ভাবি লৈ আৰু আমাৰ কাষত নেথাকিল; ভিতৰলৈ গৈ মোনা এটা লৈ একেবাৰে বজাৰ কৰিবলৈ গুচি গ'ল। আমি আৰু সেই বিষয়ে কথা নুলিয়ালো। দেৱযানিক আমৰ লগত তুলনা কৰিবলৈ মন নগ'ল। ৰমেশে 'ৰিডাৰ্ছ ডাইজেষ্ট' ত ধেমেলীয়া কথা বিচাৰিবলৈ ধৰিলে আৰু মই বিচাৰিবলৈ ধৰিলো 'মাই চাইনিজ ৱাইফ'ক ক'ত এৰিছিলো।

মাজে মাজে ছাৰৰ তাত দেৱযানিক লগ পাওঁ। বৰ অমায়িক ছোৱালী জনী; নিজৰ কথা বৰ সৰল ভাৱে কয়, বৰ ভাল লাগে। ঘৰৰ অৱস্থা হেনো তিমান ভাল নহয়। কিন্তু "মামাই বৰ ভাল পায়; এৰিবই নোখোজে।" সকৰে পৰা তুলি-তালি ডাঙৰ-দীঘল কৰিছে বুলি কব পাৰি। কিন্নৰ কাম কিমান দূৰ আগুৱাইছে সোধো, কি কি গান লিখিছে সোধো। তেওঁ অকাতৰে সকলো কয়, মামাৰ বিজনেছে কামত বাধা দিছে বুলি দুখ কৰে আৰু দুটামান গানো গুণগুণকৈ গাই শুনায়। বৰ ভাল হব বুলি আশ্বি দলাগো। 'প্ৰাণৰ সাগৰৰ সিপাৰত মোৰ মন পৰি ৰ'ল' নে কি এটা

গাই শুনাইছিল, সেইটোত তেওঁলোকৰ দালানটোৰ পৰা খালটোৰ এই পাৰে থকা আমাৰ মেছটোৰ কথাকে লিখা যেন লাগিছিল।

কিছুদিন আমাৰ পৃথিৱীখন এইদৰেই চলি থাকিল। অৰ্থাৎ কাব্যামৃতৰ আস্বাদন আৰু ঘৰটো সম্পূৰ্ণ কৰাৰ সমস্যাই ছাৰৰ মনত টাগ-অৱ-ৱাৰ চলাই থাকিল। ৰমেশৰ শ্বিলঙলৈ বদলি হোৱাৰ আদেশ আহিছিল। সি কিংকৰ্ত্তব্যবিমূঢ় হৈ ঘুৰি ফুৰিছিল। দুৰ্লভে কলেজৰ আলোচনীত দিবলৈ গল্প এটা লিখি উলিয়াবলৈ উঠি-পৰি লাগিছিল। মই চিন্তা কৰিছিলো পাছ কৰি উঠি কি কৰিম—স্নাতকোত্তৰ পঢ়িবলৈ পইচা নহবগৈ, ইফালে নপঢ়িলেও চাকৰি যোগাৰ কৰা টান হব।

ইকালে ছাৰে সদাই আমাক বক্তৃতা দিবই লাগিছে: মানুহ সৎ হৈ থকাটোৱেই আটাইতকৈ ডাঙৰ কথা। সততা বিনে মানুহৰ কল্যাণ নাই; ব্যক্তিগত সততা নেথাকিলে সৎ বা মহৎ সাহিত্যৰ সৃষ্টি হব নোৱাৰে, ৰাজনৈতিক আকাশ নিৰ্ম্মল হব নোৱাৰে, শিল্পীৰ চৰ্চ্চা বৃথা, বিশ্বৰ ভৱিষ্যত অন্ধকাৰ।

কিন্তু দুৰ্লভে সৎ ভাৱে ইমান চেষ্টা কৰিও যে ভাল গল্প এটা লিখিব পৰা নাই। ৰমেশে নিজৰ আৰ্থিক অস্বচ্ছলতাৰ কথা বৰ্ণাই আৰু পঢ়া-শুনাৰ সুবিধাৰ কথা জনাই সৎ ভাৱে দৰ্খাস্ত এখন দিলেই জানো ওপৰৰ পৰা বদলিৰ আদেশ বাতিল হ'ব? মই পাছ কৰাৰ খবৰ ওলোৱাৰ পিচতে ভাল চাকৰি এটা পামনে?—কাৰণ মই সৎ মানুহ। সৎ মানুহ ছাৰৰ ঘৰটো কিয় সম্পূৰ্ণ নহয়?

আৰু দেৱযানি······

এৰাতি খাই-বৈ আমি তিনিও বিচনাতে পৰি পৰি কিতাপ পঢ়ি আছিলো। ৰাতি তেতিয়া দহমান বাজিছে। মাজে মাজে জাহাজে উকি নেমাৰিলে আৰু ৰেলাগাড়ী নচলিলে পৃথিৱীখন নিজম, নিথৰ যেন লাগে। শান্তিপুৰ তেতিয়া সঁচাই শান্তিপুৰ। ভবলু সিপাৰে সাদৰী থকা কাৰো মাত শুনা দেশ বুলিব পাৰি। সৎ প্ৰচেষ্টাৰে আমাৰ ব্যৰ্থ জীৱনৰ সমস্যাৱলীৰ কথাও আমি তেতিয়া পাহৰি যাওঁ।

কিন্তু পাহৰি যোৱাৰ অৰ্থ অস্তিত্ব লোপ হোৱা হৈ যোৱা নহয়। তিনি চুকে তিনিখন বিচনাত শুই পৰো, ৰাতিৰ অন্ধকাৰত যোৱাঁও নেদেখি, তুঁহৰ জুইৰ জুয়ো নমনি।

ভেজা দি থোৱা বাঁহৰ দুৱাৰখন হঠাৎ কেৰকেৰাই উঠিল। আমি তিনিও সজাগ হৈ উঠিলো। দুৱাৰখন লৰি আকৌ কেৰকেৰাই উঠিল। 'কোন' বুলি মই মাত দি উঠিলো। কোনোৱাই নক্ কৰিলে। বাঁহৰ কামিত শব্দ মুঠে। দুৰ্লভক কলো চাই আহিবলৈ। সি উঠি গৈ দুৱাৰখন চোচোৰাই খুলি দিলে। কিন্তু ভয় খাই উঠাৰ দৰে দুখোজ পিছুৱাই অহা দেখি আমি বিচনাতে উঠি বহিলো। কিন্তু সি ভয় খোৱা নাছিল, আচৰিতহে হৈছিল। বেভাৰ দৰে হাঁহি হাঁহি সি দেৱযানিক মোৰ ফালে হাত দেখুৱাই আগ বঢ়াই দিলে। ৰমেশ জপিয়াই উঠিল। মই বিমূঢ় নহবলৈ চেষ্টা কৰিলো। বিৰিঞ্চিজীয়ে যোৱা কাঠেৰে বেৰাকৈ সজা একমাত্র চকিখন আগ বঢ়াই দি কলো, "বহক।"

তেওঁ বহিল। মুখখন মলিন। ঘৰত পিন্ধিথকা কাপোৰ সাজেৰেই আহিছে। শুদা ভৰি দুটাত বোকা লাগি আছে। ৰমেশ ওচৰ চাপি আহিল। দুৰ্লভে দুৱাৰখন আকৌ চোচোৰাই বন্ধ কৰি দি আঁতৰত ৰমেশৰ বিচনা খনত বহি থাকিলগৈ। ছাৱৰ ঘৰত আমাৰ তিনিওৰে দেৱযানিৰ লগত পৰিচয় হৈছিল। গতিকে কথা পাতিবলৈ কাৰো সঙ্কোচ হোৱা উচিত নাছিল। তথাপি সময় আৰু পৰিবেশে যেন আমাৰ মুখ চেপি ধৰিছিল। অৱশেষত ৰমেশে সুধিলে : "আপুনি ?"

দেৱযানিয়ে মূৰ তুলি চালে। একো নকলে। মযো কবলৈ কথা বিচাৰি নেপালোঁ। সঙ্কোচ কৰাটো নেদেখুৱাবলৈকে হব পায় দুৰ্লভে কলে, "আপুনি সেই খালটো পাৰ হৈ আহিল নেকি ?"

আমি খঙেৰে তাৰ ফালে চালোঁ : কবলৈ আৰু কথা বিচাৰি নেপালে ? কিন্তু ছোৱালীজনীয়ে উত্তৰ দিলে, "হয় মই খালটো পাৰ হৈ আহিলোঁ। বিপদৰ খালো পাৰ হৈ আহিব পৰা হলে ভাল আছিল।"

আমি একো বুজিব নোৱাৰিলোঁ। মই সুধিলো, "কি হৈছে? কি কি বিপদৰ কথা কৈছে ভালকৈ কওকচোন?"

কালেকো নোচোৱাকৈ দেৱযানিয়ে লাহে লাহে, গম্ভীৰ ভাৱে কলে, "আৰু দুদিনমান ঘৰত থাকিলে হয় মই আত্মহত্যা কৰিব লাগিব নহয় মোৰ নৈতিক মৃত্যু ঘটাব। সেই কাৰণে মই পলাই আহিছোঁ। মানুহৰ দৰে জীয়াই থকা মোৰ পক্ষে টান হৈ পৰিছে। মোক আপোনালোকে ৰক্ষা কৰক, অকমান আশ্ৰয় দিয়ক।"

আমি তথাপি কথাটো নুবুজিলোঁ। ৰমেশে কলে, "আমি ঠিক বুজিব পৰা নাই আপোনাৰ কি হৈছে। তথাপি আপুনি অধৈৰ্য্য হোৱা উচিত নহয়। ব'লক আমি আপোনাক ঘৰত থৈ আহোঁগে। এই সময়ত ইয়াত আপুনি থকা ঠিক নহয়।"

"নেযাওঁ!" তেওঁ জাপ মাৰি উঠিল। "মই ঘৰলৈ নেযাওঁ। আপোনালোকে যদি বেয়া পাইছে তেন্তে মই যাওঁ গৈ।"

মই বাধা দিলোঁ, "ৰ'ব। আমাক মিছা দোষ দি আপুনি নেযাব। আহক ছাৰৰ ঘৰলৈকে যাওঁ।"

দেৱযানি মান্তি হ'ল। তেওঁক আগে আগে লৈ আমি তিনিও ওলাই গলো। ছাৰ আৰু বাইদেউ শোৱা নাছিল। আমাৰ উৎকণ্ঠ আহ্বান শুনি দুয়ো দুৱাৰ খুলি ওলাই অবাক হৈ গ'ল। কথাটো যিমান পাৰো চমুকৈ থিয়ৈ থিয়ৈ মই বুজাই কলোঁ। দেৱযানি ইতিমধ্যে সোমাই গৈ চকি এখনত বহি পৰিছিল, বাইদেৱে তেওঁক ধৰিলেগৈ। উদ্বিগ্ন হৈ ছাৰো তেওঁৰ ওচৰ পালেগৈ, পাচে পাচে আমিও। ছাৰে তেওঁৰ মূৰত হাত বুলাই বুলাই সুধিলে, "অ' মা, দেৱযানি, কি হৈছে তোমাৰ?" তেওঁ বাইদেউৰ বুকুত সোমাই কান্দি পেলালে। তাৰ মাজতে যি কলে তাৰ মৰ্ম্ম এই: ব্যৱসায় আৰু ফিল্ম কৰাৰ নামত ৰাজীৱলোচন বৰুৱাৰ ঘৰত অগণন ভাল-বেয়া মানুহৰ সমাগম হৈছে। ব্যৱসায়ী বৰুৱাই সকলোকে সন্তুষ্ট কৰি ৰাখিব খোজে। সকলোৰে অভ্যৰ্থনাৰ ভাৰ দেৱযানিৰ ওপৰত। কিন্তু এনে কিছুমান হীনমনা মানুহ

তেওঁৰ সংস্পৰ্শ লৈ আহিছে যাক তেওঁ খন্তেকলৈও সহ্য কৰিব নোৱাৰে, তাৰে কিছুমানৰ বৰ অশুভ আৰু অশোভনীয় ইঙ্গিতো তেওঁ নোপোৱাকৈ থকা নাই। মোমায়েকৰ ওচৰত আপত্তি কৰিলে তেখেতে হয় ধমক দিয়ে নহয় উকৰাই দিয়ে। কিন্তু কৰাৰ নামতো কিছুমান চৰিত্ৰহীন মানুহ তেখেতৰ লগ লৈছেহি। আজি তেনে কিছুমান মানুহক দেৱযানিয়ে কিবা কাৰণত টান কথা কোৱাত বকৰাই ভীষণ খং কৰিছে আৰু ঘৰৰ পৰা বাহিৰ কৰি দিব বুলি ভয় খুৱাইছে। সেই দেখি তেওঁ পলাই আহিছে।

খং আৰু অপমানত ছাৱে মাতিব নোৱাৰা হ'ল। ভালেমান পৰ চিন্তা কৰি থাকি ৰায় দিলে যে দেৱযানি বাতিটো তেখেতৰ তাতে থাকিব আৰু খবৰটো মানুহ এটাৰ হতুৱাই ঘৰলৈ পঠাই দিব।

আমি মেছলৈ উলটিলো। চোতালৰ পৰা দেখিলো বকৰাৰ প্ৰকাণ্ড ঘৰৰ ভিতৰত উজ্জ্বল বিজুলী বাতি জ্বলিছে, মানুহ ওলাইছে-সোমাইছে। দুই-এখন গাড়ী বাহিৰত ৰৈ আছে। আমি লেম নুমুৱাই শুই পৰিলো। আমাৰ মাজত আৰু একো কথা নোলাল। বহুত ৰাতিলৈকে টোপনি অহা নাছিল।

পিছ দিনা ৰাতিপুৱা খবৰ লবলৈ গলো। চাহ-তাহ খাই গা-পা ধুই বাওঁ মানে ভালেমান পলমেই হৈ গ'ল। ছাৰ কলেজলৈ ওলাইছিল। বাইদেউৰ পৰা গম পালো, ৰাতি ছাৱে কোৱা মতেই চিঠি এখন বকৰাৰ ঘৰলৈ পঠাইছিল। ৰাতি আৰু একো গোলমাল নহ'ল। দেৱযানি তাতে থাকিল। ৰাতিপুৱাই গাড়ী লৈ বকৰা ওলালহি। ছাৰৰ লগত বহুত তৰ্কাতৰ্কি লাগিল। ছোৱালীজনীক প্ৰশ্ৰয় দি ৰাখি থৈ ছাৱে বেয়া কৰিছে আৰু তাৰ পৰিণাম বেয়াও হব পাৰে বুলি বকৰাই ভয় দেখুৱাইছিল, ছাৱে টেবুলত চকিয়াই কৈ দিলে, "আই ডণ্ট কেয়াৰ।" টাই ভালৰ গাঁথিটো ভালকৈ নোতোলাকৈয়ে কোটটো পিন্ধি লৰা-ধপৰাকৈ কিতাপ-পত্ৰ লৈ কলেজলৈ ওলাই ছাৱে কলে, "এৰাহে, মানুহজনক মই ৱাৰ্নিং দি দিলো যেন দেৱযানিক আৰু একো দিগদাৰ নিদিয়ে। নহলে কথা বেয়া হব।"

যোমায়েকে দেৱযানিক লৈ গ'ল।

সেইদিনা গধূলি এজন মানুহে আমাক খবৰ দি গ'লহি যে আমি মেছটো ভাঙি দিব লাগে। কাৰণ মাটি ডোখৰ বাজীৱ লোচন বৰুৱাই কিনি লৈছে; ইয়াত এখন্তেকো তেখেতে আমাক থাকিবলৈ নিদিয়ে। ছাবক কথাটো কলোগৈ। তেখেতে মাত্ৰ কলে যে সৰু মানুহৰ প্ৰতিশোধৰ ধৰণো সৰু, "তোমালোকে অন্য ঠাই বিচাৰা।" আমি পিছদিনা মেছ ভাঙিবলৈকে থিৰ কৰিলো। বৰুৱাৰ ঘৰ যৰত চলা অসভ্যতা-বোৰ আমাৰ চকুত পৰি থাকিব বুলিয়েইনে তেখেতৰ ঘৰৰ পৰা আন কোনোবা ছোৱালী আমাৰ মেছলৈ পলাই আহিব বুলি শঙ্কা কৰিয়েই কব নোৱাৰো তেখেতে এইদৰে প্ৰতিশোধ ললে।

পিছদিনা বাতিপুৱাই আমি টালি-টোপোলা বান্ধিলো। মাটিৰ ভূতপূৰ্ব্ব মালিক পণ্ডিতজন আহিল, লগত কেইজন মান বন্ধুৱা। কলে, "বোপাইহঁত বেয়া নেপাবা, মই মাটি ডোখৰ বেচি দিলো। তোমালোকৰ আহুকাল হৈছে হয়। কিন্তু কি কৰিম, মিঃ বৰুৱাই টকাৰ লগতে ভাল মাটি ডুকঠাও দিছে, গতিকে বিক্ৰী কৰি দিলো।" আমি ঘোৰা গাড়ীত বস্তুবোৰ তুলি দি ছাবৰ ঘৰৰ পৰা বিদায় লৈ ওলাই গলো। শান্তিপুৰ বোৰ্ডিং হাউছত আৰু শান্তিৰে থাকিব নোৱাৰিলো। ছাবে মাত দিব নোৱাৰি থম-থম কৰি বহি থাকিল। বাইদেৱে চকুপানী টুকিলে।

দেৱযানিয়ে নিজৰ সভ্যতা বজাই ৰাখিব পাৰিছেনে নাই কব নোৱাৰো। বৰুৱাৰ ফিল্মৰ কাম কিমানদূৰ আগ বাঢ়িছে তাকো কব নোৱাৰো। মই এতিয়া হোটেল এটাত থাকি মেছে মেছে ছিট বিচাৰি ঘূৰিছো। এদিন মোৰ লগত থাকি ৰমেশ শিলঙলৈ গ'লগৈ। দুৰ্গাও গাঁৱলৈ গৈছিল, থকাৰ আন সুবিধা কৰিছে তাকো অহাৰ কথা আছিল।

## পীতাম্বৰৰ প্ৰত্যাৱৰ্ত্তন

পদুমৰ বিয়া বুলি গাওঁখনত এনেয়ে উদুলি-মুদুলি। তাতে বহুত দিনৰ মূৰত হঠাৎ কৰবাৰপৰা পীতাম্বৰ ওলোৱাহিত ল'ৰা-ছোৱালীৰ-পৰা বুঢ়া-বুঢ়ীলৈকে সকলোৰে মনত এটা বেলেগ উছাহ, এটা বেলেগ কৌতূহলৰ সৃষ্টি হ'ল। চাৰি-পাঁচ বছৰ পীতাম্বৰ গাঁৱত নাই। তাৰ কথা সকলোৱে একপ্ৰকাৰ পাহৰিয়ে গৈছিল। কিন্তু সি আহিলতে তাৰ সকলো কথা সকলোৰে মনত পৰি গ'ল। যেন পীতাম্বৰ সদাই গাঁৱতে আছে।

বিয়াখনো গাঁওখনৰ কাৰণে কম ডাঙৰ কথা নহয়। কাৰণ পদুম গাঁওখনৰ ভিতৰতে শিক্ষিতা, অমায়িক আৰু দেখনিয়াৰ ছোৱালী। তাইৰ দেউতাক যদু হাজৰিকাৰ ঘৰখনো—'কেৰাণীৰ ঘৰ'—জনাজাত, জনপ্ৰিয় আৰু বেছ সম্মানিত। গাঁওখনত যদু কেৰানী শিক্ষিত, চহকী আৰু প্ৰতিপত্তিশীল। আঠ মাইল আঁতৰৰ বাগিচা এখনত ফুল এবিৰবে পৰা সামান্য চাকৰিত সোমাই আজি হেডক্লাৰ্ক হিচাপে পেন্সন লৈছে। বাগিচাৰ কৰ্মচাৰী হৈ তেখেতে নিচলা ঘৰখন চকুতলগা কৰি তুলিলে। গাওঁ এৰা নাই। তেখেতৰ ডাঙৰ লৰাটো এতিয়া হাকিম হৈছে। সৰুটোৱে গুৱাহাটীত কলেজত পঢ়ি আছে। পদুমেই ডাঙৰ ছোৱালী—তাইক মেট্ৰিক পাছ কৰাই এতিয়া বিয়া দিছে। সৰুজনী ছোৱালী উজলা এতিয়াও হাইস্কুলত পঢ়ি আছে।

হাজৰিকাৰ পৰিয়ালো গাঁৱৰ জীয়ৰী আছিল। গতিকে গাঁৱৰ ঘৰত থাকিবলৈ কোনো দিনেই বেয়া পোৱা নাই। বাগিচাত গৈ কিছুদিন থাকিলেও গাঁৱৰ ঘৰখনক তেওঁলোকে কোনোদিনে অৱহেলা কৰা নাই। গতিকে মাক-দেউতাকৰ লগতে ল'ৰা-ছোৱালী কেইটাও গাঁৱৰ সমাজতো নগৰ বা বাগিচাৰ জীৱনৰ দৰেই অভ্যস্ত। গতিকে গাঁওখনত পদুম আৰু গুৱলাৰ সমনীয়া আৰু সখীয়েক বহুতো আছে। পদুমৰ বিয়াখনো সেই কাৰণে গাঁৱৰ ছোৱালী আটাইৰে যে বৰ আগ্ৰহৰ হব সেইটো ধৰি লবই পাৰি। অৱশ্যে অকল ছোৱালী কেইজনীয়েই নহয়, গোটেই গাঁওখনকে যদু হাজৰিকাই বিয়ালৈ মাতিছে আৰু সকলোৱে বিয়াৰ যোগাৰত লাগি-ভাগিও দিছেহি। কিছুমানে বভা তৰাত সহায় কৰিছে, কিছুমানে বজাৰ কৰি দিছে, কিছুমানে গামোছা আৰু কোমল চাউল দি সহায় কৰিছে। কেৰানীৰ ঘৰৰ বিয়া নহয় যেন গাঁওখনৰে বিয়া।

আনহাতে বিয়াৰ সময়তে পীতাম্বৰৰ প্ৰত্যাবৰ্ত্তন অপ্ৰত্যাশিত হলেও অবাক কাণ্ড নহয়। বৰং কেৰানীৰ ঘৰৰ বিয়াত তাৰ উপস্থিতি নিতান্ত স্বাভাৱিক কথা বুলিহে কব পাৰি। কিয়নো কেৰানীৰ ঘৰৰ লগত পীতাম্বৰৰ সম্বন্ধ বহুত দিনৰ। পীতাম্বৰ আৰু তাৰ ককায়েক হৰকান্ত দুয়ো সৰুতে নিঠৰুৱা হয়—দুখীয়া বাপেক মৰাৰ দুমাহ পিছত পীতাম্বৰৰ জন্ম হৈছিল; মাকে খুজি-মাগি আৰু মোমায়েকৰ পৰা সহায় লৈ সিহঁতক ডাঙৰ-দীঘল কৰিব খুজিছিল; কিন্তু বেচেৰীও বেছিদিন জীয়াই নেথাকিল। ফলত চেঙেলীয়া হৰকান্ত কেৰানীৰ ঘৰত হালোৱা সোমাল আৰু পীতাম্বৰ মোমায়েকৰ ঘৰ পালেগৈ। কিন্তু এটায়ো সেই সেই ঠাইত বেছি দিন নেথাকিল। কাৰণ, হৰকান্ত বৰ পৰিশ্ৰমী আৰু উদ্যোগী ল'ৰা আছিল। পৰৰ ঘৰত লগুৱাৰ দৰে থাকিয়েই সি উন্নতিৰ সুৰুঙা বিচাৰি আছিল। চাৰি বছৰমান সেই দৰে হালোৱা হৈ থাকি কিছু পইচাও সি গোটালে আৰু ডেকা হৈ মনত অলপ সাহো পালে। তাৰ পিছত এদিন ভাগ্যৰ অন্বেষণত কেৰানীৰ ঘৰৰপৰা ভালদৰে বিদায় লৈ আন দুজন মানৰ সৈতে লগ লাগি হাবিত সোমালগৈ।

ভবিষ্যতে তাতে মাটি পোৱাৰ আশাৰে পাম পাতি থাকিল। সি আৰু গাঁৱলৈ উভতি নাহিল। নাহি ভালেই কৰিলে। এতিয়া তাৰ অৱস্থা ভাল। হাবিখনত চৰকাৰে মাটিহীন মানুহক মাটি দিলে। তাত এখন ভাল গাঁৱেই হৈ উঠিল। হৰকান্তই হেনো বিয়া-বাক কৰাই সুন্দৰ, জয়-জয় ময়-ময় সংসাৰ চলাই খাই আছে।

পীতাম্বৰৰ কথাটো অলপ বেলেগ হ'ল। দুবছৰ মান পুহি মোমায়েক-মায়েকে তাক দেখিব নোৱাৰা হ'ল। সৰু লৰা হলেও সি সেইটো বুজিব পাৰিলে। তাতে সি সৰুৰে পৰা বৰ লাজকুৰীয়া—মুখেৰে একো নেমাতে, কিন্তু দুখ পালে মনে মনে বৰ দুখ পায়। সেই দেখি মোমায়েক-মায়েকৰ অনাদৰত তিষ্ঠিব নোৱাৰি সি এৰাতি আন এঘৰত আশ্ৰয় ললেগৈ। মোমায়েকে বিচাৰ-খোচাৰ নকৰিলে, পিছদিনা গম পালে যদিও থাবলৈ মাতি নিনিলে। তেতিয়াৰ পৰা তাৰ জীৱনটো ভলাৰ বগৰীৰ নিচিনা হ'ল। ক'তো বেছি দিন তাৰ স্থান নহ'ল। এই সময়তে গাঁওখনে তাৰ গাত এটা অস্বাভাৱিক লক্ষণ দেখিলে—সি বাঢ়িব নোৱাৰে। চেঙেলীয়া ল'ৰা এটা যিমান ওখ হব লাগিছিল পীতাম্বৰ তাতকৈ বহুত চাপৰ। বছৰ বাগৰি যায় কিন্তু পীতাম্বৰ ওখ হ'ব নোৱাৰে। ইফালে তাৰ গাটো বৰ শকত হৈ আহিবলৈ ধৰে, গোঁফ ঠুটিয়াবলৈ ধৰে, পেটটো ওলমি পৰে, লোদোৰ-পোদোৰ কলাফুলেৰে ভৰি দুটা যেন ক্ৰমাৎ বেছি ধেনুভিৰীয়া হৈ যাবলৈ ধৰে। সকলোৱে বুজিলে যে পীতাম্বৰ বাওনাহে। সকলোৰে তাৰ প্ৰতি পুতৌ ওপজিল। সেইবাবে এঘৰৰ পৰা ওলাই আন এঘৰত আশ্ৰয় বিচাৰিলে কোনেও তাক খেদি নিদিছিল।

অৱশ্যে বহি বহি খোৱা বিধৰ লৰা পীতাম্বৰ নহয়। পথাৰৰ কাম কৰিব নোৱাৰিলেও গৰু বখা, বন্ধা, বিচৰাৰ ভাৰ তাৰ ওপৰত গৃহস্থই সম্পূৰ্ণ এৰি দিব পাৰে। দোকানৰ পৰা তেল-নিমখ-ধপাত আনি দিবও পাৰে। কিন্তু তাৰ যাই কাম সদাই গৰু চৰোৱা। তাত তাৰ আপত্তিও নাছিল। ছাতি, এহাবি আৰু বাঁহী লৈ ব'হ হৰ কৰম্বুৰ

হ'ব ওলাই যাবলৈ তাৰ এলাহ কোনো দিনেই লগা নাই। পীতাম্বৰৰ বাঁহী আন আন গাঁৱতো বজনজনা। ফিজুলী বাঁহেৰে সি বাঁহী সাজিবও পাৰে বৰ সুন্দৰকৈ—আন গাঁৱৰ মানুহেও তাৰ হতুৱাই বাঁহী কৰাই নিয়ে। আৰু ইমান ভালকৈ বাঁহী বজাবলৈ নো সি ক'ত শিকিলে তাৰি গোটেই গাঁওখন অবাক। গহীন ৰাতি সি ক'ৰবাত বহি বাঁহী বজোৱা শুনিলে শুনোতো সকলোৰে মন্তে বন্ধ হয়, কাণ সজাগ হয়, মনত উচপিচনি উঠে। স্ফূৰ্ত্তি লগা গতো সি বজায়, দুখ লগা সুৰো তোলে। পিছে দুখ লগা গত বজালেহে মানুহ বেছিকৈ নিভাল মাৰে; সেই সুৰৰ মাজেদি কোনোবাই কন্দা কন্দা যেন লগাত মানুহে হুমুনিয়াহ কাঢ়ে, পীতাম্বৰলৈ মনত সহানুভূতি হয়। অথচ তাক বাঁহী বজাবলৈ কোনেও শিকোৱা নাই। পথাৰত, গৰখীয়া অতীত দলৰ পেঁপা বজোৱা আৰু কেতিয়াবা ম'হৰ শিঙত পেঁপা লগাই বিহু মৰাৰ বাহিৰে সুৰৰ শিক্ষা সি আন একো পোৱা নাই। ক'ত জানো দেখিলে, সি এদিন হঠাৎ বাঁহী এটা কাবোবাৰ পৰা খুজি আনি বজাবলৈ আৰম্ভ কৰি দিলে। তাৰ পিছত সঁচাকৈয়ে গাৱঁৰ মানুহে তাক মূৰলাকৈ বাঁহী বজোৱা শুনিবলৈ পালে। গাৱঁলৈ সোমোৱা বাটত এটা ডাঙৰ খালৰ ওপৰত এখন বাঁহৰ দলং আছে। তাতে বহি ৰাতি পীতাম্বৰে কেতিয়াবা বাঁহী বজায়। ওচৰৰ যি সকলে শুনে তেওঁলোকৰ কোনোবাই কয়, "বাওনাৰ বিননি শুন ঔ!" আন কোনোবাই মন্তব্য কৰে, "পীতাম্বৰ আজি জাতে পাতে পীতাম্বৰ হ'ল—কলীয়া গোঁসাই হ'ল।" আকৌ তৃতীয়-জনে কয়, "লবাটো কাহানিবা বলীয়া হ'ব।"

এই গৰখীয়া পীতাম্বৰে কেৰাণীৰ ঘৰত দুবাৰ আশ্ৰয় লৈছিল। যদু হাজৰিকাৰ ঘৰখন ডাঙৰ। নিজৰ পৰিয়ালটোৰ উপৰি ককায়েক আৰু দেউতাক থকাত ঘৰখন মানুহেৰে ভৰি থাকে। এতিয়া অৱশ্যে তেখেতৰ মাক-দেউতাক নাই। বহুত মাটি-বাৰী বাৰে খেতি কৰিবলৈ দুই-তিনিটা মানুহ ৰাখিব লগা হয়। হাজৰিকাই বছৰি দুজনকৈ বনুৱা বাগিচাৰ পৰা পঠাই দিয়ে—খেতি মুঠালৈকে সিহঁত গাঁৱতে থাকে।

তাত কাপোৰীয়াকৈও এটা দুটা মানুহ থাকেই। সিঁহঁতৰ মাজতে পীতাম্বৰোঁ-সোমাই পৰাটো একো ডাঙৰ কথা নহয়। আশ্ৰয় বিচাৰি আহোঁতে হাজৰিকাৰ ককায়েকে দুয়োবাৰে মৰম কৰি পীতাম্বৰক ঠাই একণ দিছে। সিহে কিবা-কিবি কথাত বেজাৰ পাই দুয়ো বাৰ আশ্ৰয় এৰি গৈছে। গাঁৱৰ সকলোৱে বুজিছিল যে মিঠকথা হলেও সি কেটেৰা জেঙেৰা সহিব নোৱাৰে। গৃহস্থী এখনত কেতিয়াবা কিবা কথাত বঢ়া বচন দুৰাৰ-এৰাৰ ওলায়েই। কিন্তু পীতাম্বৰে তাকে বুজি নেপায়। কম কথা কয় কাৰণে টান মাত পালে সি মনে মনেই থাকে। কিন্তু মনত এবাৰ আঘাত লাগিলে সি আৰু পাহৰিব নোৱাৰে। এদিন হঠাৎ "মই ইয়াৰ পৰা যাওঁগৈ" বুলি বিদায় লৈ যায়গৈ। কিন্তু এঘৰৰ পৰা ওলাই যোৱাৰ পিছত সেই ঘৰৰ প্ৰতি তাৰ কোনো খং অভিমান নেথাকে। সকলো পাহৰি যায়। হাজৰিকাৰ ঘৰৰ পৰা দ্বিতীয় বাৰ ওলাই গৈ সি আন এঘৰত কিছুদিন আছিল। তেতিয়াও সি হাজৰিকাৰ ককায়েকক বা হাজৰিকাৰ ঘৰৰ আন মানুহক সুন্দৰ ব্যৱহাৰ কৰিছিল—কেৰাণীৰ ঘৰৰ সবাহ হ'লেও গৈছিল। তাৰ পিছত হে সি হঠাৎ এদিন গাওঁ এৰি গুচি যায়। কলৈ গ'ল কোনেও কব নোৱাৰে। অৱশ্যে পিছত তাক মানুহে লগ পাইছিল। প্ৰায়েই দেওবৰীয়া হাটত তাক এই গাৱঁৰ মানুহে লগ পায়। তাক বা হাটলৈ অহা মানুহক সুধি জানিব পাৰিলে যে সি ইখনৰ পৰা সিখন গাৱঁলৈ বাগৰি ফুৰা হৈছে। কাম সেই একেই। কিন্তু এখন গাৱঁত বেছি দিন কেতিয়াও নেথাকে। এই গাৱঁৰ মানুহক সি ভালদৰে মাত-বোল কৰে, খবৰ-খাবাৰ লয়, কেৰাণীৰ ঘৰৰ কথা সোধে, কলে তৎক্ষণাৎ বাঁহী বজায়ো শুনায়।

কান্ধত এটা আও পুৰণি আৰৰ মোনা, তাৰ ভিতৰত বাঁহীটো আৰু বোধহয় তাৰ কাপোৰ-কানি, বন্দুক লোৱাৰি সৰু হাড়িটো, আঠুমুৰীয়া ছুৰিয়া, কামিজৰ ওপৰত কোট—এইটো বেশেৰে ছুটি-চাপৰ গাঠনু পীতাম্বৰ যেতিয়া বাঁহৰ হলঙধনেদি গাৱঁলৈ সোমাই আহিল তেতিয়া

এটা আলোড়নৰ সৃষ্টি হ'ল। কাৰোবাৰ বাৰীৰ কাষেদি, লুঙলুঙীয়া বাটেদি, বাঁহনিৰ মাজেদি আগুৱাই যাওঁতে যেয়ে দেখিলে সেয়ে তাক আঙুলিয়াই কৰি মাত লগালে: "আও পীতাম্বৰ দেখোন? ক'ৰ পৰা?" "এইজন পীতাম্ মচায় নে? হঠাৎ দেখোন?" "আজিনো হাইঠাৰ কি আটিত পৰিবৰ মন গ'ল পীতাম্বৰ?" ইত্যাদি ইত্যাদি। সি সকলোকে হাঁহিমুখে জনাই যায় যে কেতিয়াবাৰে পৰা আহিবৰ মন গৈ আছিল, পিছে সুবিধাহে হৈ উঠা নাছিল; আজি কোনোমতে আহিছে আৰু—তাতে কেৰাণীৰ ঘৰৰ বিয়াখনো পৰিল; ইত্যাদি ইত্যাদি।

বিয়াঘৰতো ক্ষন্তেকৰ কাৰণে আন কাম বন্ধই হৈ গ'ল। সকলোৱে পীতাম্বৰক বেৰি ধৰি প্ৰশ্নৰ বান বৰষিবলৈ ধৰিলে। সি এনেই লাজকুৰীয়া, তাতে ইমানবোৰ মানুহৰ ইমানবোৰ প্ৰশ্নৰ প্ৰকোপত তলমুৰ ওপৰ কৰিব নোৱাৰা হ'ল। তথাপি পাৰ্যমানে উত্তৰ দি যাবলৈ ধৰিলে। ভিতৰত কাম কৰি থকাৰ পৰা গাভৰু ছোৱালীজাকো খবৰ পাই একলগে একেদৌৰে তাৰ ওচৰ পালেহি। তাহাঁতৰ পৰা আকৌ এজাউৰি প্ৰশ্ন। গুৰু-গোসাঁই মানিব নোখোজা বুলি জনাজাত জয়ন্তীয়ে ক'লে, "এৰা, ইমান ডাঙৰ বিয়াখন কিবা উকঙা উকঙা বোলো লাগি আছে কিয়! পীতাম্বৰ কাই নথকা গুণেহে তেনেকুৱা লাগিছিল। এতিয়া আৰু বিয়া ঘৰলৈ কোনো নাহিলেও হব।" পীতাম্বৰে অনুভৱ কৰিলে, তাৰ মুখৰ বৰণ ঘনাই সলনি হব ধৰিছে, চকুৰেও ৰঙা-বগা-হালধীয়া দেখিবলৈ ধৰিলে।

তেনেতে যদু হাজৰিকাই তাক উদ্ধাৰ কৰিলেহি। তাক বেৰি ধৰা জুমটোৰ ওচৰ চাপি আহি তেখেতে কলে, "তাক তইঁতে উশাহটো লবলৈ দেচোন, কথা পিছতো সুধিবি। মানুহটো দুখে-ভাগৰে আহিছে, ভৰি-হাত ধুই চাহ এবাটি দিবি ক'ত, কথা সোধাজহে লাগিলিহি।"

সুকঙা পাই পীতাম্বৰে "এৰা দেউতাই ভালেই কৈছে। কথা পিছতো পাতিম" বুলি কালৈকো নোচোৱাকৈ মোনাটো আৰু ছাতিটো বাৰান্দাতে একাষৰে থৈ সুপৰিচিত ঘৰখনৰ পুখুৰীৰ পিনে খোজ ললে।

গতিকে ছোৱালী কেইজনী আৰু আন আন মানুহো যাব যি কামত লাগিলগৈ। কিন্তু ভালেখিনি নিলগ আৰু নিজান পুখুৰী পাৰতো সি তাৰ মুখৰ বৰণ সলনি হোৱাটো অনুভৱ কৰিয়ে থাকিল। কাৰণ এইজাক ছোৱালীয়ে তাক কম লটি-ঘটি কৰা নাই। সি ইয়াত থাকোতে তাকনো কম জোকাইছিলনে? এইজনী জয়ন্তীয়েই আটাইতকৈ বেছি আমনি কৰিছিল। ইমান যে দুষ্ট ছোৱালী তাই—এবাৰ কিবা এটা কাম কৰাই কৰলৈ আহোঁতে বদমাচ গৰু এটা বিচাৰিব লাগে বুলি অজুহাত দেখুৱাত তাই কৈছিল, "মেনা পীতাম্বৰ কাই, তই কৰি নিদিলেনো মোৰ আৰু কোন আছে? তোলৈকে বাম বুলি আছোঁ, তয়েই যদি এনেখন কৰ..." বাকী খিনি কথা ছোৱালীৰ গিৰ্জ্জনি মৰা হাঁহিত তল পৰি গ'ল। সি মৰি যোৱাৰ সমান লাজ পাইছিল। ওচৰত ডাঙৰ মানুহ কোনো নেথাকিলে অৱশ্যে লাজ লাগিলেও ছোৱালী জাকে জোকালে তাৰ বেয়া নেলাগিছিল। কিন্তু তাৰ লগত বিয়া সোমাব বুলি কৈ জোকাব বুলি সি কেতিয়াও আশা কৰা নাছিল। সেই বাবে এতিয়া আকৌ জয়ন্তীয়ে তেতিয়াৰ সুৰতে কথা কবলৈ আৰম্ভ কৰাত পীতাম্বৰ মনে মনে কঁপি উঠিল। পুখুৰী পাৰলৈ পলাবলৈ পাই ৰক্ষা পৰিল বুলি ভাবিছিল যদিও কাণৰ লতি দুটা জুইত বঙা কৰা লোৰ আগটো-ইঁতৰ দৰে লাগি থাকিল।

ছোৱালী জাকৰ আগত পীতাম্বৰ সদাই এইদৰে কোঁচ খাই আহিব লগা হৈছে। বহুত চেষ্টা আৰু বহুত কল্পনা কৰিও দেখোন সি আন ডেকা লৰাৰ দৰে তঃহঁতৰ আগত সহজ হব নোৱাৰে। লাজটো তাৰ অলপ বেছিয়েই নেকি জানো। নিজৰ দুৰ্জ্জয় লাজটোৰ কথা ভাবিলে তাৰ সদাই অনুভৱ হয় যে এই লাজৰ কাৰণেই ছোৱালীৰ আগত সহজ হোৱা কিয় কোনো কামতে সি সহজ হব নোৱাৰে। গৰু ৰখা বা চৰোৱাৰ বাহিৰে আন কিবা যে সি কেতিয়াবা কৰিব পাৰিব, এনে আশা সি কেতিয়াও কৰা নাই। হাল বাব সি পাৰে; কিন্তু তেনে কামৰ পৰা সি পলাই ফুৰে। বাঁহ কটা, মাছ মৰা, জেওৰা দিয়া আদি কামবো সি নামাৰণতে

শুচৰ নেচাপে। গাৱঁৰ মানুহেও জেনে কামলৈ তাক নেপাচে যা নেযাতে। সিও ভালেই পায়। অকলশৰে গৰু এজাক লৈ সি আনৰ পৰা আঁতৰে আঁতৰে পুৰাৰ পৰা গধূলিলৈকে কটাই দিয়ে। গভিকে দিনৰ ভাগত তাক বিচাৰিলেও পোৱা টান। এবাৰ জিপ্‌ জিপ্‌ কৈ বৰষুণ দি থকা অৱস্থাত সন্ধিয়া দগাবাজ গৰু এটা বিচাৰি ফুৰোঁতে কোনোবা এজনে দ'ত-চ'ত বুলি ভয়েই খাইছিল বোলে।

মুখ-হাত ধুই আহিলত পীতাম্বৰক হাজৰিকাই নি ভিতৰ পোৱালেগৈ। পদুমৰ মাকে তাক বহিবলৈ দি নিজেও বহি তামোল কাটিবলৈ ধৰিলে। শুৱলাই বৰ এবাটি জলপান আৰু এগিলাচ চাহ তাৰ সমুখত দিলেহি। পদুমৰ হাকিম আৰু কলেজত পঢ়া ককায়েক দুজনেও তাক একোবাৰ মাত লগাই গ'লহি। ইমান ব্যস্ততাৰ মাজতো তাৰ প্ৰতি গোটেই ঘৰখনৰ আদৰ দেখি তাৰ প্ৰথমে অলপ লাজ লাগিল, তাৰ পিচত এনে এখন মৰমিয়াল ঘৰ এৰি যোৱাৰ কাৰণে আকৌ এবাৰ দুখ লাগিল। যি কাৰণে এইঘৰ সি এদিন এৰি থৈ গৈছিল সেইটো মনত পৰাত তাৰ বুকুখন চিৰিংকৈ উঠিল। সি ভয়ে ভয়ে ইফালে [illegible]ফালে চাবলৈ ধৰিলে: পদুম, পদুম ক'ত? পদুমেই এদিন তাক এই ঘৰৰ পৰা খেদি দিছিল। সি দুদিনমান থাকি গাৱঁকে এৰি গুচি গ'ল। কিন্তু এইবোৰ কথা নেভাবিবলৈ যত্ন কৰি সি খৰ খৰকৈ জলপান খাবলৈ ধৰি মনতে কলে যে পদুম আজি কইনা, তাই নিশ্চয় কৰবাৰ এচুকত সোমাই আছেগৈ, ক'ত ওলাই আহিব?

তথাপি, জলপান খাই উঠি তামোল এখন মুখত ভৰায়েই সি তাৰ আৰৰ মোনাটোৰ পৰা সৰু বটা এটা উলিয়াই লৈ প্ৰায় নিজৰ অজ্ঞাতিতেই কৈ পেলালে, "আই এইটো বাইদেউক দিওঁ বুলিছোঁ, মাত্তি দিয়ক চোন।"

পদুমৰ মাকে তাৰ হাতৰ নতুন, নিতান্ত সাধাৰণ বটাটোলৈ চাই কলে, "তইনো সেইটো নিদিয়া হলে নহলহেঁতেন জানো? আজি-কালি তোৰ পা-পইচা হৈছে বেন পাওঁ।" পীতাম্বৰে মাটিলৈ চাই থাকি ঠোঁটা-মোজাকৈ কলে, "নাই আই পা-পইচানো মোৰ ক'ত হব? তেও

আৰু, এইখন ঘৰৰ ঝিয়া বুলি……" বাক্যটো শেষ নহ'ল, কাৰণ তাৰ লাজটো আকৌ ক্ৰমাৎ বেছি হৈ আহিব ধৰিছিল। তাতে হাজৰিকানীৰ শেষৰ কথাষাৰৰ মাজত এটা ইঙ্গিত প্ৰচ্ছন্ন হৈ থকা যেন তাৰ লাগিল: পীতাম্বৰ কোনো দিনে কাৰো ঘৰত পা-পইচা লৈ থকা নাই—বা আগতে থকা নাছিল; এতিয়ানো তাৰ বটা কিনিব পৰা ধন হ'ল কেনেকৈ? কিন্তু হাজৰিকানীয়ে সেই দৰে ভৱা নাই বুলি ভাবিবলৈ সি চেষ্টা কৰিলে। কাৰণ মানুহ গৰাকী বৰ মৰমিয়াল, সাদৰী। তাতে এতিয়াও গোটেই ঘৰখনে তাক ইমান আদৰ যত্ন কৰিছে যেতিয়া…

মাকে মতাত পদুম ওলাই আহিল। কান্দি কান্দি চকু উখহি উঠিছে। কিন্তু পীতাম্বৰৰ চকু চাট মাৰি ধৰা যেন লাগিল: ইমান ওখ-ডাঙৰ, ইমান ধুনীয়া, ইমান কোমল হৈ উঠিছে পদুম যে সি এনে এজনী ছোৱালী যেন কেতিয়াও দেখাই নাছিল, তাৰ এনেহে লাগিল। পাটৰ কাপোৰ সাজে পদুমৰ ৰূপ যেন দুগুণে চৰাইছে। নিজে কৰ নোৱাৰাকৈয়ে সি পদুমৰ গাল-মুখ-চকুলৈ কিছু পৰ চাই আছিল। তায়ো তাৰ চকুলৈ একেথৰে চাই কিছুদূৰত থিয় হৈ আছিল। সি চকু নমাই ললে। চাই থাকিবলৈ তাৰ সাহ নহ'ল। কাৰণ পদুমৰ আজিৰ চকুযুৰিতো সেই দিনা তাই খেদি দিয় খোজোতে দেখা চাৱনিকে দেখিব বুলি সি ভয় খাই গ'ল। আজিৰ দিনটোত তেনেকুৱা কিবা হোৱাটো সি নিবিচাৰে। তাতে সেইবোৰ কথা সি পাহৰিও গৈছে—বা গৈছিল।

সি উঠি গৈ পদুমৰ হাতত বটাটো দি কলে, "মইনো কি দিম—অৱুৰী মানুহ—দাল-দৰিদ্ৰ—এইটোকে বহুত বুলি লবা।" তাৰ পিছত আকৌ আহি আগৰ ঠাইত বহিল। পদুম নিশ্চল হৈ কিছু পৰ থিয় হৈয়ে থাকিল—একেথৰে চাই আছিল যদিও দৃষ্টি সকলোৰে মূৰৰ ওপৰেদি কোনো অজ্ঞাত লক্ষ্যতহে নিবদ্ধ হৈছিল। এবাৰ ওঁঠ দুটা অলপ লৰা যেন তাৰ লাগিল। কিন্তু সেইটো স্বাভাৱিক নে কিবা অৰ্থ তাৰ আছিল কোনেও নুবুজিলে। তাৰ পিছত তাই লাহে লাহে উলটি

আকৌ ভিতৰ সোমাই গ'ল। কেৱল নতুন পাট কাপোৰৰ খহমহীয়া শব্দহে সি শুনিবলৈ পালে।

পীতাম্বৰক এই ঘৰৰ পৰা পতুমে খেদি দিয়াৰ যথেষ্ট যুক্তি আছিল। এই কথা সি নিজেই মনে মনে স্বীকাৰ কৰে। কেৰাণীৰ ঘৰত সি দ্বিতীয়বাৰ আশ্ৰয় লোৱাৰ সময়ত ঘটনাটো ঘটিছিল। তেতিয়া সি বাঁহী বজোৱাত ওস্তাদ হৈ উঠিছে। নিজৰ ইচ্ছাবেজো বজায়েই, বহুতে ধৰি বজাই শুনাবলৈও কয়—বিশেষকৈ পতুম আৰু গুৱলাই। বজাই শুনাবলৈ সি কেতিয়াও হেলা নকৰিছিল। বৰং ভালেই পাইছিল, কাৰণ মানুহে তাৰ মূল্য দিয়াত তাৰ গৰ্ব্ব হৈছিল। বিশেষকৈ জাৰৰ দিনত ৰাতি শুৱৰ আগে আগে সেইটো তাৰ নিত্য নৈমিত্তিক কাম হৈ পৰিছিল। ঘাই ঘৰৰ লগতে হালোৱা-চাকৰ শুব পৰা খেৰী ঘৰটোত তেনেকুৱা জাৰৰ দিনত জুই ধৰি গোটেই ঘৰখনে পুৱাইছিল। গিৰিহঁতে চাকৰ-বাকৰক কেতিয়াও পৰ যেন নেভাবি এনে দিনত একেলগে বহি নানান কথা পাতিছিল—গতিকে পতুম আৰু গুৱলায়ো সদাই এই কুৰা জুইৰ কাষত বহিছিলহি। তেতিয়াই পীতাম্বৰে তাহাঁতক বাঁহী বজাই শুনাব লগা হৈছিল। জুই পুওৱাৰ দৃশ্যটো আজিও তাৰ চকুৰ আগত ভাহি উঠিব খোজে। জাৰৰ দিনত ধপাত এখিলা বা বিড়ি এঢোপ আনিবলৈ আনে তাক পাচিবই। সি সকলোৰে কথা শুনে, জাৰত কঁপি কঁপি দোকানৰপৰা উলটি অহাৰ পিছত জুইৰ কাষত তাৰ কাৰণে ঠাই নেথাকেগৈ। কোনেও নোযোৱা দুই বেৰৰ চুকটোলৈকে সি সোমাই যায়। ধোঁৱা আৰু বেছি তাপৰ কাৰণে সেই চুকটোলৈ কোনেও যাব নোখোজে। পীতাম্বৰে কিন্তু তাতে চকুৰ জোল, নাকৰ জোল বোৱাই, তাপে পোৱা বাবে ছটফটাই থাকি তাতেই বহি থাকিব। তাৰ দুখ দেখি আটায়ে মুখ টিপি টিপি হাঁহিছিল। কিন্তু খং নকৰি সি হাঁহি মুখেৰেই বহি থাকিছিল। কেতিয়াবা পতুমেহে তাক ভাৰপৰা ঠাই আনি আন ক'ৰবাত বহিবলৈ ঠাই উলিয়াই দিছিল।

ৰৱখনৰ ভিতৰত পতুমকে তাৰ আটাইতকৈ ভাল লাগিছিল। তাই

প্ৰশংসা কৰি বাঁহী বজাবলৈ কলে সেই বাবে সি বৰ ভাল পাইছিল। তাই বয়সত প্ৰায় তাৰ সমনীয়া। তথাপি সি তাইক বাইদেউ বুলি মাতিছিল। তাই কিবা কৰিবলৈ কলে সি কেতিয়াও নেপেলাইছিল। তাই ওচৰত থাকিলে তাৰ ভাল লাগে কাৰণে সি পাৰিলে তাইৰ ওচৰে ওচৰেই ফুৰিছিল। পদুমক দেখিলে তাৰ গা-মন ভাল লাগি গৈছিল কাৰণে কাম নেথাকিলেও তাইক সি আলেঙে আলেঙে বিচাৰি ফুৰিছিল আৰু কবলৈ একো নেথাকিলেও তাইৰ কালে চাই থাকিছিল। অনেকে চাই থাকিলে তাই কেতিয়াবা অলপ ভেকাহি মৰাৰ সুৰত কয়, "কি চাই আছ সেই দৰে?" সি একো উত্তৰ দিব নোৱাৰি সেমেনা-সেমেনি কৰি অকবাৰ দৰে হাঁহিছিল।

এদিন জয়ন্তী সমন্বিতে এজাক ছোৱালীৰ সমুখত তাৰ দুৰৱস্থাৰ সীমা নাছিল। জয়ন্তীৰ নেতৃত্বত ছোৱালী জাকে তাক আগভেটি ধৰিছিল। তাই আঙুলি জোকাৰি জোকাৰি তাক সেই দিনা সুধিছিল, "পীতাম্বৰ সঁচা কথা ক, তই—তই পদুমলৈ চপনীয়া হৈছ নে নাই?" গোটেই জাকে গিৰ্জ্জনি মাৰি হাঁহি দিছিল। আন এজনীয়ে মন্তব্য কৰিছিল, "পদুমে চাকৰি কৰি ইয়াক খুৱাব।" তাৰ মৰি যাবৰ মন গৈছিল। পলাবলৈকো বাট নাই। উলটি লৰ মাৰিব নেকি তাকো ভাবি চাইছিল। কিন্তু সেই সময়তে জয়ন্তীয়ে আকৌ আঙুলি জোকাৰি কৈছিল, "চাবি পীতাম্বৰ, খবৰদাৰ, তই মোক কথা দি থৈছ। মোক এৰি পদুমক ধৰিলে কথা বেয়া হব।" ছোৱালী জাকৰ আকৌ হাঁহিৰ ৰোল। তাৰ পিছত তাহাঁত গুচি গৈছিল। কিন্তু তেতিয়াৰ পৰা বেছ কিছুদিনলৈ সি পদুমৰ চকুলৈ চাব পৰা নাছিল, তাৰ ভীষণ লাজ লাগিছিল।

এদিন এটা অঘটন ঘটিল। পীতাম্বৰ সেইদিনা সোনকালেই গৰু লৈ উলটি আহিছিল। কাৰণ হাকিম বোপা অহাৰ কথা আছিল কাৰণে মানুহ-দুনুহ সৰহ হব বুলি ইটো-সিটো কৰি দিবলৈ বা অলৈ-তলৈ যাব লগা হব পাৰে বুলি তাক সোনকালে আহিবলৈ কোৱা হৈছিল। পিছে হাকিম বোপা অহা বেছ পলম হৈছিল বাবে ঘৰখনত খৰৰ কৰিবলৈ

অহা মানুহবোৰে এটা সৰু-সুৰা উৎসৱেই হৈ পৰিছিল। এবাৰ কিন্তু কাৰণে পীতাম্বৰ পৰ্দা দাঙি পদুমহঁতৰ শোৱা কোঠাত সোমাওঁতেই তাৰ দেহ-মন-চকু থৰ হৈ গ'ল। পৰ্দা দিয়া খিড়িকী আৰু কাপোৰ থোৱা আলনা এডালৰ মাজৰ ঠাঁইত পদুমে কাপোৰ সলাইছিল, বোধহয় বহুত মানুহ অহাৰ কাৰণে ভাল কাপোৰ এসাজ পিন্ধি লৈছিল। তাইৰ ককালত আছিল গেৰুৱা পেটিকোট এটা। এটা মূৰ মাটিত পৰি থকা ঘৰত পিন্ধা চাদৰখন বুকুৰ ওপৰত লৈ ইটো মূৰ দাঁতেৰে কামুৰি ধৰি আছিল। লেতেৰা ব্লাউজটো খোলাৰ পিছত তাই বডিচটোও খুলি আছিল। ঠিক সেই মুহূৰ্ত্ততে পীতাম্বৰ সোমালগৈ। তাৰ প্ৰথম প্ৰতিক্ৰিয়া এয়ে আছিল যে তাৰ ভুল হৈছে, এইদৰে পদুমৰ আগত উপস্থিত হোৱাটো তাৰ অপৰাধ হৈছে। কিন্তু তৎক্ষণাৎ তাৰ চকু দুটা সেই দৃশ্যৰপৰা নামি নাহিল বাবে সি সিহঁতক আৰু স্বেচ্ছাই নমাই আনিব নোৱাৰিলে। সি একেথৰে পদুমৰ অনাবৃত্ত দেহটোলৈ চাই থাকিল—বেশ্যা বা নিৰ্লজ্জ বা মন্ত্ৰমুগ্ধৰ দৰে। সি সদাই দেখি থকা পদুমজনীতকৈ এইজনী পদুম ইমান বেছি বগা, ইমান বেছি কোমল, ইমান বেছি ধুনীয়া যে সি স্থান-কাল-পাত্ৰ পাহৰি গ'ল, চকুৰ পলক তাৰ নপৰা হ'ল।

সেই অঘটন আছিল এটি লহমাৰ। তাৰ পিছত পদুমৰ চকু হঠাৎ তাৰ ওপৰত পৰিল। তাই উচপ খাই উঠি অনুচ্চ চিএৰ এটা মাৰি আলনাডালৰ পৰা কাপোৰ এসোপা টান মাৰি লৈ বুকুত সাৱটি ধৰিলে। সি ভয় খাই তাৰ পৰা গুলাই আহিল; কিন্তু লৰ মাৰি পলোৱাৰ দৰে নহয়—লাহে লাহে, উভতি চাই চাই, হাতত ল'ড কৰা বন্দুক লৈ খঙত গুজৰি-গুমৰি আক্ৰমিবলৈ আগুৱাই অহা বনৰজাক চিকাৰীয়ে সুন্দৰ, সম্ভ্ৰান্ত, অভিজাত আখ্যা দিয়াৰ দৰেই পীতাম্বৰৰ কাৰণে পদুমৰ দেহ-সৌন্দৰ্য্য আছিল ভয়ঙ্কৰো, আকৰ্ষণীয়ও।

তাৰ পিছত কেই দিনমানলৈ পদুমে তাক নেমাতিলেই। তাক দেখিলেই তাই গম্ভীৰ হৈ যায়, তাৰ কাষে নোচোৱাকৈ আঁতৰি যায়। তাৰো মাত বোল নোহোৱা হৈছিল। সি পলাই ফুৰিছিল। বিয়াৰ

পাৰি পলমকৈ গৰু আনি বান্ধিয়েই চাহ-তাহ নোখোৱাকৈ তাৰ দোকানলৈ যাব লগা হৈছিল। ৰাতি খাই-বৈ জুই দুপুৱাই সি হয় কাবোবাৰ ঘৰলৈ কিবা কামত গৈছিল, নহয় মনে মনে শুই থাকিছিল। অৱশেষত এদিন পদুমে তাক সমুখত অকলশৰে পাই কলে, "তই সুখেৰে থাকিব খুজিছ যদি ভালে ভালে ইয়াৰ পৰা গুচি যা। নহলে কথা বেয়া হব। মই ইমান দিনে সহি আছিলোঁ। আৰু নহব।"

পিছ দিনাই সি বিদায় লৈ গুচি গৈছিল। কিছু দিনৰ পিছত গাৱঁকে এৰিলে। তাৰ কিনো হ'ল এইবোৰ সি নিজেই বুজিব পৰা নাছিল। সেই বাবে গাওঁখনৰ পৰা পলাই যাবলৈ পাই সি যেন ৰক্ষাহে পৰিছিল। কিন্তু এটা কথা সি বহুত ভাবিও থিৰ কৰিব নোৱাৰিলে : 'ইমান দিনে' সহি থকাৰ কথা যে পদুমে কলে, তাৰ মানে তাৰ এই দুকাৰ্য্য বহুত দিনৰ নেকি? সি তেন্তে নিজে জনা নাছিল কিয়? বৰ আচৰিত কথা।

আজি কইনা পদুমৰ চকুৰ অপলক চাৱনিত তাৰ প্ৰতি খং আছিল নে নাই পীতাম্বৰে কব নোৱাৰে। তাইলৈ চাবৰ সাহ তাৰ নাই। আগৰ কথা মনত পেলাই গালি পাৰি দিয়ে বুলি তাৰ ভয় লাগি আছিল। তাই একো নকৈ বটাটো লৈ ভিতৰলৈ সোমাই যোৱাত সি এক প্ৰকাৰ সকাহ পালে যদিও কিছু পৰৰ মূৰত আৰু এটা অশান্তি অনুভৱ কৰিলে : আগতকৈ পূৰঠ হোৱা, আগতকৈ ৰঙা হোৱা, পিচল আৰু চকু চাট মাৰি ধৰা পাট কাপোৰেৰে কইনা সজা পদুমক দেখি তাৰ বুকু পুৰিবলৈ ধৰিলে। সেই দিনা কাপোৰ সলাওঁতে তাইক দেখি সি যি দৰে থৰ লাগিছিল, ঠিক সেই দৰে আজিও যেন তাৰ ভিতৰখন থৰ লাগিব খুজিছে।

কিন্তু ঠেকি শিকি পীতাম্বৰ এইবাৰ সাৱধান হ'ল। বতীয়া মনক প্ৰশ্ৰয় নিদি সি আয়েকৰ পৰা ভামোল এখন লৈ কি কাম কৰিব লাগিব দেখুৱাই দিবলৈ কৈ বহাৰপৰা উঠিল। কামত লাগি থাকিলে এইবোৰ মনলৈ নাহিব, এয়ে তাৰ আশা। হাজৰিকানীয়ে তাক কামৰ যোগাৰ

কৰি দিলে। বিয়াৰ তদাৰক কৰা মানুহ এজনে কলপটুৱাৰ লোকা সাজিবলৈ তাক লগাই দিলে; লগে লগে বেই সজা ঠাইৰ জাবৰ-জোথৰো সি পেলাবলৈ ধৰিলে।

অকল সেয়ে নহয়, খুচ-খাচ বহুত কাম পীতাম্বৰে কৰি যাবলৈ ধৰিলে। কাম কৰিবলৈ পাই তাৰ বৰ ভাল লাগিল। যদু হাজৰিকা বা হাজৰিকানীয়ে খবৰ লৈ থাকি তাক জলপানো দিয়াই থাকিল। ভিতৰত এবাৰ জলপান দিওঁতে দুষ্ট ছোৱালী জয়ন্তীয়ে তাক আকৌ এবাৰ জোকালে, "পীতাম্বৰ কাই, এইবাৰ আমাৰ পাল দেই? তই কিন্তু এইবাৰ নপলাবি।" সিও নভৰা-নিচিন্তাকৈ কৈ পেলালে, "বাৰু হব দেচোন।" গোটেইমখা ছোৱালীয়ে গিৰ্জ্জনি সাৰি হাঁহি দিলে। আচৰিত কথা, সেই দবে কৈও—তাকো গাভৰু ছোৱালী এজাকৰ আগত—তাৰ অকনো লাজ বা বেয়া নেলাগিল। যেন নিজক পাহৰাই থবলৈ আজি সি যি কোনো কামকে কৰিবলৈ প্ৰস্তুত।

পদুমক ছয়া-ময়াকৈ আৰু কেইবাৰমান সি দেখিলে। এবাৰ তাই খিড়িকীৰ পৰ্দা অলপ আঁতৰাই বাহিৰলৈ চাওঁতে সি দেখিছিল। তাৰ উপৰি তাই সোমাই থকা কোঠাটোৰ ওচৰেদি কেবা বাৰো যাব লগা হওঁতে সি খিড়িকী কিখনলৈ চকু নিদিয়াকৈ যাব পৰা নাছিল। তেতিয়াও কইনা পদুমৰ মূৰ্ত্তিটো সি আন ভিৰোতা মানুহ আৰু ছোৱালীৰ মাজত নিশ্চল হৈ থকা দেখিছিল। কিন্তু বেছিপৰ চাই থাকিবলৈ তাৰ সাহ হোৱা নাছিল। সেই দিনাৰ ঘটনাটো ঘনাই তাৰ মনলৈ আহি আছিল।

বহুত মানুহ আৰু বহুত হুলস্থুলৰ মাজত বিয়া সুকলমেই হৈ গ'ল। দৰা সোনকালেই আহিছিল, কাৰন লগ্ন সোনকালেই আছিল। হোমৰ গুৰিত পুৰোহিতে বিয়াৰ কাম সম্পাদন কৰোঁতে আন আন মানুহৰ লগত একাষৰে থিয় হৈ থাকি সিও বিয়া চালে। তাৰ বুকুখন লাহে লাহে পাতল লাগি আহিছিল। কাৰণ বিয়া হৈ যোৱাৰ পিছত পদুমে তাক খং কৰিব লগীয়া নহব; তাই নিশ্চয় তাৰ কথা পাহৰি যাব। তথাপি

তাল, ওখ-পাখ, ধুন্দুৰ-মুন্দুৰ, ডাঙৰ চৰকাৰী চাকৰি কৰে বোলে। পদুম নিশ্চয় সুখী হব। তাই নিশ্চয় পাহৰিব পাৰিব। পাহৰিব নোৱাৰিলে সুখ নাই।

মাজনিশা মানতে বিয়া ভাগিল। বাছ আৰু মটৰ লৈ অহা দৰাঘৰে ছোৱালী লৈ যোৱাৰ বহু পিচলৈকে কইনা ঘৰত কাম চলি থাকিল। গতিকে আন আন মানুহৰ লগতে পীতাম্বৰো আজৰি হ'ল শেষনিশাহে। ভৰি-হাত ভালকৈ ধুই আহিলত তাক আয়েকে এযুমটি শুই লবলৈ কৈছিল। কিন্তু সি কলে, "ৰাতি পুৱাবই এতিয়া। নোশোওঁ আৰু। তাতকৈ বাটে বাটে এপাক ঘূৰিয়ে আহোঁ।"

কোনেও বাধা নিদিলে। সি তাৰ মোনাটো আৰু ছাতিটো লৈ পেত্ৰমাক্স পোহৰোৱা পদূলিয়েদি ওলাই গ'ল। তাক শেষনিশা দেখি দ'ত-চ'ত বুলি কোনোবাই ভয় খাব বুলি কওঁতাও কোনো নোলাল। ভাগৰত কথা কবৰ ইচ্ছাও বোধহয় কাৰো নোহোৱা হৈছিল। কামকৰা মানুহ আৰু অঙহি-বঙহি সকলোৱে যেয়ে য'তে পাৰিলে বাগৰ দিলে; কিছুমানে বভাৰ তলতে চকিত বহি টোপনিয়াবলৈ ধৰিলে। নিতান্ত ঘৰৰ কেইজনৰ শোৱা নহ'ল, কিয়নো দৰাৰ ঘৰ গচকাই ককায়েকহঁতে পদুমক শেষনিশা আকৌ ঘৰলৈ লৈ আহিল। ৰাতি পুৱাবলৈ একঘণ্টামান থকা বাবে ঘৰৰ কোনেও আৰু শুব নুখুজিলে। মাকে হেজাৰ কোৱাতো পদুমে শুব নুখুজিলে, জয়ন্তীহঁতৰ লগতে বহি থাকিল।

হঠাৎ কেনিবা পীতাম্বৰৰ বাঁহী বাজি উঠিল। সাৰ পাই থকা-সকলতো উৎকৰ্ণ হলেই, আন-কি যাৰ যাৰ চিলমিলকৈ টোপনি আহিছিল তেওঁলোকো সাৰ পাই গ'ল। পীতাম্বৰে ক'ত বাঁহী বজাইছে ঠিক কোনেও ধৰিব পৰা নাছিল। কিন্তু বাঁহৰ দলংখনত বহি বজোৱা যেনেই লাগে; সেই ফালৰ পৰাই শব্দটো আহিছিল। যি যি শুনিলে তেওঁলোকে নীৰৱে শুনিয়ে থাকিল; একো মন্তব্য নকৰিলে। এটা গীত লিখোঁতে লিখকে আনন্দৰ ভাৱকে প্ৰকাশ কৰিব খুজিলেও আন কোনোবাই

তাক গাওঁতে দুখৰ সুৰ অজ্ঞাতে ওলাই অহাৰ দৰে লাগিছিল পীতাম্বৰৰ এই বাঁহীৰ সুৰ এই নিস্তব্ধ শেষনিশাৰ বিয়া-ভগা ৰভাতলিত। পীতাম্বৰৰ যেন এই মুহূৰ্ত্তত ভালো লাগিছে, বেয়াও লাগিছে। অদ্ভুত ভাৱ। অদ্ভুত সুৰ।

পদুম অকলশৰে আগফাললৈ ওলাই আহিল। কইনাৰ সাজ এতিয়া তাইৰ গাত আৰু নাই, সলাই থৈ পুৰণি কাপোৰকে পিন্ধিছে। তাই বাৰাণ্ডাৰ খুটা এটাত ধৰি পুহৰি পুহৰি বাহিৰখনলৈ চাই থাকিল যি ফালৰ পৰা বাঁহীৰ মাত উটি আহিছিল। ৰভাতলিত টোপনিওৱা সকলোৱে তাইক দেখিলে যদিও মাত নলগালে। লাহে লাহে তাইৰ সেমেকা, ওখহা চকু দুটা পানীৰে ভৰি পৰিবলৈ ধৰিল।

## ৰজনী প্ৰসন্ন আটপৰীয়া

মানুহজন আমাৰ বাতৰি কাকতৰ অফিচলৈ প্ৰায়েই আহে। ময়েই তেওঁক সদায় লগ পাওঁ। 'বাইজৰ সমস্যা'ৰ বিষয়ে বাতৰি দিবলৈ আহে। বৰ ডাঙৰ সমস্যা একো নহয়। ক'ৰবাত আলিবাট এটা ওখোৰা-মোখোৰা হৈ আছে, ক'ৰবাত পানীৰ টেপ লাগে, ক'ৰবাত বহুদিন বহি থকা ঠাইৰ পৰা দুখীয়া মানুহক উচ্ছেদ কৰিব নেলাগে— এনে ধৰণৰ বিষয় লৈ হোৱা ৰাজহুৱা সভাৰ বাতৰি। সেইবোৰ তুলি দিব লাগে। জেপৰ পৰা মামৰে ধৰা লোহাৰ কেছটো উলিয়াই খুলি চশমাবোৰ পিন্ধি লৈ তেওঁ বাতৰিটো মোৰ সন্মুখত ধৰি কয়, "মই বুঢ়া হৈছো বোপা। তথাপি বাইজে নেৰে বেতিয়া এই থৰক-বৰক দেহাৰেও এইবোৰ কৰি ফুৰিব লগা হৈছে। ডেকা ল'ৰাইতে কয়, মই লাগিলেহে কাম হব।"

মানুহ জনৰ বয়স পঞ্চাচৰ ওপৰ হব। বগা আৰু নিয়মীয়াকৈ ওখ। ক্ষীণকায় নহয়, কিন্তু শৰীৰৰ ঠায়ে ঠায়ে বয়সৰ ৰেখা স্পষ্ট হৈ উঠিছে। ঘৰতে ধুই পিন্ধা কাপোৰ-কানিবোৰ বৰ বেছি নিকা নহয়।

প্ৰত্যেক বাৰেই মই এইবোৰ 'বাইজৰ সমস্যা' লৈ ব্যক্তিগত সমস্যাৰ সন্মুখীন হওঁ। কিয়নো বাতৰিবোৰ ভুলিব নোৱাৰি। হয় বৰ বেয়াকৈ লিখি আনে, নহয় গুৱালগালি দিয়া হয়; আটাইতকৈ আচৰিত

কথা হৈছে আখৰবোৰ বৰ বেয়া, লেপথেপকৈ লিখি আছে শুধবাবলৈ ঠাই নেথাকে, বানান শতকৰা তিনিটা কি চাৰিটাহে শুদ্ধ হয়। আনকি ভলত চহীটোও দিয়ে ভুলকৈ—শ্ৰীৰজনি প্ৰশন্ন আঠপৰীয়া।

এটা বৰ ভাল গুণ আছিল মানুহজনৰ। ভুল দেখুৱাই দি পৰামৰ্শ দিলে তাক তৎক্ষণাৎ মানি লয়। কোনোটো বাতৰি লিখিব নজনাৰ দোষত ভুলিব নোৱাৰা হলে কেনেকৈ লিখিলে ভাল হয় যদি দেখুৱাই দিওঁ তেন্তে তেতিয়াই তেওঁ মোৰ পৰা কাগজ এখিলা খুজি লৈ সেইমতে লিখিবলৈ লাগি যায়। এদিন ঘৰৰ পৰা ওলাই আন্ধাৰ বাটেদি খোজ-কাঢ়ি আহোতে শিলগুটিত উজুটি খাই বুঢ়া আঙুলিৰ নখ এটা ছিঙি থোৱাত ৰজনী প্ৰসন্ন আঠপৰীয়াই ৰজনীৰ আন্ধাৰত অপ্ৰসন্ন হোৱাতকৈ মিউনিচিপালিটীৰ ওপৰতহে খৰ্গহস্ত হৈ এখন দীঘলীয়া 'সম্পাদকলৈ চিঠি' লিখি লৈ আহিছিল। মই বুজাই কলো যে আন্ধাৰ বাটত লাইট-প'ষ্ট দিবলৈ হলে ৰাজহুৱা সভাৰ জৰিয়তে দাবী তোলাহে বেছি ভাল। তেওঁ কিছুদিন পিছত তেনে এখন সভাৰ বাতৰি এটা লৈ উপস্থিত।

নতুনকৈ লিখি দি হলেও তেওঁৰ দুই-এটা বাতৰি প্ৰকাশ কৰো। "চাম থাক, থৈ যাওক" বুলি কৈ তেওঁক কেতিয়াও পঠিয়াই দিব পৰা নাই। অপৃষ্ট ভাবেই লাহেকৈ চকি এখনত বহি লৈ সমস্যা এটাৰ গুৰুত্ব ব্যাখ্যা কৰিবলৈ লাগি যায়। নিৰুপায় হৈ শুনা-শুনাকৈ থাকো। এদিন ওপৰ জেপৰ পৰা পাঁচ অনা দামৰ চিগাৰেটৰ পেকেট এটা উলিয়াই খুলি তাত থকা দুটা চিগাৰেটৰ এটা মোৰ কাষে আগবঢ়াই দিছিল। মোক ভেটা খুৱাব খুজিছে বুলি ভাবি জীবন খং উঠি কৈ পেলালোঁ, "চিগাৰেট খোৱাই নিউজ ভুলিব খুজিছে নেকি ?" তেওঁ পেকেটটো কোঁচাই আনি কলে, "নহয় নহয় খোপা, তেনে কথা হব পাৰে নে ? চিনা-জনা মানুহ মৰমতে দিছোঁ।" মই খং দমাই হাঁহি কলো, "আপুনি মোৰ দেউতাৰ বয়সৰ। আপোনাৰ হাতেতো মই চিগাৰেট খাব নোৱাৰো।" নিজে এটা লগাই লৈ তেওঁ কলে, "আহা বোপাই, দুই-এজ ভাল মানুহ আজিও এই সংসাৰত জীয়াই আছে। মোৰ আগত

যিবোৰ যুৱকে বাজহুৱা কাম কৰে তেওঁলোকেতো মোৰ জগত সমানেই বিড়ি-চুৰট খায়।”

তাৰ পিচৰ পৰা তেওঁ আহিলে সদায় জেপত কাগজেৰে মেৰিয়াই দুখন তামোল লৈ আহে। “এখন তামোল খোৱা যাওক” বুলি টুপলিটো মেলি মোৰ সমুখত ধৰে। বুঢ়াৰ উদ্দেশ্য বুজো। কিন্তু আৰু বিশেষ উচ্য-বাচ্য নকৰি খাওঁ। ইখন তামোল সদায় টেবুলতে এৰি থৈ যায়। নিজে খাবলৈ তেওঁৰ আগ দাঁত ভালেখিনি সৰিল।

সৰু-সুৰা কথাবোৰ লৈ এইদৰে যুৱ যমাবলৈ তেওঁৰ কি দৰকাৰ সেইটো বুজিবলৈ মোৰ বেছ সময় লাগিল। এবাৰ অন্তৰঙ্গ বন্ধু এজনে এখন সভালৈ ধৰি-বান্ধি নিয়াদি লৈ গ'ল। শংকৰদেৱৰ তিথি 'বিপুল-ভাবে তিনিদিনীয়াকৈ' পাতিবলৈ প্ৰস্তুতি সমিতি গঠন কৰা সম্পৰ্কে সৰু সভা এখন পাতিছিল। বন্ধুৰ অভিযোগ, সিইঁতৰ অঞ্চলটোক আমি মূঠেই পাবলিচিটী নিদিওঁ। গতিকে মোক পাকবাও। এটা সম্ভৱ একোঠলীয়া অফিচত পতা সভালৈ গৈ দেখিলো ৰজনী প্ৰসন্ন আঠপৰীয়াও চশমা চকে বহি আছে। মোক দেখি সম্ভাষণ জনালে। সুধি জানিব পাৰিলো যে তেওঁ সেই অঞ্চলৰ ওচৰতে থাকে; গতিকে তাৰ সভা-সমিতিত সদায় যোগদান কৰে। বাইজৰ কাম।

সভাৰ আলোচনা চলিল। ৰচনা প্ৰতিযোগিতা পতা, কাক কাক নিৰ্দিষ্ট বক্তা পতা হব, ভি-চিক উদ্বোধক হিচাপে আনিলে কেনে হয়, সভাপতি পদৰ বাবে নেওগ, লেখাৰু, শাস্ত্ৰী আদি কেবাজনৰো নাম ৰাখিব লাগে, পূজি সংগ্ৰহত গুৰি ধৰিব পৰা নেতা এজনক ৰাখিব লাগে আদি বিষয়ত তুমুল বাক-বিতণ্ডা চলিল। মাজে মাজে আঠ-পৰীয়ায়ো দুই-এটা পৰামৰ্শ আগবঢ়ায়; কিন্তু তেওঁৰ কথালৈ কোনেও কৰ্ণপাত নকৰে। সাংস্কৃতিক অনুষ্ঠানৰ বিষয়ে আলোচনা হওঁতে তেওঁ প্ৰায় চিএঞৰি চিঞৰি প্ৰস্তাৱ দিলে, “প্ৰত্যেক দিনাই ভাওনা পতাৰ দিহা হওক। মই নিজে সত্ৰৰ পৰা খাটি পাৰ্টি অনাই দিম।” ভাওনা পতাৰ সিদ্ধান্ত হল, কিন্তু খাটি পাৰ্টি অনাৰ ভাৰ আঠপৰীয়াক দিয়া নহ'ল।

প্ৰস্তুতি সমিতি গঠন হোৱাতো দেখা গ'ল, ৰজনী আঠপৰীয়াৰ নাম নুঠিল। তেওঁৰ গতি-বিধি মই লক্ষ্য কৰি আছিলো; চকুত পৰিল, সমিতিৰ সভ্যসকলৰ নাম ঘোষণা কৰাৰ পিচত আঠপৰীয়াৰ মুখখন ক'লা পৰি গ'ল। তেওঁ প্ৰতিবাদ কৰো উঠিবই খুজিছিল, ওচৰতে থকা মোৰ বন্ধুৱে চোলাত ধৰি জোকাৰ এটা মাৰি কলে, "ৰহি থাকক, মিছা-মিছি গণ্ডগোল কৰি নেথাকিব।"

মই গুচি আহিবৰ সময়ত বন্ধুৱে অলপ আগবঢ়াই দিয়াৰ ছলেৰে আকৌ এবাৰ অনুৰোধ কৰিলে যেন বাতৰিটো নিদিয়াকৈ নেথাকো। এনেতে ৰজনী আঠপৰীয়া আমাৰ ওচৰ চাপি আহিল। চশমাযোৰ খুলি কেছটোত ভৰাই বন্ধুক উদ্দেশ্য কৰি কলে, "বোপা, মোৰ নামটো নিদি কিন্তু তোমালোকে বেয়া কাম কৰিলা। আমাৰ চুবুৰিত কিন্তু তিথি পতা নহয়, আমি ইয়াতেই যোগদান কৰিম, ইয়াতেই চান্দা দিম। কিন্তু কমিটীত আমাৰ প্ৰতিনিধিৰ নাম নেদেখিলে বাইজে বেয়া পাব।" বন্ধুৱে সংযত ভাৱে বুজাবলৈ যত্ন কৰিলে যে অঞ্চল চাই তেনেকৈ প্ৰতিনিধি লোৱা হোৱা নাই আৰু "আপুনিতো আমাক এনেয়েও সহায় কৰিব, নকৰিব জানো? আপুনিতো নামৰ কাৰণে ৰাজহুৱা কাম নকৰে?" বুঢ়াৰ মুখৰ মাত হৰিল।

কিন্তু মই ঠিক বুজিছো যে বুঢ়াই কেৱল নামৰ কাৰণেই এই বুঢ়া বয়সত এইবোৰ সমস্যা লৈ ঘুৰি ফুৰে। নামৰ প্ৰয়াসী মানুহ বহুত দেখিছো; কিন্তু সেইদিনা প্ৰকাশ্যে এখন কমিটীত এটা তুচ্ছ সভ্যপদ পাবলৈ আঠপৰীয়াৰ যি প্ৰয়াস দেখিলো তাৰ তুলনা বিৰল। ইয়াকো বুজিলো যে মানুহজনে বাতৰি কাকতত সময়ে-সময়ে নিজৰ নামটো প্ৰকাশ কৰিবলৈকে নলগা জেওত লাগিও ৰাজহুৱা সমস্যাৱলীৰ সমাধান বিচাৰি ফুৰে। হয়তো ইমান দিনে মোক আছকাল দি যিবোৰ বাতৰি তোলাইছে সেই সকলোতে তেওঁ আগভাগ লোৱা দেখুৱাই ফুৰাৰ কথাবোৰ সকলো মিছা, নহলে বাতৰি কাকতত তুলিব পৰাকৈ তাৰ কোনো মূল্য বা গুৰুত্ব নাই।

বন্ধুজনৰ পৰা আঠপৰীয়াৰ বিষয়ে আৰু কথা জানিলোঁ ; চৰকাৰী অফিচ এটাত চাকৰি কৰিছিল, অৱসৰ লবৰ কেবা বছৰো হ'ল। নিজৰ ঘৰ-বাৰী আছে, কিন্তু নিজৰ বুলিবলৈ ঘৰত এতিয়া কোনো নাই। ল'ৰা নাই, ছোৱালী কেউজনীকে বিয়া দিলে। ভাত-পানী ৰান্ধি দিয়ে কৰবাত কাম কৰা ডেকা পিয়ন এজনে, বাহিৰৰ ঘৰ এটাত কলেজৰ ছাত্ৰ তিনিজনে মেছ পাতি থাকে।

কাম-বন একো নাই বাবে আওপুৰণি ছাতি এটা মূৰত লৈ ৰ'দ-বৰষুণলৈ আওকাণ কৰি দিনে-ৰাতিয়ে টলৌটলৌকৈ ঘুৰি ফুৰে ; নলগা ঠাইতো লাগি ফুৰে। সভা-সমিতি পাতে, নেপাতিলে আন সভাৰ ভিতৰ মহলত সোমাবৰ চেষ্টা কৰে। চিনাকি মানুহৰ পদূলি গুড়ি ফুৰাটো তেওঁৰ নিত্য-নৈমিত্তিক। কাৰোবাৰ ঘৰত বহিলে ঘণ্টাৰ পিচত ঘণ্টা বহি থাকে ; আনকি গৃহস্থক ভাত খাই লবলৈ কয় যাতে তাৰ পিচতো বহি কথা শুনি থাকিব পাৰে। চাহৰ নিমন্ত্ৰণ নিজেই কৰাই লয় ঃ "কাইলৈ ৰাতিপুৱা চাৰে ছয় বজাত তোমালোকৰ ঘৰত মই চাহ খাম। শকত চাই জলপান এটা কৰি থবা।" মানুহে কয়, "লোকৰ ঘৰত বহিলে আঠ পৰৰ কমে নুঠে বাবেই আঠপৰীয়া নাম হৈছে।"

এইবোৰ কথা শুনি মানুহজনৰ বিষয়ে মোৰ কৌতুহল হবলৈ ধৰিলে। গতিকে সুযোগ পালেই তেওঁৰ আমোদজনক কাহিনী মই আগ্ৰহেৰে শুনিবলৈ আৰম্ভ কৰিলো। এজনে এটা ঘটনা কলে ঃ চিনাকি মানুহ এজনৰ ঘৰলৈ এদিন ৰজনী প্ৰসন্ন আঠপৰীয়া যাওক। তেওঁৰ লগে লগেই সোমাল ঘৰৰ বহুদিনীয়া নাপিত। বুঢ়াই নাপিতক কলে যে তেওঁ বাবুৰ বৰ ভাই, গতিকে চুলি কাটি দিব লাগে। নাপিতেও একো সন্দেহ নকৰি চুলি কাটি দিলে। সি যেতিয়া ঘৰৰ ভিতৰলৈ গ'ল তেতিয়া চুলি কাটিবলৈ বৈ থকা ঘৰৰ ডাঙৰ ল'ৰাটোৱে খঙত গৰ্জ্জন কৰি উঠিল। নাপিতে কৈফিয়ৎ দিলে যে বাবুৰ বৰ ভাইৰ চুলি কাটোঁতেহে দেৰি হ'ল। ঘৰৰ সকলো অবাক ঃ ক'ৰ বাবুৰ বৰ ভাই

একজন ওলাল ? নাপিতে বাহিৰত আছে বুলি সম্বিধান দিয়াত লৰা-ছোৱালীবোৰ বাহিৰলৈ দৌৰি ওলাই আহিল। সিহঁতে দেখিলে, আঠপৰীয়া বুঢ়া কোবা-কুবিকৈ গৈ ঘৰৰ পৰা ভালৈখিনি পাইছে গৈ।

সেইদিনা সভাত লগ পোৱাৰ পিচত ৰজনী প্ৰসন্ন আঠপৰীয়া মোৰ ওচৰলৈ অহা নাই। শঙ্কৰদেৱৰ উৎসৱৰ কেইদিন ৰভাতলত দেখিছিলো। মানুহ বহোৱা কামত নিজেই উপযাচি লাগি গৈছিল। সমজুৱাৰ পৰা বক্তৃতা দিবলৈ চেষ্টা কৰিছিল, কিন্তু উদ্যোক্তা সকলৰ পৰা ইঙ্গিত পাই সভাপতিয়ে এবাৰো অনুমতি নিদিলে। উৎসৱ হৈ যোৱাৰ দুদিন নে তিনি দিন পিচত তেওঁ মোৰ ওচৰলৈ আহিল।

মই আবেলি বহাৰ সন্মুখৰ বাৰাণ্ডাতে টোপনিয়াই আছিলো। আগৰাতি বহু নিলালৈকে প্ৰেছত কাম কৰিছিলো। গৰমৰ বাবে দিনটো শুব নোৱাৰিলো। বাহিৰত জুৰ পাম বুলি আৰামী চকি এখন লৈ বহিছিলোহি। গাত বতাহ লগাত চিলমিলকৈ টোপনি আহিব খুজিছিল। গাটো অৱশো লাগিছিল, ভালো লাগিছিল। এনেতে বন্ধ নকৰিলেও কাম চলা বিধৰ জপনা খন কোনোবাই খোলাৰ শব্দ শুনি টোপনি ভাঙি গ'ল। দেখো মূৰত ছাতি লৈ ৰজনী প্ৰসন্ন আঠপৰীয়া সোমাই আহিছে বিষন্নবদন হৈ।

অনিচ্ছা সত্ত্বেও ভিতৰৰ পৰা চকি এখন আনি বহিবলৈ দিলো। বহাৰ লগে লগে তেওঁ কলে যে সেই পিনেদি আহোতে মোক দেখিছে তেওঁ সোমাই আহিল। নহলে মোৰ ঘৰ চিনি নেপাইছিল। সোনকালে বিদায় দিবলৈ মনেৰে সুধিলো, "কিবা দৰকাৰ আছিল নেকি ?"

কিছু সময় মাটিলৈ চাই থাকি আঠপৰীয়াই কলে, "তেনেকৈ একো কাম নাই বোপা। কিন্তু এটা কথা—তুমিতো এই কেইদিন দেখিলাই ল'ৰাইতে মোক কি ৰকম ট্ৰিটমেণ্ট কৰিছে। মই বৰ বেজাৰ পাইছো। সিহঁতে ভাবিছে মই বক্তৃতা দিবলৈ একোকে নেজানো। কিন্তু শঙ্কৰী সাহিত্য মোৰ সমান সিহঁতৰ কেইজনে পঢ়িছে ? মই শপত খাই কব পাৰো, বিবোৰে শঙ্কৰদেৱৰ ভিৰি পাজিছে সেই

বোৰৰ এজনেও কীৰ্ত্তন আৰু নামঘোষাকে পঢ়া নাই। অথচ সিহঁতে মোক এনেকৈ অপদস্থ কৰিলে। এইটো বৰ অন্যায় কথা। তুমি কি কোৱা ?”

মোৰ অলপ বেয়া লাগিল। উপস্থিত মানুহজনে উক্তোক্তা সকলক ইমান সহায় কৰি দিছিল, এবাৰ কবলৈ দিয়াত একো ক্ষতি নাছিল। কলো, “সভা অযথা দীঘল হয় বুলিহে বোধকৰো আপোনাক কবলৈ নিদিলে। দেখিলেই নহয় পাঁচ বজাত শেষ হবলগীয়া মিটিং সাত বজাত হে কোনোমতে শেষ হৈছিল।”

“নহয় বোপা,” বুঢ়াই প্ৰতিবাদ কৰি উঠিল, “সেইটো নহয়। আচল কথা হৈছে সিহঁতে ভাবে মই একো নেজানো, মই মূৰ্খ, মই পাগল। সিহঁতৰ ধাৰণা মই বক্তৃতা দিব নেজানো। অথচ মই সিহঁতক কাণত ধৰি শিকাব পাৰো। আজি বৰদলৈ জীয়াই থকা হলে সিহঁতক বুজাই দিলোহেতেন মই কি কৰিব পাৰো।”

আঠপৰীয়াৰ মুখত গোপীনাথ বৰদলৈৰ নাম শুনি মোৰ চকুত যিকণ টোপনি অৱশিষ্ট আছিল গৈ সেইকণো অন্তৰ্হিত হ’ল। আগ্ৰহত চকু মেলখাই বোৱা দেখি উৎসাহিত হৈ আঠপৰীয়াই কবলৈ ধৰিলে যে লোকপ্ৰিয় বৰদলৈ তেওঁৰ সহপাঠী আছিল। ডেকা কালত তেওঁ তৰুণ ফুকন আৰু নবীন বৰদলৈৰ লগত থাকি নানান দেশৰ কামো কৰিছিল। কিন্তু দুখিয়াৰ ল’ৰা আছিল কাৰণে তেনেকৈ দেশৰ কামত লাগি থাকিব নোৱাৰিলে। চাকৰি কৰিব লগা হ’ল। উক্ত নেতা আটাই কেইজনে তেওঁক বৰ ভাল পাইছিল। গোপীনাথ বৰদলৈ আৰু তেওঁতো পৰস্পৰৰ গুণমুগ্ধ আছিল। প্ৰধান মন্ত্ৰী হোৱাৰ পিছতো তেওঁৰ লগত সম্পৰ্ক ৰাখিছিল।

“এতিয়া এই চিকা সোপাই গুণৰ আদৰ কৰিব নেজানি মোক অপমান কৰিব ধৰিছে। গুণীয়েহে গুণৰ মোল বুজে, ইহঁতে কি বুজিব ?” বকত আঠপৰীয়াই মুখ বিকটাই পেলালে। মই একো নেমাতিলো। মাত্ৰ ভাবিবলৈ ধৰিলো, জাতি থকা মানুহৰ সহপাঠী

আৰু স্নেহাস্পদ হোৱা বাবে শেষ বয়সত অৱসৰ লৈ হঠাৎ বাৰু তেওঁৰো খ্যাতিমান হবৰ মন গ'ল নেকি? তেওঁৰ কি গুণ আছে মই নেজানো; ৰবদলৈয়ে সেই গুণৰ মূল্য দিছিল নে নাই তাকো নেজানো। কিন্তু গুণ আছে বুলি যে তেওঁ দেখুৱাব খোজে সেইটো নিশ্চিত।

তেওঁ যাবলৈ উঠিলত মই থিয় হৈ সান্ত্বনা দিবৰ মনেৰে কলো, "আপনাক চাহ একাপো যাচিব নোৱাৰিলো। কাৰণ মই হোটেলতহে খোৱা-বোৱা কৰো। বেয়া নেপাব।" তেওঁ মোৰ দুয়োখন হাত জপটিয়াই ধৰি "বেয়া পাম কিয়" বুলি হাঁহি হাঁহি গুচি গ'ল।

মই আকৌ বহি পাৰিলো। চিলমিলীয়া টোপনি আৰু নাহিল। কিন্তু তাৰ বাবে আৰু খেদ নাছিল। কাৰণ আঠপৰীয়াৰ নাম কৰা প্ৰয়াসৰ বিষয়ে কল্পনা কৰিবলৈ ভাল লাগিল। দেশভক্ত আৰু কৰ্ম্মবীৰৰ লগত কাম কৰিছিল; লোকপ্ৰিয়ৰ প্ৰিয় সহপাঠী আছিল। তেওঁনো বাৰু তেওঁলোকৰ দৰে কিয় হব নোৱাৰিলে? হয়তো দাৰিদ্ৰ্যই হেঁচা মাৰি ধৰাৰ কাৰণে। বাৰু হব নোৱাৰিলে নাই; এতিয়াতো কিবা কৰিব পাৰি! এতিয়া ৰাজহুৱা জীৱনত নাম কৰিব পাৰি, এতিয়াও ৰাইজৰ সেৱক হব পাৰি। গতিকে সভা-সমিতি পাতি ফুৰা, বক্তৃতা দি ফুৰা, বাতৰি কাকতত নাম প্ৰকাশ কৰোৱা!

বেচেৰা আঠপৰীয়া!

মই মাজে-সময়ে ষ্টাফ-ৰিপৰ্টিঙত যাব লাগে। সভা-সমিতি থাকিলেতো যাওঁৱেই, নেথাকিলেও খবৰ পাব পৰা ঘাটি কেইটামানত হানা দিওঁ। তাৰে এটা হ'ল থানা। কেই দিনমান পিছতে এদিন আবেলি ফুৰাৰ ছলেৰে থানা ওলালোগৈ। সুপৰিচিত অ'-চি জন বহি আছিল। হাঁহি মুখে আথে-বেথে বহুৱাই কলে, "ভাল খবৰ এটা আছে। আপোনাৰ ৰজনী প্ৰসন্ন অঠপৰীয়াক আমি যোৱা ৰাতি দুইমান বজাত গ্ৰেপ্তাৰ কৰি আনিছো।"

মই অবাক। কিয় বুলি সোধাত অ'-চিয়ে কলে, "এয়াইক কেইছত পৰিছে। জেললৈ যাওঁ আহক, বাটে বাটে কৈ যাম—জেলত কিবা

এটা খবৰ কৰি আহিব লাগে—আঠপৰীয়াও তাতে আছে হাজোতী হৈ।” তেওঁ টুপীটো পিন্ধি লাঠীডাল হাতত ললেই। গতিকে তেওঁক অনুসৰণ কৰাৰ বাহিৰে মোৰ গত্যন্তৰ নাছিল।

বিক্সা এখনত তুয়ো উঠিলো। তেতিয়া পুলিচ বিষয়া জনে কলে যে বজনী আঠপৰীয়াৰ ঘৰত প্ৰত্যেক নিশাই মদৰ আড্ডা বহে বুলি শুনি এক্সাইজ আৰু পুলিচৰ মানুহে আকস্মিক ভাৱে হানা দিবলৈ থিৰ কৰে। কিন্তু মানুহ লগাই কালি গম পোৱা গ'ল যে কালি গধূলি আঠপৰীয়াৰ ঘৰত নাম আছিল। তথাপি চেষ্টা এৰি দিয়া নহ'ল। ডাঁৱৰ বাতৰি ডাঁৱে লৈ থাকি মাজনিশা গম পোৱা গ'ল যে চাৰি-পাঁচ জনে লগ লাগি এইবাৰ মদৰ খোলা পাতিছে। গতিকে পুলিচৰ দলে মনে মনে গৈ ঘৰটো ঘেৰাও কৰি ধৰিলে। জোৰ কৰি ভিতৰ সোমাই গৈ মদখাই মতলীয়া হৈ থকা অৱস্থাত কেউ জনকে ধৰা পেলোৱা হ'ল। আঠপৰীয়াই বটল-গিলাচ বোৰ লুকুৱাব খুজিছিল; কিন্তু পাকঘৰৰ পৰা সেইবোৰ পুলিচে বিচাৰি আনিলে আৰু লগতে পাকঘৰতে মদ তৈয়াৰ কৰা গুৰৰ আৰক, এটা কেৰাচিনৰ টিন, কেইডাল মান বাঁহৰ কাঠি ইত্যাদি সা-সজুলিও উদ্ধাৰ কৰিলে। আঠপৰীয়াই ভীষণ বাধা দিছিল, কিন্তু পুলিচে নেমানিলে। ৰাতিয়েই ডাক্তৰৰ হতুৱাই মদ খোৱাৰ প্ৰমাণ কৰোৱাই থলে। অ'-চিয়ে বজনী প্ৰসন্ন আঠপৰীয়াৰ নামটোৰ আৰু এটা অৰ্থ কৰিলে, “ৰাতিৰ অষ্ট প্ৰহৰেই মদ-ভাত খাই তেওঁ প্ৰসন্ন চিত্তে থাকে কাৰণেই, তেওঁৰ সেই নাম হৈছে।”

আঠপৰীয়াৰ লগত দেখা কৰিবলৈ মোক সুবিধা কৰি দি অ'-চিয়ে জেল অফিচত নিজৰ কামত লাগিল। মোক দেখিয়েই আঠপৰীয়াই হাঁহি এটা মাৰি কৈ উঠিল, “খবৰ বিচাৰি আহিলা বোপা?” মই কলো, তেওঁক দেখি মই বৰ দুখ পালো।

তেওঁ অলপ উত্তেজিত হৈ কলে, “দুখ পাবৰ কি আছে? মোকতো মিছা-মিছি ধৰি আনিছে। আগতে মই মদ খাইছিলো সঁচা। কিন্তু আইন হোৱাৰ পিছত আৰু খোৱা নাই। আৰু এটা কথা—পুলিচে

মোক জুলুম কৰিবলৈ বস্তুবোৰ ক'ৰবাৰ পৰা আনি মোৰ বুলি কৈছে। এবাৰ বাহিৰলৈ যাব পৰা হলে মই চব প্ৰমাণ কৰি দিলোহেতেন। লগৰ কেউজন জামিনত ওলাই গ'ল—মোকহে নিদিলে, মানে কোনেও নিবলৈ নাহিল। তুমি মোক জামিনত লৈ নোযোৱা কিয় ?

মই কলো, জামিনৰ বাবে মাটি বাৰী, টকা-পইচা লাগে। মোৰতো সেই বোৰ নাই ?

"এঃ সেইবোৰ এনেয়ে লিখি দিলেই হয়। কোনে চাবলৈ যাব তোমাৰ মাটি-বাৰী আছে নে নাই ?"

"মই মিছা কথা কব নোৱাৰো।"

তেওঁ মনে মনে থাকিল। একেবাৰে মৰহি পৰাৰ দৰে হৈ তললৈকে থাকিল। মই বিদায় লবলৈ মুখ মেলিব খুজিছিলো, তেওঁ কলে, "আজিতো খবৰ লিখিবাই নহয় ? মোৰ নামটো দিবলৈ নেপাহৰিবা।"

অবাক হৈ কলো, "এইটো কেছত আপোনাৰ নাম ছপা হলে বাষ্ট্ৰ হৈ পৰিব। আপোনাৰ জী-জোৱায়ে শুনিলে কি ভাবিব ?"

"কি ভাবিব মানে ? মইতো চুৰকৰি জেললৈ অহা নাই। মোক পুলিচে ভুল কৰি লৈ আহিছে। নামৰ পিচত আমি কেইজন মানে এটা পাঠাগাৰ স্থাপন কৰাৰ বিষয়ে আলোচনা কৰিছিলো। পুলিচৰ কথা চব ভুল। তুমি নাম দি দিবা।"

মই গুচি আহিলো। আঠপৰীয়ালৈ বৰ পুতৌ হৈছিল।

জাঁই

উলটি যাওঁতে গধূলি হব বুলি অথনিয়ে আশংকা কৰিছিলো। সেয়ে হলো। চাৰি মাইল মান চাইকেল মাৰি আহি গাওঁখন সোমাওঁ সোমাওঁ হওঁতেই যেন হঠাৎ আন্ধাৰে পৃথিৱীখন গিলি খাই পেলালে। নামি খোজ কাঢ়িবলৈ বাধ্য হলো। অৱশ্যে চিনাকী গাওঁ। তথাপি গাওঁত বৰ সোনকালে ৰাতি হয়। গছ-গছনি, বিশেষকৈ বাঁহনিবোৰে অলপীয়া আন্ধাৰকো ঘন কৰি পেলায়। বাটটো অলপ বহল হলেও কাৰোবাক খুন্দিয়াই গালি খাওঁ বুলি ভয় লাগে। ৰাতি পুৱাই ওলাই অহা কাৰণে টৰ্চ্চটোও আনিবলৈ মন নগ'ল।

চিনাকী গাওঁ। মানে এসময়ত, সৰুকালত, বৰ চিনাকী আছিল। আমাৰ চাৰেক ঘৰ আছিল এই গাঁৱতে। কিন্তু আমি কেতিয়াও ইয়াত থকা নাছিলো। চাকৰিয়াল দেউতাৰ লগত বাহিৰে বাহিৰে, নগৰে নগৰেই আমাৰ পৰিয়ালটো আছিল। এতিয়াও নগৰতে ঘৰ-বাৰী কৰি বহি গৈছো, গাওঁ চিৰদিনলৈ এৰিলো। সৰুতে মাজে সময়ে গাঁৱলৈ আহিছিলো। বংশটোৰ উপৰি আন আন মানুহেও আমাক বৰ মৰম কৰিছিল। চহকাৰী চাকৰিয়ালৰ ঘৰ বুলি মানুহে অলপ সন্মানৰ চকুৰেও চাইছিল। সমস্ত বুজি পোৱা নাছিলো যদিও বহুতকে আমি চকুৰে চিনি পাইছিলো, মনেৰেও নিশ্চয় গ্ৰহণ কৰিছিলো। [illegible] দাইদেউ, মলো মোমাইদেউ, বিমলা নামৰ এজনী সমনীয়া [illegible],

ৰামেশ্বৰী বাইদেউ, তেনে কিছুমান চিনাকী মানুহৰ নাম আৰু চেহেৰা এতিয়াও মোৰ মনত আছে।

চাইকেলখন ঠেলি ঠেলি ভাগকৰা ভৰি দুটাৰে কোনো মতেহে খোজ কাঢ়ি কাঢ়ি আন্ধাৰৰ মাজতে ভাৰিছিলো, আজি আৰু কোনো মানুহে চিনি নেপাব। অথনি ৰাতিপুৱা চাইকেল মাৰি এই গাৱঁৰ মাজেদি পাৰ হৈ যাওঁতে মোক কোনেও চিনি নেপালে। বহুতেই ঘুৰি ঘুৰি চাইছিল, কিন্তু কোনেও মাত লগোৱা নাছিল। ময়ো কোনো চিনাকি মানুহ ইয়াত অথনি দেখা নাছিলো। এইটনে নাইনত পঢ়োতেই শেষৰ বাৰ আহিছিলো। এতিয়া নিশ্চয় চেহেৰাবো পৰিবৰ্ত্তন হৈছে। অথনি প্ৰত্যেকখন চোতালতে মেখেলা-চাদৰ পিন্ধা জীয়ৰী নাইবা বুকুত মেখেলা পিন্ধা বোৱাৰী দেখিছিলো, নাঙঠ পিঙঠ সৰু লৰাই পিঙপিঙাই ফুৰা দেখিছিলো, মূৰত গামোচা মাৰি দুই-এজন পুৰুষকো দেখিছিলো বাৰীৰ মাজত। নৈলৈ বুলি বা নৈৰ পৰা একো চৰিয়া তিতা কাপোৰ লৈ অহা-যোৱা কৰা ছোৱালী দুজনী মানকো দেখিছিলো। ঢকুৱাৰ চকোৱা দিয়া ঠাইৰ পৰা কাপোৰ এছাৰাৰ শব্দও শুনিছিলো আৰু মোলৈ জুমি জুমি চোৱাও লক্ষ্য কৰিছিলো। কিন্তু কোনেও মোক মতা নাছিল। ময়ো মাতিবলৈ এখনো চিনাকী মুখ দেখা নাছিলো।

গাওঁখনৰ পৰা ওলাই গৈ এক ফাৰ্লং মান দূৰতহে ডাঙৰ পকা আলিটো পাম। তেতিয়া কোঁ-কোৱাঁই চাইকেল মাৰিব পাৰিম। এতিয়া আন্ধাৰত চিনাকী মানুহ লগ পোৱাৰ কোনো প্ৰশ্নই নুঠে। সকলোৱে শুই নিঃপালি দিয়া নাই নিশ্চয়। কিন্তু তথাপি এই অলপ আহল বহল বাটটোত মই এটিও প্ৰাণীকে লগ পোৱা নাছিলো। ঘৰবোৰৰ ভিতৰত মানুহৰ মাত শুনো; কেতিয়াবা এচমকা জুই বা চাকিৰ পোহৰো একো ঘৰৰ পৰা ছিটিকি আহে। কিন্তু সিমানেই। তাৰ বাহিৰে গাওঁখনৰ কথা ভাবিলে নিৰ্জীৱ ক'লা দৈত্য এটা যেন লাগে। এনেকৈয়ে কাকো লগ নোপোৱাকৈ গাওঁখন পাৰ হওঁ হওঁ হলো। মনত পৰিল, এই খিনিতে ৰামেশ্বৰী বাইদেউহঁতৰ ঘৰটো আছিল। গাৱঁলৈ সোমাই

আহিলে কেইঘৰ মানৰ পিচতে তেওঁলোকৰ ঘৰটো পায়। তাৰ পিচতে আমাৰ ঘৰটো আছিল। এতিয়া ভেটিটো এৰাবাৰী হৈ পৰি আছে, দদাইদেউইঁত বেলেগ হৈ যোৱাত ঘৰত মানুহ নাইকিয়া হ'ল। বাইদেউইঁতৰ ঘৰটোলৈ অথনি যাওঁতেও চাইছিলো, চিনাকী মানুহ দুবৈৰ কথা, চিনাকী ঘৰটোও নেদেখিলো। ভবপূৰ ডাঙৰ ঘৰখনৰ ঠাইত এতিয়া মাত্র এটা সৰু খেৰী ঘৰ। সিও নতুনকৈ সজা। জেওৰা চকোৱা একো নাই। বেছ ওখ পিৰালিৰে ঘৰটো নতুন যেনেই লাগিল। তাহানিখন পদূলিত দেখা প্রকাণ্ড কঠাল জোপাও মৰি এতিয়া মাত্র এটা ডালেৰে গুৰিটো পচি কোনোমতে পৰি নোযোৱাকৈ আছে। দেখি বৰ বেয়া লাগিল। কাৰণ এই ঘৰখন আমাৰ বৰ মৰমৰ আছিল। ৰামেশ্বৰী বাইদেউৱে আমাক বৰ মৰম কৰিছিল। মোক যে সেই শেষৰ বাৰ অহালৈকে বোকোচাত লৈ লৰ মাৰি ফুৰি ফুৰ্তি কৰিছিল।

সুধিয়েই চাওচোন ৰামেশ্বৰী বাইদেউইঁত কলৈ গ'ল। এই ভাৱি খেৰী ঘৰটোৰ পিনে আগুৱাই গলো। বেলি হয় যদি আৰু আধা ঘণ্টা হব আৰু। চাইকেল খনৰ কেৰকেৰ শব্দ উঠি আছিল যদিও মই কেইবাটাও গল-খেকাৰি মাৰি দিলো। গাঁৱৰ কথা, তাতে অচিনাকী মানুহ, আন্ধাৰে-মুন্ধাৰে মানুহে কিবা ভাবিবও পাৰে। পচা কঠাল জোপাতে চাইকেলখন আওজাই থৈ ঘৰটোৰ দুৱাৰমুখলৈ অনুমান কৰি আগুৱাই গলো। অলপ গেৰো-গেঠো কৈ বৈ থাকি মাত লগালো, ঘৰত কোনোবা আছে নে? ঘৰত কোন আছে?

"কোন" বুলি কোনোবা তিকতা মানুহে সহাঁৰি দিলে। মই অলপ অনুনয়ৰ সুৰত কলো যে মই দুৰৰ মানুহ, অকমান ওলাই আহিবনে?

কাঠৰ ফ্রেমত টিন মৰা দুৱাৰ খন কেৰেক কৰে খোল খাই গ'ল, লগে লগে বহুত গোহৰ সেই পিনেদি ওলাই আহিল। এজনী শকত-আৱত ওখ-পাখ তিকতা মানুহ ওলাই আহিল এটা উজ্জল দীঘলীয়া লেম লৈ। "কি লাগে?" মাতটো গভীৰ, গলাসলীয়া, ব্যক্তিত্বপূর্ণ। লোহোৰা-লোহোৰ ভৰি কিটাৰ সৰু গাঁথিৰ ওপৰলৈ পিন্ধা কপাহী উকা

মেখেলা, গাতো ঘৰত বোৱা সাধাৰণ চাদৰ; সন্তীয়া ছিট যেন লম্বা কাপোৰৰ ব্লাউজৰ তলত হাতীৰ শুৰ যেন হাত দুখন, প্ৰকাণ্ড বুকুখন। লক্ষ্য কৰি কৰি মই কলো, "মোক চিনি নেপাব। ইয়াত আগেয়ে ৰমা বাইদেউহঁত আছিল—মানে ৰামেশ্বৰী বাইদেউহঁতৰ ঘৰ আছিল, দণ্ডী শইকীয়াৰ ঘৰ। এতিয়া দেখিছো সেইবোৰ ঘৰ-বাৰী একো নাই। আমাৰো ঘৰ আগেয়ে ইয়াতে আছিল।" তিৰোতা গৰাকীয়ে লেমটো লাহেকৈ, ওপৰলৈ দাঙি ধৰাত মই চক খাই উঠিলো। ৰমা বাইদেউ! "তুমি ৰামেশ্বৰী? ৰামেশ্বৰী বাইদেউ! মোক চিনি পোৱা নাই? মই জীবেশ। সেই যে তুমি সকতে জীউ বুলি মাতিছিলা?"

"জীবেশ?" তেওঁ মোৰ মৰম লগা নামটোক উলাই কৰিলে।

"অঁ অঁ। সৌখিনিতে যে পৰমা হাজৰীকাৰ ঘৰ আছিল মনত নাই? মই তেখেতৰ মাজু ল'ৰা, দেউতাই চৰকাৰী কামত যে—"

লেমটো তেওঁৰ হাতৰ পৰা পৰি গ'ল। সেইটো তৎক্ষনাৎ তুলি লৈ ফিটা ভাল পৰীক্ষা কৰি তেওঁ ঠিক কৰিবলৈ ললে। শিখাটো কিছুপৰ থপ্ থপ্ কৰি থাকি শান্ত হ'ল। সিমান পৰলৈকে ৰামেশ্বৰী মনে মনে আছিল। তাৰ পিছত লেমটো আকৌ ওপৰলৈ দাঙি তেওঁ কলে, "তুমি জীবেশ? তাকে ইমান পৰে কোৱা নাই কেলৈ? আহাঁ, ভিতৰলৈ আহা।"

বাইদেউৰ মাতত বিশেষ আগ্ৰহ বা উৎফুল্লতা নেদেখি মই অলপ নিৰাশ হলো। তথাপি তেওঁৰ পাচে পাচে মই পিৰালিটোলৈ উঠি গলো। কৈ গলো যে মই চাইকেলখন সেই পচি যোৱা কঠাল জোপাতে থৈ আহিছো। বাইদেউৱে মাত্ৰ কলে, থক, একো নহয়। অনাড়ম্বৰ দুটা কোঠা, এটাত তেওঁ বহা-শোৱা কৰে, আনটোত বান্ধি-বাঢ়ি খায়। এখন আহল-বহল, বোধকৰো দেউতাকৰ দিনৰে, চালপিৰাত বিছনা পৰা আছিল, আঠুৱাখন বেৰলৈ চপাই খোৱা আছে। ঘৰৰ চুকবোৰ আৰু চাং খনৰ তলত ধানৰ থৈলাকে আদি কৰি বহুতো কিবা-কিবি বস্তু। মুৰৰ পিনে বাহঁৰ সকচাং এখনত এটা প্ৰকাণ্ড ট্ৰাঙ্ক আৰু

এটা টিনৰ ছুটকেছ ; তাৰ ওপৰত এভাল লেজুত কেইখন মান কাপোৰ। বেৰৰ দাঁতিত ছুটা মুঢ়া আছিল। ৰামেশ্বৰীয়ে "বহা" বুলি কোৱাত তাৰে এটা টান মাৰি আনি বহিলো। লেমটো মাটিতে থৈ তেওঁ সিটো কোঠাত সোমাল। তেওঁলোকৰ আগৰ অৱস্থাৰ কথা ভাবি মোৰ মনটো বৰ বেয়া লাগিল। সেই বাঁবে তল মুৰকৈ বহি থাকিলো।

ৰামেশ্বৰী অলপ পিছতে ওলাই আহিল। তামোলৰ বটাটো মাটিতে থৈ তেওঁ পীৰা এডোখৰত বহি ললে। "কোৱা চোন জীউ, ক'ৰ পৰা কেনেকৈ হঠাতে ওলালাহি। ছুখীয়া বায়েৰালৈনো কেনেকৈ মনত পৰিল ?"

তেওঁৰ মুখৰ জীউ সম্বোধনটিয়ে মোৰ মনৰ ভাৱৰ ভালেখিনি পাতল কৰি দিলে। সেই বাবে তেওঁৰ ছুখীয়া বিশেষণ প্ৰয়োগত বিশেষ গুৰুত্ব নিদিলো। মই কবলৈ ধৰিলো আমি চহৰত কৰিবলৈ লোৱা বসতিৰ কথা, কলেজ এৰি এটা চৰকাৰী চাকৰিত সোমোৱাৰ কথা, আজি চৰকাৰী কামতে দূৰ গাওঁখনলৈ যোৱাৰ কথা। আমাৰ পৰিয়ালৰ সকলো কথা মই ৰামেশ্বৰী বাইদেউক কলো। শেষত জনালো যে আজি গাঁৱৰ কোনো মানুহেই মোক চিনি নেপালে যদিও মই বাইদেউৰ কথা পাহৰিব নোৱাৰি এই ফুট গধূলিও পুৰণি ঘৰতে খবৰ লবলৈ সোমাইছো, "আক তোমাৰ চিন পাহৰা নাই।"

ৰামেশ্বৰীৰ মুখলৈ চাই মই হাঁহিলো। তেওঁ কিন্তু গহীনেই হৈ থাকিল, যদিও তামোল কাটোতে আক মোক এখন দি নিজে এখন খাওঁতে লুকাই-চুৰকৈ চোৱাৰ দৰে বাৰে বাৰে মোৰ ফালে চাইছিল। তেওঁৰ আগৰ মুখখন আজি আক সেই তাহানিৰ দৰে পূৰঠ হৈ থকা নাই ; বয়সৰ স্বাভাৱিক চাপ পৰিছে। কিন্তু তাৰ বাহিৰে আমাৰ এই ৰাজহুৱা বাইদেউ জনীৰ স্বাস্থ্য বা চেহেৰাৰ আন একো পৰিবৰ্ত্তন আজি ইমান বছৰে হোৱা নাই। মই যেন সেই আগৰ বমা বাইদেউ জনীকে আজি চকুৰ আগত বহি থকা দেখিছো।

নাক জোঙা আক গাৰ বৰণো কিছু গোহৰ হোৱা অবেও মুখৰ গঢ়

নথকা বাবে আৰু অস্বাভাৱিক ভাৱে শকত ডাঙৰ হোৱা বাবে তেওঁৰ বিয়া হোৱা নাছিল। সেই কথা আমি কোৱা-কুই নকৰিছিলো যদিও তাহানিতে সৰু-ডাঙৰ সকলোৱে জানিছিলো। তাৰ কাৰণে তেওঁৰ দুখ আছিল বুলি কোনেও নেজানিছিল ; অন্ততঃ বাইদেউৰ কাৰ্য্য-কলাপত বেজাৰ ফুটি নুঠিছিল। ভনীয়েকজনী এবাতি এজনৰ লগত পলাই গৈছিল আৰু শুনিবলৈ পাইছিলো বায়েকে হেনো মনে মনে তাত সহায়হে কৰিছিল।

ইটো কোঠাত ৰামেশ্বৰীয়ে মোলৈ বুলি চাহ কৰি কৰি ঘৰখনৰ সকলো বতৰা মোক দিলে : ঘৰখন উছন গলেই বুলিব পাৰি—গাঁওঁখনকে উছন গ'ল বুলিব পাৰি, বুঢ়া তৰপৰ মানুহবোৰ মৰি-হাজি নাইকীয়া হ'ল, চেঙেলীয়া লৰাবোৰে স্কুল এৰি গুৰু-গোসাঁই নমনা হ'ল, [illegible]-জুৱা আজি-কালি অবাধে চলে—দেউতাক ঢুকাবৰে পৰা ঘৰখন ধ্বংস হবলৈ ধৰিলে ; ককায়েক দুয়োটাই বিয়া-বাৰু কৰাইছিল, কিবা-কিবি অজুহাত উলিয়াই দুয়োটাই বেলেগ হৈ গ'ল ; ডাঙৰটো গাৱঁতে আছে, ইটো নতুনকৈ খোলা বিজাৰ্ভলৈ উঠি গ'ল ; মাক-জীয়েকেই অকলে থাকিল, মাটি-বাৰী আছে, ভাত মুঠিৰ চিন্তা নাই, গাৱঁৰ মানুহেও সহায় কৰে ; আনে কৰি নিদিলেও হয়, আধিৰ ধান তোলাৰ পৰা বেপাৰীক কল-তামোল বেচালৈকে ৰামেশ্বৰীয়ে অকলেই চৰ কৰিব পাৰে।

মাক ঢুকালত ৰামেশ্বৰীয়ে ঘৰটোতে অকলেই থাকি গ'ল। ককায়েকে লগতে থাকিবলৈ মাতিছিল, পিচে তেওঁ নেযাওঁ বুলি কলে। "বৌইঁতৰ কাৰণেই বেলেগ হৈছিল, কোনটো লাজেৰে যাম ?" আগৰ ঘৰটো ভাগি ছিগি গৈছিল ; গতিকে সেইবোৰ ভতাই পেলাই এই "বহা"টো এতিয়া সজাই লৈছে।

যানবাটিত চাহ আৰু পাজোৱা এখনত দুটা ডাঙৰ মালভোগ কল দি ৰামেশ্বৰীয়ে কলে, "খা, আগৰ দিনু হোৱা হলে গাখীৰকে দিলো-হেতেন, পিছে আজিকালি একোটোকে পাবলৈ নাই। তই বহ, মই ভাতৰ দিহা কৰো, বাজিটো ইয়াতে থাকি যা।" মই প্ৰতিবাদ কৰাৰ

আগতেই তেওঁ বাহিৰলৈ ওলাই গ'ল। বিপদতেই পৰিলো। কাইলৈ বাতিপুৱা গলেও অৱশ্যে ক্ষতি নহয়। তথাপি বাতি থাকিম বুলি ভাৱি অহা নাছিলো।

এটা কথা ভাৱি কিন্তু বৰ ভাল লাগিল; বামেশ্বৰীৰ নীৰৱতা আৰু গাম্ভীর্য্যৰ অন্তৰালত শুমৰি মোৰ প্ৰতি থকা মৰম খিনি এতিয়া এইদৰে বাহিৰত প্ৰকাশ পাব ধৰিছে। বাইদেউ সেই সৰু কালৰ মৰমিয়াল বাইদেউৱেই হৈ আছে।

হঠাৎ চোতালত চাইকেলৰ কেৰ-কেৰ শব্দ শুনি মই উৎকর্ণ হলো। "জীউ! লেমটো দেখুৱাচোন।" বাইদেউৰ মাত শুনি মই বানবাটিটো লবালবিকৈ থৈ লেমটো লৈ ওলাই গলো। মোৰ চাইকেলখন লৈ বামেশ্বৰী থিয় হৈ আছে। "বাটটোৰ পৰা গুচ, এইখন সুমুৱাই থওঁ।" তেওঁ চাইকেলখন দাঙিব খোজোতেই মই পিৰালিৰ পৰা জপিয়াই নামি তাত ধৰিলোগৈ। কলো, "মোক দিয়া, তুমিনো এইখনত লাগিবলৈ গলা কিয়?"

তেওঁ মোৰ হাতৰ পৰা লেমটো লৈ পিৰালিত থৈ আকৌ চোতাললৈ গৈ কলে, "বাৰু তয়েই থ তেনে। খন্তেক বহ, মই এতিয়াই আহিছো।" এই বুলি তেওঁ বাটৰ পিনে খোজ ললে। লেমটোৰ সামান্য পোহৰ বিমান খিনিলৈ গ'ল তেওঁলৈ মই চাই থাকিলো। বামেশ্বৰীৰ কামেই এনেকুৱা; নলগা জেওত লাগি ফুৰে; পুৰুষৰ কামক পুৰুষৰ কাম যেন নেদেখে। তেওঁক তাহানিখন দুই-এক দুষ্ট ডেকাই মতা বুলি জোকাইছিল।

মই চাইকেলখন ভিতৰলৈ নি খালি বেৰখনত আওজাই থৈ ঠেক কোঠাটো আৰু অলপ ঠেক কৰি দিলো। একো কৰিবলৈ নথকাত তামোলকে এখন আকৌ মুখত ভৰাই চিগাৰেট এটা লগাই ললো। তাৰ পিছতে ইটো কোঠাত ভুমুকি মাৰি চালো। গছা এডালৰ মূৰত কেৰাচিনৰ টিপ চাকি এটা জ্বলি আছিল। এচুকে বান্ধনি শালৰ ওপৰত এখন খোৰা চাং, একাষৰে কেই ভাঙৰি মান ধান; বাপতি সাহোন

লাম-লাকটুও কিবা-কিবি এপিনে পৰি আছে। থৰলৈ বোধকৰো ঠাই নাই।

এনেয়ে এবাৰ বাহিৰলৈ আহিলো। তাৰ পিচত আকৌ ভিতৰত মুচাটোত বহিলো গৈ। যোৱাৰ কুৰি মিনিট মানৰ পিচত ৰামেশ্বৰী উলটি আহিল। গামোচা এখনত এটা টুপলি আৰু এহাতে এটা পাৰ চৰাই লৈ আহিছে। মোক মাত লগাই সোমায়েই কলে, "দুটামান আলগুটিকে বিচাৰি আনিলো অ', আজি একোটোকে নাছিল। নিজলৈ ৰবকৈ নেভাবোৱেই নহয়।" পাৰটো মোৰ ফালে আগবঢ়াই দি কলে, "তই এইটোৰ গতি লগাগৈ যা। ভাত এতিয়াই হৈ যাব—দুখে ভাগৰে আহিছ, সোনকালে খাই-বৈ শুই থাক।" অগত্যা পাৰটো লৈ ওলাই গলো। আন্ধাৰে-মুন্ধাৰেই গৈছিলো; লেমৰ পোহৰত কোনোবাই দেখিলে লাজ লাগিব বুলি ভাৱিছিলো। কিন্তু ৰামেশ্বৰীয়ে লেমটো নি ওচৰতে দিলেগৈ। লাজ-মান কাটি কৰি থৈ পাৰ-নিধনত লাগি গলো। লাজ ঢাকিবৰ মনেৰে সহজ হবলৈ চেষ্টা কৰি কলো, "তাহানি তুমি আমাক পাৰ ধৰি খুওৱাৰ কথা মনত আছে?"

"আছে।" ৰামেশ্বৰীয়ে সহজ ভাৱে হাঁহি কলে, "তইঁতে যে মোক জোকাইছিলি?"

আমি তেওঁক জঁাই বুলি জোকাইছিলো। কাৰণ ৰমা বাইদেৱে অৱলীলাক্ৰমে পাৰ ধৰি ভিডি মুচৰি মাৰি ৰান্ধি আমাক চাই থাকোতেই খুৱাই দিব পাৰিছিল। তেওঁলোকৰ ঘৰবোৰৰ নেওবাৰ ওপৰত নাইবা চাপৰ চালি একোখনত পাৰবোৰ শাৰি পাতি পাতি ৰাতি জিৰাইছিল। আমি যদি কেনেবাকৈ সন্ধিয়াখন তেওঁলোকৰ ঘৰত ওলাওঁগৈ তেন্তে লৰা-ছোৱালীবোৰক ভাত খুৱাই পঠাবই। গতিকে ৰমা বাইদেৱে সেই পাৰ বোৰৰে এটা ধৰি আনি মাৰি আঞ্জা ৰান্ধি আমাক খুৱাইছিল। আমি স্কুলত তেতিয়া ব্যাকৰণ পঢ়া লৰা, শৰ-জেলেণ্ডী, তাৱৈ-আয়ৈ, বোন্দা-জঁাই শিকিছো; ৰমা বাইদেউক সেই পাৰ চিকাৰ গুণৰ কাৰণে [illegible] জঁাই উপাধি দি দিলো।

পাৰটো মৰেই কুটি-বাছি দিলো। ৰামেশ্বৰীয়ে কলডিল এটা আৰু আলুগুটি কেইটামান খৰাহী এটাতে কুটিলে। মই হাত দুখন বাহিৰৰ বাল্টি এটাত ধুই অহাত তেওঁ এখন কপাহী চেলেং কাপোৰ মোক দি কলে, "এইখনকে সলাই ল। মোৰ ঘৰত মতা মানুহৰ কাপোৰ নাই।"

তেওঁ ৰন্ধাত লাগিল গৈ। মই কাপোৰ সলাওঁতে মনটো বৰ বেয়া লাগিল। এই মানুহজনীৰ ঘৰত মতা মানুহৰ কাপোৰ নথকাটো কিমান বেদনাদায়ক, ভাৱি মনটো উচ-পিচ লাগিল। কি কুক্ষণত ইয়াত সোমোৱা যেন লাগিল। পেণ্টটো জাপি-জুপি বিচনা খনতে ভৰি পঠানৰ পিনে থৈ দিলো। কামিজটোও খুলি লেজু ডালত পেলাই থলো। তাৰ পিছত আকৌ এটা চিগাৰেট জ্বলাই ললো। ৰামেশ্বৰীয়ে "বৰি দেই এতিয়াই হব" বুলি কেবা বাৰো আশ্বাস দিলে আৰু ওলাই আহি আহি কথাও পাতি থাকিবলৈ ধৰিলে; এবাৰ এখন তামোল দিলে, এবাৰ পেণ্টটো আলফুলকৈ নি লেজু ডালত থৈ দিলে গৈ।

ৰান্ধনি ঘৰতে মোক ভাত দিলে। আলু আৰু পাৰৰ মাংসৰ আঞ্জা এখন, কলডিল আৰু পাৰৰ মাংসৰ ভজা এখন। খাই ভালেই লাগিল। নেলাগে নেলাগে বোলাতো আঞ্জা ইমান কেবাৰ ৰামেশ্বৰীয়ে মোৰ পাতত দিলে যে দুটামান পাৰ অকলেই খোৱা যেন লাগিল। মোক তামোল দি মন গলে বিচনাতে শুই পৰিবলৈ কৈ তেওঁ খাবলৈ বহিল। পোন্ধৰ মিনিটৰ ভিতৰতে তেওঁ খাই-বৈ কাঁহী-বাটি ধুই-পখালি গাৰ কাপোৰত হাত মচি মচি মোৰ ওচৰ পালেহি। "জীউ, টোপনি ধৰিছে নেকি?" মই বাগৰ সলাই তেওঁৰ কালে মু-কৰি কলো, "নাই ধৰা, তুমিনো ক'ত শুবা?"

মুঢ়া এটাত বহি ৰামেশ্বৰীয়ে তামোল এটা কাটিবলৈ লৈ কলে, "হবচোন বাৰু চিন্তা নাই। ককাইদেউহঁত আহিলে যেখোন মই সিটো কোঠাৰ মাটিতে শুই থাকো।"

"তেওঁলোক আহি থাকে নহয়?"

"আহে মাজে মাজে। তাতৰ ককাইদেউহঁত আহে বাতি

নেথাকে। সক ককাইদেউ আৰু বৌহঁত আহিলে এৰাতি থাকি যায়।”

হয় তেও মানুহে ৰামেশ্বৰীক একেবাৰে অকলশৰীয়াকৈ এৰা নাই। মোৰ মনটো অলপ পাতল পাতল লাগিল। আমাৰ মাজত আকৌ পুৰণি কথা বোৰ ওলাবলৈ ধৰিলে। নানান সৰু-সৰু ঘটনাৰ কথা সুঁৱৰি সুঁৱৰি আমি মন ভাল লগাবলৈ ধৰিলো।

দণ্ডী শইকীয়াৰ ঘৰখন সমন্ধত আমাৰ একো নেলাগে। কিন্তু তথাপি দুই ঘৰৰ মাজত বৰ মিল-আছিল। সম্ভৱতঃ ওচৰা-ওচৰি কাৰণেই। তদুপৰি দেউতা গাৱঁৰ লৰা আছিল আৰু শইকীয়াক সৰুৰে পৰা ভাল দৰে চিনি পাইছিল। সেই সূত্ৰেই আমাৰ লগতো ঘনিষ্ঠতা হৈছিল।

ৰামেশ্বৰী গাওঁখনতে জনাজাত। আগচী আৰু অস্বাভাৱিক বুলি নহয়। তেওঁৰ আচৰিত কাম বোৰৰ কাৰণে। সকলো কামতে পাৰ্গত। সাধাৰণতে পুৰুষৰ বুলি বিবেচিত টান টান কাম কৰাত তেওঁ আগৰণৰা ঃ বাৰীত কোৰ মাৰি শাক-পাচলি বোৱে, চোতালতে মানুহৰ চকুৰ আগত খৰি ফালে। কথা কলে, বিশেষ উচিত কথা, সৰু-বৰ কাৰো মুখলৈ নেচায় ; ঘৰখনৰ কল, তামোল, হাঁহ-পাৰৰ গৰাকী তেওঁহে, কি সাধ্য বেপাৰীয়ে ঠগে। অথচ অত্যন্ত মৰমিয়াল, পৰৰ উপকাৰ কৰি দিবলৈ বৰ ভাল পায়, বেমাৰী পৰ দিবলৈ গৈ ৰাতিৰ পিচন্ত ৰাতি উজাগৰে কটাই দিব পাৰে।

ৰামেশ্বৰী গাওঁখনৰে স্ফুৰ্ত্তিৰ কেন্দ্ৰ। বুঢ়া কেইজনৰ বাহিৰে প্ৰায় সকলোৱে মতা বুলি জোকায়। বয়সৰ এক অনুচিত কাললৈকে গছত উঠি ফুৰি সেই নাম তেওঁ আৰ্জ্জন কৰিছিল। আনকি আমাৰ দেউতায়ো তেওঁক মাজে-সময়ে ৰামেশ্বৰ বুলি মাতি ৰগৰ কৰিছিল। কিন্তু দেউতাই তেওঁক বৰ মৰম কৰিছিল, বোধকৰো সহানুভূতিতে ; দেউতাই আদৰ কৰি তেওঁক ৰমা নাম দিছিল। সেইবাবেই আমি তেওঁক সাধাৰণতে ৰমা বাইদেউ বুলি মাতিছিলো। নামটোত ৰামেশ্বৰী বৰ আনন্দিত

হৈছিল, আনকি কিছু দিনলৈ তেওঁক ৰামেশ্বৰী বুলি মাতিলে লৰা-ছোৱালীৰ পিনে বৰ ঘোপাকৈ চাইছিল।

আমি জানিব পাৰিছিলো, তেওঁক ডেকা লৰাহঁতে সততকাই জোকাই নলৈছিল। কাৰণ কথা টানকৈ কটাৰ উপৰি তেওঁ শাৰীৰিক ভাৱেও ফেৰ পাতি ধৰিছিল। দুই-এঠাইত দুই-এটাক উত্তম-মধ্যম দিছিল বোলে। চেঙেলীয়া লৰাবোৰে সেইবাবে আঁৰ লৈ মতা বুলি জোকাই-ছিল যদিও সম্মুখত মান-সম্ভ্ৰম কৰিয়েই চলিছিল। বিনিকি বিনিকি মনত পৰে, ভোমোৰা স্বভাৱৰ ডেকাহঁতে ৰামেশ্বৰীৰ লগত মাজে মাজে বৰ সাৱধানে প্ৰেমালাপো কৰিবলৈ চেষ্টা কৰিছিল। তেনে সময়ত ৰামেশ্বৰীৰ চকুৱে-মুখে আনন্দৰ ভাৱ ফুটি উঠিছিল যদিও তেওঁ বেছি ভাগেই প্ৰেমিকহঁতক দাবি ধমকি দি খেদি পঠাইছিল।

তেওঁৰ এই উদণ্ড স্বভাৱক মানুহে অৱশ্যে ভাল চকুৰে নেচাইছিল। মই তেতিয়া বিশেষ ভৱা নাছিলো, ভাৱিব পৰা বয়সো হোৱা নাছিল। কিন্তু এতিয়া ভাৱিছো, ৰমা বাইদেউৰ এই ধৰণৰ আচৰণৰ অন্তৰালত কি মনোভাৱ লুকাই থাকিব পাৰে? নাৰীজনোচিত কোনো কোমলতা তেওঁৰ নাই নেকি? কুৰূপা হলেও নাৰী হিচাপে কোনো সাংসাৰিক কামনা-বাসনাই তেওঁক কেতিয়াও খুলি খুলি খোৱা নাইনে?

সঠিক উত্তৰ নেজানো।

ইতিমধ্যে কথা পাতি পাতি চাংখনৰ ওচৰতে ধান খেৰ পাৰি ৰমা বাইদেৱে তেওঁৰ বিচনা কৰি লবলৈ ধৰিলে। খেৰৰ ওপৰত দীঘল থৈলা এখন পাৰি তাৰ ওপৰত পৰা-কাপোৰ এখন পাৰি কিবা কাপোৰ এসোপাৰে গাৰু কৰি তেওঁ দীঘল দিলে; গাত পাতল কাপোৰ এখন ললে। লেমটো মূৰৰ কালে কমাই থৈ দিলে।

ইয়াৰ পিচতো বৈ বৈ, প্ৰসঙ্গ উলিয়াই উলিয়াই, আমি বহুতো ৰাতিলৈকে কথা পাতি থাকিলো। এবাৰ তেওঁ সুধিলে, "জীউ, তই বিয়া কৰালিনে নাই?" মই কলো যে এতিয়াও কৰোৱা নাই, যদিও ঘৰত ৰবকৈ ধৰি আছে। তেওঁ মন্তব্য কৰিলে, তেওঁৰ মাতত উদাস

স্থৰ এটা শুনি মই সজাগ হৈ উঠিলো, "সোনকালে কৰাই পেলা—কাম-চাম কৰিছুই যেতিয়া।"

ভালেমান পৰলৈ আমি নিবৱ হৈ গৈছিলো। এইবাৰ মই মাত লগালো: সুধিব নেলাগিছিল যদিও মোৰ মুখৰ পৰা ওলাই গ'ল, "হয়নে ৰমা বাইদেউ, তোমাৰ অকলে এই ঘৰটোত থাকি বেয়া নেলাগেনে?"

তেওঁ কিছু পৰলৈ একো নেমাতিলে। কি উত্তৰ দিব তেওঁৰ মনত নিশ্চয় তোলপাৰ লাগিছিল। অৱশেষত তেওঁ কলে, "নাই, একো বেয়া নেলাগে। মোৰ অকলেই ভাল লাগে।" সেই তাচ্ছিল্যনিৰ বে-পৰোৱা ভাৱতে কথা খিনি কবলৈ তেওঁ যত্ন কৰিলে। কিন্তু সেইটো যে যত্নহে, বুজিবলৈ টান নেলাগিল। অৱশ্যে "ক'তনো লগ এটা পাওঁ বোপাই," এনে ধৰণৰ হুমুনিয়াহভৰা উত্তৰ এটাও মই আশা কৰা নাছিলো। কাৰণ তেওঁ কোনো দিনেই মনৰ দুৰ্ব্বলতা প্ৰকাশ কৰা দেখা নাছিলো। তথাপি তেওঁ আজি দুৰ্ব্বলতা ঢাকিবলৈ গৈ মোৰ ওচৰত ধৰা পৰি গ'ল।

তাৰ পিছত দুয়ো নিশ্চল হৈ গলো। ওচৰা-ওচৰি দুখন বিচনাত দুটা মানুহ। মই চাওত, ৰামেশ্বৰী মাটিত। সামাজিক ভাৱেও, পাৰ্থিব সুখ-দুখাত্মক দৃষ্টি-কোণৰ পৰাও যেন মই তেওঁতকৈ ওপৰত। অতীততো আছিলো, ভৱিষ্যতেও থাকিম। মই ভোগ কৰি আহিছো, আগলৈকো সকলো মানুহৰ দৰে পূৰ্ণাঙ্গ জীৱন এটা পাম; সুখী হওঁ-নহওঁ, অভাৱৰ বা বঞ্চনাৰ আক্ষেপ নেথাকিব। ৰামেশ্বৰীৰ আৰু বয়স গৈছে; ভাতৰ অভাৱ নহলেও পূৰ্ণাংগ জীৱন এটা পোৱাৰ আশা কৰিব নোৱাৰে, অতীততো তেওঁ আন দহজনী গাভৰু ছোৱালীৰ দৰে সহজ, স্বাভাৱিক জীৱন অতিক্ৰম কৰি অহা নাই।

বহু পৰলৈ কাৰো পৰা একো কথা নোলোৱা বাবে মই শুবলৈ যত্ন কৰিলো। ৰাতিও বহুত হ'ল। ৰমা বাইদেউ নিশ্চল হৈ পৰিছিল; মূৰৰ ওপৰলৈকে কাপোৰখন টানি লৈছিল, গতিকে টোপনি

গৈছিল যে নাই কব পৰা নাছিলো। মোৰ কিন্তু টোপনি অহা নাছিল। প্ৰথমে ভাৱিলো, বহুত পৰ কথা পাতি থকাৰ বাবে ভাত-ঘুমটিটো ভাগি গ'ল। কিন্তু লাহে লাহে অনুভৱ হবলৈ ধৰিলে যে মোৰ মনটো হঠাৎ অশান্ত হৈ উঠিল: অতীত নোহোৱা, ভৱিষ্যৎ নোহোৱা একনী তিকতা মানুহ মোৰ ওচৰতে শুই আছে, বেদনা ঢাকিবলৈ বৃথা চেষ্টা কৰিছে, অথচ মোক কৰাৰ দৰে মৰম কৰিব পৰা অসীম ক্ষমতা তেওঁৰ আছে—এই কথা মই কোনো মতেই পাহৰিব নোৱাৰিলো।

ভাবি ভাবি মই ঘামি গলো। ইচাটি-বিচাটি লাগি ইকাটি-সিকাটিকৈ থাকিবলৈ ধৰিলো। আঠুৱাখন এবাৰ পেলাই ললো; আঠুৱাৰ বাবেই টোপনি অহা নাই বুলি ভাৱিছিলো। এবাৰ বাহিৰব পৰা আহি পানী খাই আকৌ শুবলৈ চেষ্টা কৰিলো। কিন্তু সকলো মিছা হ'ল। টোপনি নাহে। মই বোধহয় বৰ বেছিকৈয়ে শব্দ কৰিছিলো। কাৰণ এবাৰ গল খেকাৰি মাৰি ৰমা বাইদেউ উঠি আহিল। মোৰ বিচনাৰ ওচৰতে থিয় হৈ তেওঁ মাত লগালে, "জীউ!" মই সহাঁৰি নিদি আঠুৱাৰ মাজেদি তেওঁৰ মূৰ্তিটোলৈ চাই থাকিলো।

তেয়েঁই আকৌ সুধিলে, "জীউ, তোৰ টোপনি অহা নাইনেকি?"

মই কলো, "এৰা, ঘৰৰ বাহিৰত থাকিলে কেতিয়াবা টোপনি নহা হয়েই।"

তেওঁ আঠুৱাখন দাঙি ধৰিলে। লাহেকৈ মূৰটো সুমুৱাই মোৰ মূৰৰ ওচৰত চাং খনৰ ওপৰত দাঁতিতে তেওঁ বহিল। তাৰ পিচত মোৰ মূৰটো দুহাতেৰে অলপ ওচৰ চপাই লৈ কলে, "মই অলপ মোহাৰি দি থাকো, তই শো।"

তেওঁ চুলিবোৰৰ মাজে মাজে আঙুলি বুলাই বুলাই, মাজে মাজে খামুচি টানি দি দি গালে মুখে হাত ফুৰাই মোৰ টোপনি আনিবলৈ চেষ্টা কৰিলে। মই কলো, "টোপনি আহিলেইহেঁতেন, তুমি মিছাকৈ কষ্ট কৰিছা।"

"বাৰু তই শুবলৈ চেষ্টা কৰচোন। তোক সৰুতে জানো মই এইদৰে শুওৱা নাছিলো ?"

সঁচা, সৰুতে গাৱঁৰ ঘৰলৈ আহিলে কেতিয়াবা ৰমা বাইদেৱে আমাৰ গা-মূৰ পিহি দি শুৱাইছিল। মই কলো, "মই কিবা এতিয়াও সেই সৰুটো হৈ আছো নেকি ?"

তেওঁ কলে, "বাৰু তই সৰু হৈ থকা নাই। তই এটা ডাঙৰ কেচুৱা লৰা।"

চকু দুটা মুদ খাই আহিছিল। ৰমা বাইদেউৰ কথাত অলপ হাঁহি টোপনিগধুৰ মাতেৰে কলো, "তুমি ভাল দৰে বিচনাতে বহি লোৱা। ভৰিত মহে কামুৰিব। নহলে তুমিও ইয়াতে শোৱা।"

তাৰ পিচত মই শুই পৰিছিলো। বোধহয় তিনি ঘণ্টামান দোর্ঘোৰ টোপনিত মই লালকাল হৈ আছিলো। তাৰ পিছত এবাৰ মই সাৰ পালো। ক'ত আছো, কেনেকৈ আছো, কিয় চেপা খাই থকা যেন লাগিছে, প্ৰথমে ভাৱি থিৰ কৰিব লগা হৈছিল। লাহে লাহে সকলো মনত পৰিল আৰু দেখিলো, মই ৰামেশ্বৰীৰ বুকুৰ মাজত সোমাই সুন্দৰকৈ শুই আছো, তেওঁ মোক এহাতেৰে সাৱটি ধৰি বুকুৰ মাজত লৈ শুই আছে, লালকাল টোপনিত।

তেওঁ নিশ্চয় মই কোৱামতে মোৰ টোপনি অহাৰ পিচত মোৰ ওচৰতে শুই পৰিছিল। তেওঁ মোৰ মূৰ মোহাৰি দিয়াত মই সৰু লৰাৰ দৰে শুই পৰিছিলো; এতিয়াও সৰু লৰাই ডাঙৰৰ বুকুত সোমোৱাৰ দৰে পৰি আছো। মই এটা ডাঙৰ কেচুৱা ল'ৰা।

ৰামেশ্বৰীয়ে কি ভাৱি মোৰ লগতে শুই পৰিছিল কব নোৱাৰো। হয়তো মোৰ কথা ৰাখিবলৈকে শুইছিল। নহলে নিঃসঙ্গ ভাৱে থাকি থাকি আমনি লাগিছিল বাবেই আজিৰ কাৰণে তাৰ ব্যতিক্ৰম কৰিব খুজিছিল। নাইবা মোক সৰুতে কৰাৰ দৰে এতিয়াও মৰম কৰিবৰ তেওঁৰ মন গৈছিল।

তেওঁৰ মনত যিয়েই নেথাকক, মই তাক নষ্ট কৰি পেলাবলৈ ইচ্ছা

নকৰিলো। সেইবাবে নিশ্চল হৈ পৰি থাকি পুনৰ টোপনি যাবৰ যত্ন কৰিলো। একে কাটিয়ে শুবলৈ কষ্ট হৈছিল যদিও মই অকণো লৰচৰ নকৰাকৈ পৰি থাকিলো। কেতিয়া আকৌ টোপনি গলো কব নোৱাৰো।

ৰাতিপুৱা সাৰ পাই দেখো ৰামেশ্বৰী উঠি গৈছে। আনকি তেওঁৰ মাটিত পৰা বিচনা খনৰো চিন-চাব নাই। বাহিৰত বেছ পোহৰ হৈছে। আঠুৱাৰ পৰা মূৰটো উলিয়াই এনেয়ে টানি থৈ যোৱা দুৱাৰ খনৰ ফাকেদি চালো। অলপ পিচতে পানী একলাহ লৈ ৰামেশ্বৰী সোমাই আহিল। তেওঁ গা ধুই আহিছে। মোৰ ফালে চাই হাঁহি মাৰি কলে, "সাৰ পালি? উঠ। মুখ ধুই আহগৈ, পিৰালিতে পানী গামোচা আছে। চাহ হৈছেই।"

মই লাহেকৈ উঠি বাহিৰলৈ ওলাই গলো।

চাহ-জলপান খাই উঠি চাইকেল খন উলিয়াই বিদায় লওঁতে দঢ়াই দঢ়াই কলো যেন তেওঁ আমাৰ ঘৰত এপাক মাৰেগৈ। ৰামেশ্বৰীয়ে কলে, "যাম বাৰু কেতিয়াবা। পিচে মই গাৱঁতে ৰবকৈ সুখুৰো। টাউন-চহৰত আৰু লাজ লাগিব।"

## অপত্য

গাওঁ নহয়, নগৰো নহয়, এনে এখন ঠাইত আমাৰ ঘৰ। দুটা ডাঙৰ আলিয়ে ইয়াতে কটাকটি কৰিছে। এই চাৰি-আলিৰে নাম পলাশবন। আমাৰ মাইনৰ স্কুলৰ মাষ্টৰ কৰিয়ে এই নাম দিছিল। সেয়া বহুত দিনৰ কথা। যেতিয়া আমাৰ ওচৰৰ কেউখন গাৱেঁ লগ লাগি মাইনৰ স্কুলখন পাতিছিল সকলোৰে মাজ ঠাই এই চাৰি-আলিতে। তাতে ক'ৰ পৰা জানো কাম কৰিবলৈ অহা মাষ্টৰ-কৰিয়ে পলাশবন নামটো দিছিল। তেতিয়া বোলে স্কুল পতা ঠাইৰ ওচৰতে কেবা জোপাও পলাশ গছ আছিল। এতিয়া নাই। মাষ্টৰ কৰিয়ে বোলে বাঁহী আৰু উষাত কবিতা লিখিছিল। তেওঁ কৈছিল পলাশবাৰী বুলি এখন ঠাই আছেই, গতিকে পলাশবন ঠাই খনৰ নাম হওক, শুনিবলৈকো ভাল হ'ব।

মাষ্টৰ-কৰি আৰু নাই। তেওঁ পলাশবনত ঘৰ-বাৰী কৰিছিল। চাবেক ঠাই এৰিছিল। তেওঁৰ সাতজনী ছোৱালী আৰু এটি মাথোন লৰা হৈছিল। জীৱিতাৱস্থাতে ছোৱালী কেইজনীক সৎপাত্ৰস্থ কৰিছিল। একমাত্ৰ লৰা কমল সুমলীয়া। তেৱেঁ এতিয়া আমাৰ স্কুলখনতে মাষ্টৰ-কৰি আখ্যা অৱশ্যে পোৱা নাই। তথাপি স্কুলৰ আলোচনীত নানান সাকৰা প্ৰবন্ধ কমল মাষ্টৰে লিখে। বাইজে কয়, কৰিৰ ঘৰৰ ল'ৰাতো।

পলাশবনৰ বহুত পৰিবৰ্ত্তন হৈছে। আগেয়ে এইখন ঠাই অকল নিজান আলিবাট আছিল। এই বাটৰ পৰা দূৰ আৰু অনতিদূৰত

আমাৰ গাওঁবোৰ। মোৰ খোপা-ককাৰ গাওঁখনেই চাৰি-আলিটোৰ নিচেই ওচৰত। আমাৰ গাৱঁৰ মানুহেই চাৰি-আলি পলাশবন হোৱা আৰু পলাশবনৰ পৰিবৰ্ত্তন হোৱা দেখি আহিছে। মাইনৰ স্কুল হওঁতেই ঠাই ডোখৰৰ গোমোথালি অলপ ভাগিল। মানুহ-দুনুহ কিছু হবলৈ ধৰিলে। মাষ্টৰ সকলে ঘৰ সাজি থাকিবলৈ ললে, লবাইঁতে বৰ্ডিং পাতি পঢ়িবলৈ ললে। তাৰ পিচত ক্ৰমে ক্ৰমে বাছ চলিবলৈ ধৰাত পলাশবন মটৰৰ জংশ্যন হৈ পৰিল। গতিকে দোকান পোহাৰ বহিল। মানুহৰ সংখ্যা বাঢ়িল। মিটিং, চাৰ্কাচ, দুৰ্গাপূজা, থিয়েটাৰ, যাত্ৰা হ'বলৈ ধৰিলে। মদপী ওলাবলৈ ধৰিলে। বাবে মিহলি মানুহ আহিবলৈ ধৰিলে। পলাশবন এখন নিয়মীয়া বজাৰ হৈ পৰিল।

এইবোৰ কথা মোক কমল মাষ্টৰে প্ৰায়ে কয়। তেওঁ মোতকৈ বহুত ডাঙৰ। অৱশ্যে আমাক পঢ়োৱা নাই। কিয়নো গাৱঁৰ পাঠ-শালাত পঢ়াৰ পিচতে মোক ভিনিদেৱে নগৰৰ হাইস্কুলত পঢ়ুৱাবলৈ লৈ গৈছিল। মই বাইদেউৰ শহুৰেকৰ ঘৰতহে ডাঙৰ হৈছিলো। মাজে মাজে ঘৰলৈ আহিলেও পলাশবনৰ নিচিনা সৰু বজাৰ-টাউনৰ এখনৰ কথা ৰবকৈ নেভাবিছিলো। কিন্তু ডাঙৰ হৈ আহিলত কথাবোৰ বেলেগ ধৰণে ভাবিবলৈ ধৰিলোঁ, পলাশবনৰ কাহিনী শুনিবলৈ ভাল পোৱা হলোঁ। গাৱঁত কিছু কিছু শুনো। কিন্তু বেছিকৈ শুনো কমল মাষ্টৰৰ পৰা। কাৰণ তেওঁ দেউতাক মাষ্টৰ কৰিব পৰাও শুনিছিল, নিজেতো দেখিছিলেই।

যেনে পলাশবনৰ মাইনৰ স্কুলত এবাৰ সপ্তমমান শ্ৰেণী মুকলি কৰা হ'ল। বছৰি শ্ৰেণী বঢ়াই নি শেষত হাইস্কুল হলগৈ। (কমল মাষ্টৰে তাতে মেট্ৰিক পাছ কৰি মাষ্টৰ হ'ল।) এদিন হঠাৎ ৰাতি দোকান এখনত চুৰি হ'ল। তাৰ পিচত ক্ৰমান্বয়ে চুৰি ডকাইতি, মৰামৰিও হবলৈ ধৰিলে। শুনা যায়, অলপ ভিতৰ পিনে থকা দুঘৰ কমাৰৰ লগতে কেই জনী মান বেশ্যাও আঁছে। এইখিনিতে মই মন্তব্য কৰিছিলো—"ককাই-দেউ, আধুনিক জীৱনৰ সকলোখিনি বেয়া বস্তুৱেই আহিল তেন্তে।"

উত্তৰত কমল মাষ্টৰে এইদৰে আত্মৰক্ষা কৰিছিল—"ভাল বস্তুও কম হোৱা নাই। হাইস্কুল হৈছে। পলাশবন নাট্য মন্দিৰ হৈছে। মটৰৰ জংশ্যন হোৱাটো জানো অলাভৰ কথা? দোকান-পোহাৰবোৰ একা?"

হয়, কমল মাষ্টৰৰ কথাত যুক্তি আছে। দোষে-গুণেই যেনেকৈ মানুহ, ভালে-বেয়াই তেনেকৈ সমাজ। সকলো গুণ আৰু সকলো ভাল লগ লগা হলে পৃথিৱীখন স্বৰ্গই হলহেঁতেন। মানুহৰ ইমান অথন্তৰ নিমিলিলহেতেন। পলাশবনো পৃথিৱীৰ অন্যান্য ঠাইৰ দৰেই ভাল-বেয়াৰ সান-মিহলি। যেনে এহাতে আজি ভালেমান দিনৰ পৰা ইয়াত মাতৃমঙ্গল আৰু শিশুকল্যাণ কেন্দ্ৰ এটা প্ৰতিষ্ঠা কৰিবলৈ ৰাইজে চেষ্টা চলাই আহিছে; আনহাতে আজি কেই বছৰ মানৰ পৰা পলাশবনত ল'ৰা চুৰিৰ ধুম উঠিছে।

প্ৰথম লৰা চুৰি হয় চাৰি বছৰ মানৰ আগতে। এদিন সন্ধিয়া হঠাৎ কৱিৰাজৰ তিনিবছৰীয়া মুমলীয়া ল'ৰা মণি ঘৰৰ পৰা নোহোৱা হ'ল। ওচৰৰ কলিতাৰ দোকানত আছে গৈ বুলি ভাবিছিল। তাতো নোলা-লতহে বিচাৰ খোচাৰ কৰি চোৱা হ'ল। অকমানি ঠাই পলাশবন এঘণ্টাতে চলাথ কৰি চাই হুৱা-দুৱা লাগিল: মণি আৰু নোলাল। কমল মাষ্টৰ কেনিবা গৈছিল, ৰাতি ন-মান বজাত চাইকেল মাৰি ফোপাই-জোপাই ওলাইছিলহি। মণি হেৰোৱাৰ কথা শুনি তেওঁ আকৌ হৈ-চৈ কৰি বিচৰাতে বিচাৰিলে, কৱিৰাজৰ ঘৰত আকৌ মিছাতে আশা জগালে। মণিক আৰু পোৱা নগল।

পিচ দিনা চেঙেলীয়া ল'ৰাইঁতে বিহাৰী মানুহ এটাক ধৰি গুকলা-গুকল কৰিলে। মানুহটোৰ দেখাত কাম বন একো নাছিল—লৰাইঁতে কয়, সি অঘৰী, অৰ্কাৰ জাত, ল'ৰা ধৰি ফুৰাই তাৰ কাম। কৱিৰাজৰ ঘৰৰ আলহী এজনকে ধৰি কেবাজনো খভাল মানুহেও লৰাইঁতৰ লগ লাগি মানুহটোক চৰটো ভুকুটো মাৰিলে। সি আধামৰা হওঁতে পুলিচে কেনেবাকৈ গম পাই তাক উদ্ধাৰ কৰি লৈ গলহি। আমি পিচত গম পালোঁ, পুলিচৰ আগত সি জবান-বন্দী দিছিল যে সি অসমত কাম-বন বিচাৰি-ফুৰাইচা

আজ্জিবলৈ আহিছিল, পলাশবনৰ চিনাকি মানুহ এজনৰ ঘৰতে আশ্ৰয় লৈছিলহি, ইয়াৰ কোনো মানুহকে সি চিনি নেপায়, মণিকো সি দেখা নাই।

মণিৰ ফটোৱে সৈতে বাতৰি কাকতত বিজ্ঞাপনো দিয়া হৈছিল। উপযুক্ত পুৰস্কাৰ দিব বুলিও পিচত ঘোষণা কৰা হৈছিল। কিন্তু সকলো মিছা। দিন যোৱাৰ লগে লগে পলাশবনৰ উত্তেজনা হ্ৰাস হৈ আহিল। কৰিৰাজৰ পৰিয়ালে মণিৰ দুখ ক্ৰমে পাহৰি আহিল। সকলোৱে স্বীকাৰ কৰিছিল যে কৰিৰাজে দুখ পাহৰবাৰ আধা বল পাইছিল কমল মাষ্টৰৰ পৰা। কিয়নো কমল মাষ্টৰে প্ৰায় দুমাহলৈ দিনে ৰাতিয়ে কৰিৰাজৰ পৰিয়ালক সান্ত্বনা দি থাকিল।

তাৰ কাৰণো থাকিব পাৰে: কমল মাষ্টৰৰ লৰা-ছোৱালী নাছিল। বিয়া কৰাৰৰ সাত-আঠ বছৰৰ পিচতো মাষ্টৰৰ ঘৰ পোহৰবলৈ কোনো সন্তান ভূমিষ্ঠ ন'হল। সেই কাৰণে স্বামী-স্ত্ৰী উভয়ৰে সৰু ল'ৰা-ছোৱালীলৈ বৰ মৰম। স্কুললৈ অহা-যোৱা কৰা বা ওচৰ-পাজৰৰ মই-নাহঁতক মাতি মাতি নি মাষ্টৰ-কৰিয়ে কৰি থৈ যোৱা বিবিধ গছৰ বতৰীয়া ফল খাবলৈ দিয়ে, মৰম কৰে। কিন্তু ল'ৰা-ছোৱালীহঁত তেওঁলোকৰ ঘৰলৈ বৰকৈ নেযায়। তাৰো কাৰণ আছে: ঘৰখন অলপ আওহতীয়া, আলিবাটৰ পৰা ভালেমান ভিতৰত; মাষ্টৰ-মাষ্টৰনীৰ বাহিৰে আন মানুহো নাই; মাষ্টৰ-কৰিৰ আটোম-টোকাৰি ঘৰো এতিয়া অযত্নত লাংলাং-ঠাংঠাং। তাতে কমল বোপা মাষ্টৰ হোৱাৰ আগতে লেতেৰা মদাহী আছিল; মদ খায়েই দেউতাকৰ সম্পত্তি সাং কৰিলে। বহুতে কয়, মদ খোৱাৰ কাৰণেই মানুহটোৰ লৰা-ছোৱালী নাই।

মাষ্টৰনীও অলপ আচৰিত ধৰণৰ তিৰোতা। ওচৰ-চুবুৰীয়াৰ লগত বৰকৈ আহ-যাহ নকৰে। সন্তান-সন্ততি নোহোৱাৰ কাৰণে পিচলৈ ঘৰৰ পৰা একেবাৰেই নোলোৱা হ'ল। শুনা যায় কুকুৰ-মেকুৰীকে পুঁহি মাষ্টৰনীয়ে পিচলৈ ল'ৰা-ছোৱালীৰ দৰে মৰম কৰিবলৈ ধৰিলে। এদিন এজনী মেকুৰী ঘৰলৈ নহাত হেনো তেওঁ কিচনা লৈছিল, ৰাতি-পুৱাই কমল-মাষ্টৰে বিচাৰি আনি দিয়াতহে উঠিছে।

হা. লো. জি.—৮

অৱশ্যে মদ এৰি কমল ৰোপা ভাল মানুহ হৈছিল। অৱশেষত ঘৰ নচলা হোৱাত স্কুলত মাষ্টৰ হৈ সোমাল। তাৰ পিচৰ পৰা তেওঁৰ অধঃপতন হোৱা মানুহে দেখা নাই। স্কুলৰ কামত তেওঁ এদিনো আওহেলা কৰা নাই। যেন এসোপা লৰা-ছোৱালী পাই সকলো পাহৰি গৈছিল। এনেকুৱা মানুহৰ নো কৰিৰাজৰ বাবে সহানুভূতি নহবনে ?

যাওক সেইবোৰ কথা। আকৌ এটা অঘটন নোহোৱালৈকে পলাশবনৰ ব্যস্ত মানুহবোৰে মণিৰ কথাটো পাহৰি থাকিল। আমাৰ ঠাই-ডোখৰৰ সজীৱ জীৱন চলি থাকিল। কাৰোবাৰ দোকান হয়তো উঠি গ'ল, কোনোবাই হয়তো নতুনকৈ দোকান পাতিলে ; এচাম লৰা-ছোৱালী মেট্ৰিক পাছ হৈ গ'ল, আন এচামে তৃতীয় মানত নাম লগালে। মই অলপ-অচৰপ পঢ়া-শুনা কৰি নগৰতে থাকি গলোঁ ; এটা চাকৰি জোগাৰ কৰি ললো আৰু মাজে মাজে গাৱঁলৈ গৈ থাকি আগৰ দৰেই পলাশবনৰ বা-বাতৰি লৈ থাকিলোঁ। কমল মাষ্টৰে কৰিৰাজৰ লগত আলোচনা কৰিয়ে থাকিল বন্ধ্যাৰ কেনে লক্ষন, কিমান দিনৰ পিচলৈকে সন্তান হোৱাৰ আশা কৰিব পাৰি, আয়ুৰ্ব্বেদৰ বন্ধ্যাত্ব ভঙাৰ প্ৰমাণী ঔষধ কি আছে ? তেওঁৰ দৃঢ় বিশ্বাস যে মাষ্টৰনীৰ এতিয়াও সন্তান হব পাৰে। কিমানৰ হোৱা দেখা গৈছে। আগৰ দিনতো হৈছিল, যেনে দশৰথৰ··· ।

এবছৰমানৰ পিছতে আকৌ এদিন ঠিকাদাৰৰ চাৰি বছৰীয়া লৰাটো নোহোৱা হ'ল। এইবাৰ মানুহ সন্ত্ৰস্ত হ'ল। তৎক্ষণাৎ পুলিচত খবৰ দিয়া হ'ল। চাৰিও ফালে আৰিয়া আৰু মেন্থল লাইট জ্বলাই দিয়া হ'ল। যাৰ যাৰ লৰী-মটৰ আছিল দৌৰোৱা হ'ল। অৱশেষত এখন মটৰে ভালেমান দূৰৰ পৰা বাটে বাটে কান্দি কান্দি আহি থকা অবস্থাত লৰাটোক পাই তুলি ঘৰলৈ লৈ আহে। সি কোৱা মতে গধূলি সময়তে পদূলি মুখত মামাকৰ নিচিনাকৈ মাতি চাইকেলত উঠাম বুলি কোনোবা এটা মানুহে তাক লৈ গৈছিল। বহুত পৰ পলাশ-

বনৰ পৰা বহুত দূৰলৈ নি এনেয়ে ঘূৰাই লৈ ফুৰাইছিল। পিচত ঘৰলৈ বা বুলি এৰি দিছিল।

আচৰিত, কোন এই পাষণ্ড? সন্ত্ৰস্ত পলাশবনৰ সকলোৰে মুখত এই প্ৰশ্ন। কিন্তু উত্তৰ কোনেও দিব নোৱাৰে। লৰাটোৱে আক্ৰান্ত আততায়ীৰ মুখ দেখা নাছিল। দেখা হলেও হয়তো-চিনি নেপালে-হেঁতেন। পুলিচেও একো শুংসূত্ৰ উলিয়াব নোৱাৰিলে। মানুহবোৰে বহুত দিনলৈ এই ঘটনাটো পাহৰিব নেৱাৰিলে। বহুত দিনলৈ ফুট-গধূলিতে দুৱাৰ মাৰি থবলৈ ধৰিছিল।

কিন্তু মানুহে জানো সদায় ভয় কৰি থাকে? পাহৰিব পাৰে কাৰণেই মানুহ জীয়াই থাকে। নহলে এবাৰ দুখ বা ভয় পাই অবিৰত ভাবে মৰ্ম্মাহত হৈ থাকি এদিন নিশ্চয় অকালতে চকু মুদিলে হেতেন। মণিৰ দৰে ঠিকাদাৰৰ লৰা হেৰোৱাৰ কথাও পলাশবনে এদিন পাহৰি গ'ল; পলাশবনবাসীয়ে আকৌ কঠোৰ কিন্তু নিৰ্বিঘ্ন জীৱন যাপন কৰিবলৈ ধৰিলে, আকৌ ফুট গধূলিতে দুৱাৰত দাং নিদিবলৈ ধৰিলে—যেতিয়ালৈকে এটি ছমহীয়া কেচুৱাৰ মৃতদেহ হাবিতলীয়া ফুটুকানিৰ তলত আৱিষ্কৃত নহ'ল।

আমাৰ গাৱঁৰে গৰখীয়া লৰা এটাই পথাৰৰ পিনৰ পৰা চেউৰী এজনী বিচাৰি হাবিত সোমওঁতে ফটা-কানিৰে মেৰিওৱা অকমানি মৃতদেহটো পৰি থকা দেখি ভিৰাই লৰ মাৰিছিল—ভয়ত। পলাশ-বনত কথাটো তৎক্ষণাৎ ৰাষ্ট্ৰ হৈ গ'ল। হুৱা-দুৱা লাগিল। কাৰ কেচুৱা? কাৰ কাৰ ঘৰত কেচুৱা আছিল? কেচুৱা নে ডাঙৰ? বৌটোকে ঢোটো কৰা কথা নহয়, কাৰণ এনে অপকৰ্ম্মৰ বাবে পলাশবন আগৰে পৰা সন্ত্ৰস্ত। আমাৰ গাৱঁৰ পৰা মানুহ আহিল। ওচৰৰ গাঁৱৰ পৰাও মানুহ আহিল। পলাশবন প্ৰায় গোটেইখন ভাগি গ'ল। ঠিকাদাৰে থানালৈ গাড়ী পঠিয়ালে। হাবিয়নি ভৰাৰ চাপৰ বনবোৰ মানুহৰ গচকত মুকলি হ'ল। কেবা জোপাও ফুটুৰা থকা ঠাই ডোখৰৰ মুকলি তল খনত ওপৰমুকৈ কেচুৱাটো পৰি আছে। কেন

কোনোবাই আলফুলকৈ শুৱাইহে থৈ গৈছে। আয়ে দেহি, উস উস, আহ আহ ইত্যাদি ধ্বনি উঠিবলৈ ধৰিলে। সৰু ল'ৰা-ছোৱালীবোৰে অবাক হৈ চাবলৈ ধৰিলে। দুজনী মান তিৰোতা উচুপি কান্দি উঠিল।

কমল মাষ্টৰ ক'ত? কমল মাষ্টৰৰ বিচাৰ হ'ল। কাৰণ ঠাই ডোখৰ তেওঁৰ ঘৰৰ পৰা বেছি দূৰত নহয়—অথবা কব পাৰি যে ঠাই ডোখৰ তেওঁৰ ঘৰৰ পৰাহে আটাইতকৈ ওচৰত। এজনে লৰ মাৰি গৈ খবৰ লৈ আহিল যে মাষ্টৰৰ জ্বৰ—উঠিবই নোৱাৰে, এইবোৰ কথা কবই নোৱাৰে। হয়, এজন সহকৰ্ম্মী শিক্ষকে কলে, আগদিনা কমল মাষ্টৰে স্কুলত গা বেয়া বুলি কৈছিল, হামিয়াই-হিকটিয়াই কিবা মুজুৰা পৰি আছিল।

দাৰোগা-চিপাহী আহিল। অলপ দূৰৰ গাঁও এখনৰ পৰা অহা মানুহ এজনে ঠিক সেই সময়তে আহি পাই চিঞৰ-বাখৰ লগাই দিলে: সেইটো হেনো তিনি দিনৰ আগতে হেৰোৱা তেওঁৰে কেচুৱা। মানুহ জনে একে লৰে গৈ ফুটুকাৰ তলৰ পৰা মৃতদেহটো তুলি লৈ বুকুত সুমুৱাই লৈ হুৰাওবাৰে কান্দিবলৈ ধৰিলে। টুপীটো খুলি হাতত লৈ দাৰোগাই কলে যে মানুহ জনে কেচুৱা চুৰি হোৱাৰ বিষয়ে তিনি দিন আগতে থানাত এজাহাৰ দিছিলগৈ।

সকলোৰে মুখৰ মাত হৰিল। অবৈধ সন্তান মাৰি পেলাই থৈ গৈছিল বুলি যদি কোনোবাই সন্দেহ কৰিছিল তেন্তে এতিয়া তাৰো অবাক বিস্ময় হোৱাৰ বাহিৰে গত্যন্তৰ নাছিল। দাৰোগাই মানুহ জনৰে সৈতে মৃতদেহটো থানালৈ লৈ গ'ল আৰু অন্যান্য মানুহবিলাকক ঘৰাঘৰি যাবলৈ কলে। সকলোৱে অধোমুখে সেই ঠাই এৰিলে।

পলাশবন আহত হৈছিল; তাতোকৈ বেছি হৈছিল অপমানিত। বাৰেপতি এনেধৰণৰ কলঙ্কৰ চেকা পলাশবনবাসীয়ে গাত সানি লব কিয়? বাহিৰৰ মানুহে কি বুলিব? আজিলৈকে এই অপকৰ্ম্মৰ জগৰীয়া ধৰা নপৰাটো বৰ লাজৰ কথা। এই বিষয়ে চেমনীয়া আৰু ডেকাইতৰ

মাজত ভীষণ তৰ্কাতৰ্কি আৰু সমালোচনা হ'বলৈ ধৰিলে। ল'ৰাইঁতে আততায়ীক বিচাৰি উলিয়াবই লাগিব বুলি দাবী কৰিলে। তেওঁলোকে এবাৰ কমল মাষ্টৰকে চোঙা কৰিলে। তেওঁলোকৰ যুক্তি এয়ে যে কমল মাষ্টৰৰ ল'ৰা-ছোৱালী নাই, আন হাতে ল'ৰা-ছোৱালী তেওঁ খু-উব বিচাৰে, গতিকে তেৱেঁই বাৰে পতি ল'ৰা চুৰি কৰিছে; বিশেষ মন কৰিব লগীয়া কথা, মণি হেৰাবৰ সময়ত মাষ্টৰ পলাশবনত নাছিল, তালে-মান বাতিহে ক'ৰবাৰ পৰা আহিছে।

এই অভিযোগত বয়সস্থ সকলে আঘাত পালে। মাষ্টৰ কৰিব নিচিনা ঋষিতুল্য মানুহৰ ঘৰ খনক এনে বদনাম দিবলৈ তেখেতসকলে ভাল নেপালে। বিশেষকৈ সেই বদনাম সঁচা বুলি প্ৰমাণিত নহয় যেতিয়া। আৰু কমল মাষ্টৰে এসময়ত মদ খাইছিল হয়, কিন্তু তাৰ বাহিৰে তেওঁৰ চৰিত্ৰৰ আৰু কি দোষ মানুহে দেখিছে? বৰং মদাহী মানুহ বহুত সময়ত নিৰ্দ্দোষ হোৱাহে দেখা যায়। কাৰণ মদ খাই ভূত-ভবিষ্যত পাহৰি থকা কাৰণে বেয়া কামলৈ মন-কাণকে কৰিব নোৱাৰে। তদুপৰি কমল ৰোপাইতো আজি-কালি মদ নেখায়। তেওঁতো আজি কালি বেছ গহীন-গম্ভীৰ মাষ্টৰ মানুহ। স্কুলত পঢ়োৱা আৰু ল'ৰা-ছোৱালী কামনা কৰাৰ বাহিৰে তেওঁৰ আন কিবা চিন্তা আছে বুলিতো কোনেও নেজানে।

ল'ৰাইঁতে তথাপি দাৰোগাৰ লগত তৰ্ক কৰে। বাইজৰ অভিযোগ উঠিছে যেতিয়া এবাৰ তদন্ত কৰি চোৱাত ক্ষতি কি? দাৰোগাই কয়, লাভ নাই, কাৰণ প্ৰমাণ কৰিব নোৱাৰি। আন কোনোবা মানুহেওতো কেচুৱাটো মাষ্টৰৰ ঘৰৰ ওচৰত পেলাই থৈ যাবহি পাৰে? আন হাতে মাষ্টৰে নিজে হত্যা কৰিলেনো ঘৰৰ ওচৰতে শটো পেলাই থবনে?

লৰাইঁতে একো উত্তৰ দিব নোৱাৰি তলমূৰকৈ গুচি আহিল। পিচত মৰণোত্তৰ পৰীক্ষাৰ খবৰ পোৱা গৈছিল যে ছমহীয়া কেচুৱাটোক বিহ খুৱাই মৰা হৈছিল।

মই কিছুদিন পিচত শুনিলোঁ, এদিন কমল মাষ্টৰে শিক্ষকৰ কমন

কমত কান্দিছিল। ল'ৰাহঁতৰ লগতে দুই-এক ডাঙৰেও তেওঁক সন্দেহ কৰা কাৰণে তেওঁ বৰ আঘাত পাইছিল, কান্দি কান্দি কৈছিল,—তেওঁ মৰি যোৱাই ভাল আছিল। সহকৰ্মীসকলে তেওঁক বুজাইছিল, সান্ত্বনা দিছিল, সৰু ল'ৰা বুলি ক্ষমা কৰিবলৈ কৈছিল। কৈছিল আজিকালি ল'ৰাহঁত বৰ উদণ্ড হৈ আহিছে, সিহঁতেনো নকৰে কি? দুজন মান ভাল, নম্ৰ ল'ৰাই আহি সকলো ল'ৰাৰ হৈ কমল মাষ্টৰৰ ওচৰত ক্ষমা প্ৰাৰ্থনাও কৰিছিলহি। এই দৰেহে কোনো মতে তেওঁক শান্ত কৰিব পৰা হৈছিল।

বহুতো বয়োবৃদ্ধ আৰু জ্ঞানোবৃদ্ধ লোকে "উদণ্ড ল'ৰা-হঁতক" শিক্ষা দিছিল: দুদিন মদ খাইছিল বুলিয়েই ঋষিতুল্য মানুহৰ ঘৰৰ ল'ৰাই এনে জঘন্য কাম কৰিব নোৱাৰে; যি মানুহৰ সন্তান নাই আৰু যি সন্তান কামনা কৰে, তেনে মানুহে ছমহীয়া দেৱশিশু এটিক বিহ খুৱাই মাৰিব নোৱাৰে, লহপহকৈ বাঢ়ি অহা ল'ৰাকতো চুৰি কৰিব নোৱাৰেই।

তাৰ পিচত সকলোৱে লক্ষ্য কৰিলে যে কৱিৰাজ আৰু ঠিকাদাৰৰ লগত কমল মাষ্টৰে সম্বন্ধ ছিঙি পেলালে। কাৰণ ল'ৰাহঁতৰ সন্দেহত উজান দিওঁতা বয়সস্থ সকলৰ ভিতৰত কৱিৰাজ আৰু ঠিকাদাৰো আছিল। মাষ্টৰনীৰ বন্ধ্যাত্ব ভাঙি দিব বুলি কৱিৰাজৰ লগত মাষ্টৰৰ মধুৰ আশাৰ সম্পৰ্ক গঢ়ি উঠিছিল। টানে-আপদে সহায় কৰে বুলি ঠিকাদাৰৰ ল'ৰা-ছোৱালীকো মাষ্টৰে মাজে-সময়ে পঢ়া-শুনাত ঘৰতে সহায় কৰি দিছিল। কিন্তু কৱিৰাজ আৰু ঠিকাদাৰে নিজৰ ঘৰতে হোৱা বিপদৰ সংক্ৰান্তত কিবা প্ৰতিকাৰ কৰিব পৰাৰ আশাত লৰাহঁতৰ কথাত হয়ভৰ দিলে। গতিকে কমল মাষ্টৰে তেখেতসকলক বেয়া পোৱা হ'ল, নমতা হ'ল।

এই ঘটনাৰ পিচৰ পৰা কমল মাষ্টৰ আগতকৈও গহীন হ'ল। বৰকৈ মানুহৰ ঘৰলৈ নোযোৱা হ'ল। বাৰীৰ ফল-মূল খাবলৈকো ল'ৰাহঁতক নমতা হ'ল। কথা-বতৰা কমাই পেলালে। সদায় বেজাৰ কৰি থকা হ'ল। শেষত তেওঁৰ সেইটোৱেই স্বাভাৱিক অৱস্থা বুলি

পৰিগণিত হ'লগৈ। এটা স্বাভাৱিক অৱস্থা গৃহিত হলে মানুহ সহজ হয়। গতিকে এদিন এজন সহকৰ্মীয়ে সুধিলে, কমল মাষ্টৰে এতিয়া আৰু সন্তান কামনা নকৰে নেকি? তেওঁ উত্তৰ দিলে যে এইবাৰ তেওঁ বেলেগ ঔষধ প্ৰয়োগ কৰিব; কৱিৰাজে একো কৰি দিব নোৱাৰিলে; এইবাৰ মায়ং অঞ্চলৰ এজন ডাঙৰ, নামকৰা বেজৰ ঔষধ দিব খুজিছে: বিধৃতি হৈ যোৱাৰ পিচতে লঘোন দি থাকিব লাগিব, কেৱল মালভোগ কল, কুহিঁয়াৰ, গাখীৰ খাব পাৰিব, মাটিত পেট পেলাই শুই থাকিব লাগিব কিছু দিন···ইত্যাদি বহুত কিবা কিবি কৰিব লাগিব।

সহকৰ্মীজনে প্ৰথমে বৰ আমোদ পাইছিল। কাৰণ সকলোৱে ধৰি লৈছিল যে মাষ্টৰনীৰ সন্তান আৰু কোনো কালে নহয়। কিন্তু কমল মাষ্টৰৰ আশা দেখি সহকৰ্মীৰ সৈতে আন সকলোৰে কৌতুহল হবলৈ ধৰিলে। সন্তান হব বুলি নহয়, মাষ্টৰে এইদৰে বলীয়ালি কৰি কি কৰিব খুজিছে বুলি। বাটেদি মাষ্টৰক যোৱা দেখিলেই সকলোৱে ফিচফিচাই, অৰ্থপূৰ্ণ হাঁহি মাৰি কথা পাতে। ডাঙৰ সকলে এইবাৰো ফিচিঙা ফিচিং কৰিবলৈ হাক দিলে, কাৰণ, তেখেত সকলৰ মতে সন্তান পাবলৈ মাষ্টৰৰ ইমান আগ্ৰহ হৈছে যেতিয়া তেওঁক ঠাট্টা-মস্কৰা কৰিব নেপায়; বিশেষকৈ কাৰো দিন-কাল সমানে নেথায়, কাৰ ভাগ্যত কি আছে কোনেও নেজানে।

এনেকৈ বুজনি দিওঁতে বয়সস্থসকলে প্ৰায়েই এটা উদাহৰণ দাঙি ধৰে: মাষ্টৰ-মাষ্টৰণীয়ে এবাৰ কেও কিছু নোহোৱা পাঁচ বছৰীয়া সম্বন্ধীয়া ল'ৰা এটা তুলি লবলৈ আনিছিল, বৰ আতোলতোলকৈ পালন কৰিছিল; লবা নোহোৱাৰ বয়ত ল'ৰা হলে যি হয় সেয়ে হৈছিল। আদৰৰ সীমা নাই, বস্তু দিয়াৰ অন্ত নাই, মাষ্টৰ-মাষ্টৰণীৰ ঘৰমৰ আতিশব্য পলাশবনৰ আমোদ-আলোচনাৰ বিষয় হৈ পৰিছিল; কিন্তু নৌ ছমাহ যাওঁতেই লৰাটোৰ কিবা অচিন বেমাৰ হৈ তৃতীয় দিনা শেষেই হ'ল; মাষ্টৰ-মাষ্টৰণীৰ কি কান্দোন, বিশেষকৈ মাষ্টৰণী এসপ্তাহ মানলৈ যোলে বিচনাৰ পৰাই নেনামিলে; সেই কেইদিন সান্ত্বনা

দিবলৈ পলাশবনৰ মানুহৰ সোঁত বৈছিল মাষ্টৰৰ আওহতীয়া ঘৰলৈ।

তেনে এজন মানুহ হত্যাকাৰী বা লৰা-চোৰ হব পাৰেনে? আমাৰ অগ্ৰজসকলে প্ৰশ্ন কৰে।

কিছুদিন পিছত কমল মাষ্টৰে স্কুলৰ কমন ৰুমত সেই সহকৰ্মীজনকে জনালে যে মাষ্টৰণীৰ এই বাৰ কিবা হৈছে হব পায়। ফুচফুচাই আৰু ইফালে-সিফালে চাই সুধিলে, গৰ্ভধাৰণ কৰিলে কি কি লক্ষণ দেখা যায় বাৰু? অভিজ্ঞ সহকৰ্মীয়ে কলে যে প্ৰথমে বমি-চমি হব পাৰে, আভোক আভোক লাগিব পাৰে, মূৰ ঘূৰিব পাৰে, ইত্যাদি ইত্যাদি। কমল মাষ্টৰৰ চকু-মুখ উজ্জ্বল হৈ উঠিল: হয় হয় মাষ্টৰনীৰ এইবোৰ লক্ষণ দেখা গৈছে, নিশ্চয় কিবা হৈছে। সহকৰ্মীয়ে যেই কলে যে খু-উ-ব টেঙা খাবলৈ মন যাব পাৰে সেই মাষ্টৰ জপিয়াই উঠিল—কোনো সন্দেহেই নাই, এই কেইদিন মাষ্টৰণীয়ে টেঙা বিচাৰি দিবলৈ গিৰিয়েকক কুটুৰি কুটুৰি ব্যতিব্যস্ত কৰি তুলিছে।

পলাশবনত ৰাষ্ট্ৰ হৈ গ'ল যে মাষ্টৰণী অন্তঃস্বত্বা। ডাঙৰ সকলে কলে যে হবও পাৰে; বহুতৰে হোৱা দেখা যায়। 'উদণ্ড' লৰাইঁতে উৰুৱাই দিলে, বজাঁ-বাজীঁৰ ল'ৰা হবই নোৱাৰে। সবহ ভাগেই আমোদ পালে, মাষ্টৰৰ সন্তান নহলেও মানুহে স্ফুৰ্ত্তি কৰিব পাৰে আৰু সন্তান হলেও বং চাব পৰা হব।

মানুহে জানিব পাৰিলে যে মাষ্টৰে কৱিৰাজী ঔষধ মাষ্টৰণীক খুৱায়; দৰকাৰ হলে যিমান দূৰৰ টাউনেই নহওক, তেওঁ ডাক্তৰী ঔষধ আনিহে খুৱাব। দুই-চাৰি জনী তিৰোতা মানুহ খবৰ কৰিও আহিল গৈ; তেওঁলোকৰ মতেও লক্ষণবোৰ সচাঁ, কিবা হবও পাৰে। গাতহে তেনেকৈ একো ধৰিব নোৱাৰি। হওঁতে মাষ্টৰণী শকত মানুহ, সততাই ধৰিব পৰা টানো। দিন যোৱাৰ লগে লগে অৱশ্যে তিৰোতা মানুহেও স্বীকাৰ কৰিবলৈ বাধ্য হ'ল যে মাষ্টৰনীৰ গাটোত্তে একিয়া

অলপ-অচৰপ চিন ধৰিব পৰা হৈছে। কমল মাষ্টৰক সকলোৱে বাঃবাঃ দিবলৈ ধৰিলে। কিছুমানে ঠাট্টা-মস্কৰা কৰিবলৈও নেৰিলে। তেওঁ হাঁহি হাঁহি মুৰ তুপিয়াই যাবলৈ ধৰিলে। সহকৰ্ম্মী সকলে দাবী কৰিলে যে তেওঁলোকক এটা ডাঙৰ ভোজ খুৱাবই লাগিব। কমল মাষ্টৰে নিৰ্ব্বিবাদে সম্মতি প্ৰকাশ কৰিলে। মাষ্টৰৰ সংসাৰক কেন্দ্ৰ কৰি পলাশবনলৈ নতুন জীৱন আহি পৰিল। মাষ্টৰৰ শুভদিনলৈ সকলোৱে আগ্ৰহেৰে বাট চাবলৈ ধৰিলে। যেন মাষ্টৰৰ মঙ্গলৰ লগত গোটেই পলাশবনৰ মঙ্গল সাঙোৰ খাই আছে। সৰু ঠাইৰ মানুহৰ এনেকুৱাই মৰম। আনকি 'উদণ্ড' লৰাইঁতো নিতাল মাৰিলে।

এনেকুৱা সুখৰ দিনতে, হিচাপ কৰি চোৱা মতে মাষ্টৰণীৰ সন্তান ভূমিষ্ঠ হবলৈ এমাহৰ কম সময় থাকোতে, হঠাৎ এদিন শেষ নিশা চণ্ডীৰাম নামৰ এজনৰ পানীকেচুৱা ল'ৰাটো চুৰি হ'ল। চণ্ডীৰামৰ খেৰীঘৰৰ বেৰ কটা, দুৱাৰ খোলা পোৱা গ'ল। চুৰি হোৱা কেচুৱা মাত্ৰ ডেৰ মহীয়া। আকৌ হুলস্থুল লাগিল। ৰাতিপুৱাৰ আগতে পলাশবন আকৌ জাগি উঠিল। ল'ৰাইঁত তৎপৰ হ'ল। থানাত খবৰ দিয়া হ'ল। ল'ৰা-ডেকা-বুঢ়া সকলোৱে চাৰিওপিনে পিয়াপি দি বিচাৰিবলৈ ধৰিলে।

চণ্ডীৰাম সাধাৰণ মানুহ। আগতে কমল মাষ্টৰৰ ঘৰতে হালোৱাৰ দৰে আছিল। পিচত নিজে মাটি-বাৰী লৈ খেতি কৰিছিল আৰু সামান্য চাউল-দাইলৰ দোকান এখন দিছিল। এইটিয়েই প্ৰথম সন্তান। ঘৈনীয়েক আৰু ভনীয়েক এটা কোঠাত কেচুৱাৰ লগত শুইছিল; চণ্ডীৰাম আন এটা কোঠাত শুই আছিল। শেষ নিশা সাৰ পাই মাকে চাই দেখে যে কেচুৱা নাই। চিৰিং কৈ উঠা বুকুৰে বিচনাৰ পৰা নামি বিচাৰি চাওঁতে বিচনাৰ ওচৰতে দেখে বাঁহৰ বেৰখন কটা। তিৰোতা জনীয়ে চিঞৰ মাৰি দিলে। ভনীয়েক উঠিল, চণ্ডীৰাম উঠি একে জাপে ওচৰ পালেহি। এনে হুলস্থুলৰ মাজত মন কৰিবলৈ নহ'ল, দুৱাৰখন আগতে খোলা আছিল নে চণ্ডীৰাম হঁতেই পিচত খুলি বাহিৰলৈ ওলাই

আহিছিল। ওচৰৰ মানুহক তৎক্ষণাৎ জগাই খবৰ দিয়া হ'ল। কেচুৱাৰ বিচাৰ আৰম্ভ হ'ল।

ৰাতি ভালকৈ পুওৱালৈকে চাৰিওফালে বৃথা অনুসন্ধান চলিল। দাৰোগা-চিপাহী আকৌ আহিল। প্ৰাথমিক তদন্তৰ পিচত দাৰোগাই মন্তব্য কৰিলে যে বেৰ কটা বিন্ধাই সিঁ চোৰে কেচুৱা নিয়া নাই। কাৰণ ফুটাটো নিতান্ত সৰু। অৱশ্যে কোনোমতে প্ৰথমে সোমাব পাৰে। কিন্তু পিচত কেচুৱাটো লৈ নিশ্চয় দুৱাৰ খুলি ওলাই গৈছিল।

লৰাইঁত এইবাৰ বৰ উত্তেজিত হৈ উঠিল। পুলিচক দেখা শুনাকৈয়ে সমালোচনা কৰিবলৈ ধৰিলে। এনেকুৱা ঘটনা পলাশবনত অনবৰত ঘটি থাকিব আৰু পুলিচে তাৰ একো প্ৰতিকাৰ নকৰিব? দেশত অৰাজকতাৰ সৃষ্টি হব নেকি? ধৈৰ্য্যশীল দাৰোগাই ভাইটিইঁতক ধৈৰ্য্য ধৰিবলৈ কলে—বুজাৰ খুজিলে যে পুলিচে চোৰ ধৰিব পৰা নাই সঁচা, কিন্তু চোৰক প্ৰশ্ৰয়ো দিয়া নাই।

কোনোবা এটাই খবৰ দিলেহি, কমল মাষ্টৰৰ যোৱা ৰাতি অসময়ত ল'ৰা এটি হৈছিল, কিন্তু নেবাচিলে। মাষ্টৰনীয়ে হুৰাওবাৰে কান্দিছে। মাষ্টৰ বাহিৰত্তে নিমাত হৈ বহি আছে।

লৰাইঁতৰ মনত পুৰণি সন্দেহ উকন্দি উঠিল। সিহঁতে কলে, এইবোৰ মাষ্টৰৰ ফাকটি, তেঁৱেই চণ্ডীৰামৰ কেচুৱা চুৰ কৰিছে, পুলিচ এতিয়াই মাষ্টৰৰ ঘৰলৈ যাব লাগে। তৎক্ষণাৎ নতুন হুলস্থুল এটাৰ সৃষ্টি হ'ল। এদল লৰা তেতিয়াই দৌৰি গ'ল মাষ্টৰৰ ঘৰৰ ওপৰত চোকা নজৰ ৰাখিবলৈ। পলম কৰিলে অঘটন ঘটিব পাৰে। কৱিৰাজ আৰু ঠিকাদাৰৰ নেতৃত্বত ৰাইজৰো বহুতে দাৰোগাক কথাটো অনুসন্ধান কৰিবলৈ ধৰিলে। দাৰোগা মান্তি হ'ল।

পুলিচৰ লগতে ৰাইজো ওলাল মাষ্টৰৰ ঘৰলৈ। আজি কিবা অঘটন ঘটিব বুলি সকলোৱে ধাৰণা হল। মাষ্টৰৰ ঘৰৰ ওচৰত পহৰাত্ত ৰত লৰা কেইজনমানক পোৱা হ'ল। সিহঁতে জনালে যে কমল মাষ্টৰে খুব ভিতৰ-বাহিৰ কৰি আছে আৰু অলপ আগতে দুহাতে বুকুৰ ওচৰত

কিবা টোপোলা এটা লৈ ঘৰৰ পাচ ফালে গৈছে; তেওঁক এতিয়াই বাধা নিদিলে কিজানি পস্তাব লগীয়াও হব পাৰে।

সকলোৱে বেগাবেগিকৈ মাষ্টৰৰ চোতাল পালেগৈ। দূৰৰ পৰাই শুনা গৈছিল মাষ্টৰনীয়ে ইনাই-বিনাই কান্দিছে। দাৰোগাই মাষ্টৰ মাষ্টৰকৈ মাতি ঘৰৰ পাচ ফাললৈ যাবলৈ ধৰিলে। হঠাৎ এটা লৰাই চিঞৰ মাৰি কলে, সৌৱা সৌৱা মাষ্টৰ সৌৱা! সকলোৱে দেখিলে দূৰত প্ৰকাণ্ড বাৰীখনৰ চাপৰ বাঘবনৰ মাজে মাজে মাষ্টৰ গৈ আছে, আগ-ফালে বুকুৰ ওচৰত দুহাতেৰে কিবা এটা লৈ যোৱা যেন লাগে। দাৰোগা আৰু চিপাহী দৌৰিল। পাচে পাচে ৰাইজ। চণ্ডীৰামে আটাইকে পাচ পেলালে।

দাৰোগাৰ মাত শুনি কমল মাষ্টৰ বৈ গ'ল। তেওঁৰ বুকুত সঁচাকৈয়ে কাপোৰেৰে মেৰিওৱা এটা টোপোলা। চিপাহী দুজনে মাষ্টৰক আগভেটি ধৰি থিয় দিলে। দাৰোগাই সুধিলে, মাষ্টৰৰ হাতত সেইয়া কি? মাষ্টৰে দুখ মনেৰে কলে, যোৱা ৰাতি তেওঁৰ এটি লৰা হৈছিল, কিন্তু মৃত অৱস্থাত, তাকে হাবিত পুতি থবলৈ তেওঁ যাব খুজিছে।

কেনেকৈ পুতিব?

আগেয়ে গাত খানি থৈ আহিছে।

আনে তৰ্কিব পৰাৰ আগতেই চণ্ডীৰামে একে জাপে আহি চোঁ মাৰি মাষ্টৰৰ হাতৰ পৰা টোপোলাটো কাঢ়ি লৈ গ'ল। কেচুৱাৰ কান্দোন শুনা গ'ল। চণ্ডীৰামে টোপোলা মেলি কৈ উঠিল "এইটোৱেই মোৰ লৰা, এইটোৱেই মোৰ লৰা।" মাষ্টৰৰ ওপৰত মানুহবোৰ জপিয়াই পৰিল। চৰ-ভুকুৰ বৰষুণ পৰিবলৈ ধৰিলে। দাৰোগা আৰু চিপাহীয়ে কোনো মতেহে ৰাইজক শান্ত কৰি মাষ্টৰৰ হাতত হাত কেৰেয়া দি লৈ আহিল। যেতিয়া মাষ্টৰনীকো হেণ্ডকাফ দিলে তেতিয়া মানুহ গৰাকীৰ কান্দোন হঠাৎ বন্ধ হৈ গ'ল—চকুৱে-মুখে দুখ-বেদনাৰ একো চিন দেখা আৰু নগ'ল।

লৰাইতৰ ভেঙুচালি, গালি-শপনি শুনি শুনি মাষ্টৰ আৰু মাষ্টৰনী

জীপত উঠি থানালৈ গ'লগৈ। লৰাহঁতৰ কথা নমনা হলে আৰু অলপ পলম হোৱা হলেই চণ্ডীৰামৰ কেচুৱা জীয়ন্তে ফিৰাই পোৱা নগ'লহেঁতেন। কাৰণ হাবিৰ মাজত পিচত মানুহে ন-কৈ খনা গাত এটা দেখিবলৈ পালে। সম্ভৱতঃ মাষ্টৰে কেচুৱাটো তাতে পুতি থলে হেতেন।

পলাশবনত এই বাৰ গভীৰ আতঙ্কৰ ছাঁ পৰিল। কমল মাষ্টৰৰ নিচিনা মানুহৰ এই কাণ্ড! মানুহে কাক বিশ্বাস কৰিব? সকলোৱে দুখ পালে। লৰাহঁতে গুৰুস্থানীয় মানুহক সম্মান কৰিব নোৱাৰা কাৰণে দুখ পালে; বয়সস্থ সকলে মানুহৰ ইমান অধঃপতন হোৱা আগতে দেখা নাছিল কাৰণে দুখ পালে।

মাষ্টৰে পুলিচৰ আগত হেনো স্বীকাৰ কৰিলে যে পলাশবনৰ আগৰ কিটা লৰা চুৰিৰ বাবেও তেৱেঁই দায়ী। প্ৰথমে মণিক লৈ গৈছিল; কিন্তু ধৰা পৰাৰ ভয়ত এখন বজাৰত এটা পছিমীয়া মানুহক বেচি দিব লগীয়া হ'ল। ঠিকাদাৰৰ লৰাটোকো আন্ধাৰত ফুচুলাই লৈ গৈছিল, কিন্তু তৎ-ক্ষণাৎ ইমান বিচাৰ-খোচাৰ হোৱা দেখি এৰি দিবলৈ বাধ্য হ'ল। সেই গাঁৱৰ পৰা চুৰ কৰি অনা কেচুৱাটোকো মাৰি পেলাব লগীয়া হ'ল, কিয়নো পিতাকে থানাত এজাহাৰ দিওঁতে মাষ্টৰৰ নিচিনা এটা অচিনাকি মানুহ গাৱঁত দেখাৰ কথা কৈছিল; গতিকে ধৰা পৰাৰ ভয় আছিল।

চণ্ডীৰামৰ কেচুৱাৰ ক্ষেত্ৰতো একেই হ'ল। ৰাতি সময় মতে সাৰ নেপালে, সেয়ে শেষ নিশা চুৰ কৰিব লগা হ'ল। আঁতৰাই নিবলৈ সেই কাৰণে সময় নেপালে। নহলে ৰাতিৰ ভিতৰতে কেচুৱা নি এঠাইত লুকুৱাই থৈ পিচত মাষ্টৰনীক লৈ যোৱাৰ কথা আছিল। সময়ত মাষ্টৰনী মাক হৈ উলটি আহিল হেতেন। তথাপি মাষ্টৰে শেষ চেষ্টা কৰি চালে: মৰা সন্তান হৈছে বুলি কৈ কেচুৱাটো আঁতৰাই নিব খুজিছিল। কিন্তু লৰাহঁতে পহৰা দি থকা বাবে সেইটো কৰিব পৰা নহ'ল।

এই অদ্ভুত নিষ্ঠুৰতাৰ কথা শুনি পলাশবন স্তব্ধ হৈ গ'ল। ভালে-মান দোকান-পোহাৰ বন্ধ হৈ থাকিল। ডেকাহঁতে ৰাতি পহৰা দিয়াৰ

কথা ভাবিবলৈ ধৰিলে। কেৱা গৰাকীও তিৰোতা মানুহৰ বাতি টোপনি নহা হ'ল। এৰাতি কোনোবাই মাষ্টৰৰ ঘৰটো জুই লগাই দিলে। কোনেও অনুতাপ নকৰিলে। পুলিচেও তদন্ত নকৰিলে। কবিৰাজ আৰু সেই'বিহ-খুৱাই-মৰা কেচুৱাৰ ঘৰখনলৈ পলাশবনৰ সহানুভূতিৰ ঢল বৈ গ'ল।

ডাঙৰ কথা কবলৈ থাকিয়ে গৈছে ঃ থানাতে কমলঁ মাষ্টৰ আৰু মাষ্টৰনীয়ে আত্মহত্যা কৰিলে। থানাৰ গাড়ী বেয়া হোৱাত সেইদিনা জিলালৈ চালান দিব পৰা নগ'ল। সেইবাবে ৰাতিটো লক্-আপতে থোৱাৰ ব্যবস্থা কৰা হৈছিল। কিন্তু পিচ দিনা ৰাতিপুৱা শুই থকাৰ পৰা তেওঁলোকক আৰু জগাব পৰা নহ'ল। ডাক্তৰে পৰীক্ষা কৰি মৃত বুলি ঘোষণা কৰাত লৰালৰিকৈ দাৰোগাই সদৰলৈ লৈ গ'ল। মৰণোত্তৰ পৰীক্ষাৰ পৰা জনা গ'ল যে মাষ্টৰ-মাষ্টৰনীয়ে বিহ খাই আত্মহত্যা কৰিলে।

দাৰোগাই মোক কলে, মাষ্টৰৰ জেপত এটুকুৰা কাঠ পেন্সিল পোৱা গৈছিল। মৃতদেহ দুটাৰ তলত এডোখৰ কাগজ পোৱা গৈছিল। তাত কাঠ পেন্সিলেৰে লিখা আছিল ঃ

"নিঃসন্তানৰ দুখ কোনেও নুবুজিব। লোকৰ লৰাক আপোন কৰাত কিমান টান আমাক দেখি হয়তো মানুহে বুজিব পাৰিব। মৰম কৰা বৰ সহজ, কিন্তু মৰমৰ পাত্ৰ পোৱা বৰ সহজ নহয়। আমি যি অপকৰ্ম্ম কৰিলো সেইবোৰ সদায় কৰো বুলি কৰা নাই; কিহবাইহে যেন কৰাইছে। কিন্তু কাকো আমি ক্ষমা নোখোজো, কাৰণ ক্ষমা পাবৰ যোগ্য আমি নহওঁ। কিন্তু কি দোষত বাৰু আমি এই অপৰাধ কৰিলোঁ? আমি ৰৰতে সাজু হৈ লগত বিহ থৈছিলোঁ।"

## ফুল আৰু গাড়ী থকা ঘৰ

তিনি বছৰৰ পিচত ইয়ালৈ আহি ইতস্ততঃ কৰিবলৈ ধৰিলো : মৰিয়মহঁতৰ ঘৰলৈ যাম নে নেযাম ?

অথচ মই ভালকৈয়ে জানো যে আন 'দৰকাৰী' কামত ইয়ালৈ আহিছোঁ যদিও সেইটো এটা অজুহাতহে ; আচল 'দৰকাৰ' চহৰৰ প্ৰান্ত গাতে লগা গাওঁ খনৰ সেই 'ফুল' আৰু 'গাড়ী' থকা ঘৰটোলৈ দুঘণ্টা মান মৰিয়মহঁতৰ লগত কটাই অহা। এই তিনি বছৰে এদিনলৈকে আচৰিত ছোৱালী মৰিয়মৰ কথা-বতৰা, আচাৰ-ব্যৱহাৰ আৰু উৎফুল্লতাৰ কথা মই পাহৰিব পৰা নাই।

আৰু পাহৰিব পৰা নাই মই যিমান পাৰোঁ সোনকালে—"এই ধৰা দুমাহ তিনিমাহৰ পিচত"—আকৌ আহিম বুলি কথা দি ৰাখিব নোৱাৰাৰ অপৰাধ। আহিম বুলি মই মৰিয়মক ফাঁকি দিয়া নাছিলোঁ, সঁচা আগ্ৰহেৰেই কৈছিলোঁ। কিন্তু নানান কাৰণত অহা হোৱা নাছিল ; মন থাকিলেও অহাৰ প্ৰয়োজন আছে বুলি নিজকে ক'ব পৰা নাছিলোঁ।

প্ৰাণপ্ৰাচুৰ্য্যপূৰ্ণ, স্নেহ আৰু আগ্ৰহৰ অফুৰন্ত নিজৰা স্বৰূপ ছোৱালীজনীক মই কিন্তু এদিনলৈকে পাহৰিব পৰা নাই।

সেই কাৰণেই মৰিয়মহঁতৰ ঘৰলৈ যাবলৈ তিনি বছৰৰ পিচত ইতস্ততঃ লাগিছে। দুই বা তিনি মাহৰ পিচত নহাৰ কি অজুহাত মই দেখুৱাম ? চিঠি এখনকেনো কিয় নিদিলোঁ ? তাই যদি ওফোন্দ পাতে ...... নাই তাই ওফোন্দ নাপাতে, সেইবোৰ তাই নেজানেই ; মোক দেখি

"ককাইটি আহিল, ককাইটি আহিল" বুলি একেলগে উৰি অহাদি আহি মোৰ হাত দুখনত ধৰিব, তাৰ পিচত টানি টানি ভিতৰলৈ লৈ যাব আৰু মোৰ কথা গৰ্ব্ব আৰু আনন্দেৰে ঘোষণা কৰি দিব। কিন্তু তাইৰ এই সৰলতাৰ সন্মুখীন হ'বৰ সাহস মোৰ ক'ত ? মইতো নিৰপৰাধ নহওঁ।

ডাঙৰ চাই এটোপোলা জলপান কিনি ললোঁ। এগজ বিলাতী বগা ভইল আৰু তিনিগজ দেশী বগা ভইল আৰু এযোৰ ভাল কল্লাহী মেখেলা-চাদৰো কিনিলোঁ। মৰিয়মলৈ কি কি নিম ঠিক কৰিব নোৱাৰি সন্তহতে মিঠাইৰ টোপোলাকে নিম, পিচত তাইক লৈ বজাৰলৈ আহিম, এই বুলি মনতে থিৰ কৰিলোঁ। পালে বৌ মাছ এটাও লৈ যাম নেকি এবাৰ ভাবিলোঁ। কিন্তু সিমান খিনিলৈ যাবৰ মন নগ'ল ঃ গাৱঁৰ মানুহে ভাল চকুৰে নেচাবও পাৰে ; কাৰণ মৰিয়মহঁত মোৰ একো নহয়।

টোপোলা কেইটা ৰিক্সা এখনত তুলি দি মই যাত্ৰা কৰিলোঁ। বজাৰ-খনৰ পৰা ধৰিলে গাওঁখনলৈ আঢ়ৈ মাইল মানেই হ'ব, চহৰৰ সীমাৰ পৰা কিন্তু গাওঁখন আধামাইলৰ ভিতৰত। সীমাৰ পৰা মানুহৰ পাতল বসতি আৰু ডাঠকৈ গছ-গছনি আৰম্ভ হৈছে। উপকণ্ঠৰ পৰা দূৰৰ গাওঁখন এখন হাবি যেনেই লাগে। তিনি বছৰৰ আগতে এই বাটেদিয়ে এখন মটৰত উঠি মই এঠাইলৈ গৈছিলোঁ। সেই দীঘলীয়া যাত্ৰাৰ আৰম্ভ অমঙ্গলীয়া আছিল। কাৰণ মৰিয়মহঁতৰ গাৱঁতে মটৰখন অচল হৈ গৈছিল। কিন্তু তাক অমঙ্গলীয়া বুলিবৰ মোৰ মন যোৱা নাই ; কাৰণ সেই দিনাই মৰিয়মক মই প্ৰথম লগ পাওঁ।

নিজৰ গাড়ী নহয়। এজন বন্ধুৱে মোৰ জৰুৰী কাম দেখি ড্ৰাইভাৰ সহ দিছিল ; পেট্ৰল কিনি আমি দুজনেই যাত্ৰা আৰম্ভ কৰিছিলোঁ। কিন্তু আঢ়ৈ মাইল আহিয়েই যন্ত্ৰ বিকল হৈ গ'ল। লাজতে তলমূৰ কৰা ড্ৰাই-ভাৰে চাই-চিতি ক'লে যে টাউনলৈ উলটি নগ'লে নহব, বস্তু এটা আনিবই লাগিব ; "ছাৰ, মই ৰিক্সা এখন লৈ যাওঁ, আপুনি গাড়ীতে বহি থাকক। এঘণ্টা মানৰ ভিতৰতে আমি যাব পাৰিম। আপুনি বেয়া নেপাব, ছাৰ।"

নিৰুপায় যেতিয়া মই মান্তি হৈছিলোঁ আৰু বেয়া নোপোৱাৰ মিছা চিন দেখুৱাবলৈ হাঁহি মাৰিবলৈ চেষ্টা কৰিছিলোঁ। কৰবাৰ পৰা উলটি অহা খালি বিক্সা এখনত উঠি ড্ৰাইভাৰ আকৌ টাউনলৈ গ'লগৈ। মই মটৰৰ পৰা নামি বিৰক্তিৰে বিকল ইঞ্জিনটোলৈ একেথৰে চাই থাকিলোঁ ঃ মটৰৰ ভিতৰৰ কথা মই একোকে নেজানো।

কোনোবাই পাচ ফালৰ পৰা মোৰ হাত এখন ধৰাত অলপ চক খাই উভতি চালোঁ ঃ এজনী ছয়-সাত বছৰীয়া ছোৱালী। বেছ স্বাস্থ্যৱতী, তেজাল বগা, নাক-মুখ গঢ়িত, ডিঙিলৈকে পৰা আউল বাউল চুলিকোছা, ৰং উৰি যোৱা বঙচুৱা কপাহী ফ্ৰকটোৰ নমৰা কিটাডাল দুফালে ওলমি আছে, বগা ভৰি দুটা উকা। তায়ো একেথৰে, মোৰ হাত এখনত ধৰি গাড়ীখনলৈ চাই আছিল।

মই আচৰিত হলোঁ ঃ ক'ৰ ছোৱালী এইজনী ? এনেকৈ যে নিৰ্ভয়ে মোৰ হাতত ধৰি বেয়া হৈ যোৱা লোকৰ মটৰখনলৈ চাই আছে যেন মই তাইৰ নিচেই আপোনজন ককায়েক, দদায়েক মোমায়েক নাইবা দেউতাকহে। অথচ আপোন নহয় বুলিয়েই বা মই কেনেকৈ ক'ম ? দেখিয়েই তাইলৈ মোৰ মৰম উপজিল, আঠু কাঢ়ি সাৱটি ধৰি কেইটামান চুমা খাই নিদিলেও তাইৰ তেজেৰে পূৰঠ গাল দুখনিত হাত ফুৰাই দিবলৈ মন গ'ল।

"বেয়া হ'ল ?" তাই মোৰ চকুলৈ চাই সুধিলে।

এইবাৰ মোৰ মুখেদি অকমান হাঁহি বাগৰি গ'ল। মই মূৰ দুপিয়ালোঁ। তাই মোৰ হাতখন এৰি দি দুহাতৰ আঙুলিবোৰ গুথি আঠুৰ পিনলৈ ভিৰাই ধৰি কলে, "আমাৰো এখন মটৰ আছে। তাত কেতিয়াবা আমি দেখৰ ল'ৰা-ছোৱালীয়ে উঠোঁ।" সৰল ভাৱে কোৱা কথা খিনি মিছা যেন নেলাগিলেও এইখন গাৰত বিশৃঙ্খল চুলি থকা আৰু সস্তীয়া কপাহী ফ্ৰক পিন্ধা এইজনী ছোৱালীৰ ঘৰত মটৰ থাকিব পাৰে বুলি বিশ্বাস কৰিবলৈ টান পালোঁ। মই সুধিব খুজিছিলোঁ, তোমাৰ ঘৰ ক'ত ভণ্টি ?—কিন্তু তাৰ আগতেই তাই ক'লে, "তুমি বোলে ফুল বৰ

ভাল পোৱা ? আমাৰ ঘৰৰ চাৰিওকালে ঢেৰ ফুল—গোটেই বোৰ কল্পলা।”

কোনে কলে ফুল ভাল পাওঁ বুলি ? আন সকলো মানুহৰ নিচিনাকৈয়ে মই সাধাৰণ ভাৱে ফুল ভাল পাওঁ! তাত বিশেষত্ব একো নাই। এই অচিনাকি ছোৱালীজনীয়ে তাত বিশেষত্ব আৰোপ কৰিলে কিয় ? একো কব নোৱাৰি মই মাত্র হাঁমি এটা মৰাৰ ভাও জুৰিলোঁ। তাই সুধিলে, “তোমাৰ বৰ ভাগৰ লাগিছে নহয় ?”

মই ক'লো, “এৰা পানী এগিলাচ খাব পাৰিলে বেয়া নহয়।”

“ইহ পানী এগিলাচহে খাবাঁনে ? ব'লা, ব'লা আমি তোমালৈ অথনিৰে পৰা বৈ আছোঁ। বাইটিয়ে কিবাক্বিবি কৰিও থৈছে।”

এই বুলি তাই মোৰ হাতত ধৰি টানিবলৈ ধৰিলে। এইবাৰ ৰহস্যৰ দুৱাৰ অলপ মেল খোৱা যেন লাগিল : ছোৱালীজনীয়ে নিশ্চয় মোক আন কোনোবা বুলি ভুল কৰিছে। তাঁহাতৰ ঘৰলৈ সেইদিনাই কোনোবা আহিব লগা আছিল; বায়েকে কিবা-কিবি যঁতায়ো থৈছে।

তথাপি তাইৰ লগে লগে মই গলোঁ। হওক অলপ অভিনয়। ঘৰলৈ গলেই ভুল ভাঙিব। মই ক'ম, পানী এটোপা খাবলৈহে সোমাইছিলোঁ, বেয়া নেপাব···

জপিয়াই জপিয়াই যোৱা ছোৱালীজনীয়ে কৈছিল, “তুমিতো নাহাই ককাইটি। মই মাইতক সুধি থাকোঁ তুমি কেতিয়া আহিবাঁ, তুমি কেতিয়া আহিবাঁ। মা আৰু বাইটিয়ে কয়, ৰচোন চিঠি দিব নহয়। শেষত তোমাৰ চিঠি আহিল। আমাৰ বিহে ফুৰ্তি!”

মিছা কথা, ফাঁকি নহ'লেও মিছা কথা। মই আহিম বুলি কালৈকো কেতিয়াও চিঠি দিয়া নাই। ইহঁতকতো মই চিনিয়েই নেপাওঁ। তথাপি তাইৰ সৈতে মই গৈ থাকিলোঁ। পানী এগিলাচ খাব পৰা শক্তি মোৰ আছিল। এঘণ্টা সময়ৰ অলপ এনেকৈয়ে কটাব পাৰিলে বেয়াও নহয়।

আনহাতে মৰমলগা ছোৱালীজনীক তৎক্ষণাৎ এৰি দিবলৈও মোৰ

মন যোৱা নাছিল। তাইৰ ভুল সংশোধন কৰি নিদিয়াৰ সেইটোৱেই বোধকৰোঁ ঘাই কাৰণ আছিল।

তিনি নল যোৱাৰ পিচতে পকা আলিৰ পৰা তাই মোক আন এটা ওখ আলিয়েদি চুনলমান আঁতৰৰ ঘৰ এটালৈ টানি লৈ গ'ল। ঘাই আলিৰ দুয়োকাষে আৰু ঘৰটোৰ চাৰিওফালে চমকা-চমকে পথাৰ। বাৰিষাৰ দিন। ভূঁই নোৰোৱা ঠাইবোৰ মেটেকাই ছাটি থৈছে। ফুলি থকা মেটেকাই চৌপাশ কজলা কৰি থৈছে। ছোৱালীজনীয়ে ঠিকেই কৈছিল। মাত্ৰ মানুহে এইবিধ কজলা ফুলক আদৰ নকৰে।

তামোলৰ ঢকুৱাৰে চকোৱা দিয়া খেৰী ঘৰটো সৰু। বগা মাটিৰে মচি চিকুনকৈ থোৱা যদিও ছালৰ বুকলি-খেৰবোৰৰ অৱস্থা দেখিলে বুজিব পাৰি তামোলৰ ঢকুৱাই আবুৰ ৰাখিলেও দৈন্যক লুকুৱাব নোৱাৰে। একেটাই ঘৰ; পাচফালে চালি এডোখৰত বেৰ দি ৰান্ধনি-ঘৰ কৰি লোৱা হৈছে। চকোৱাখনৰ দাঁতিতে পৰি আছিল পুৰণি মডেলৰ মটৰ এখনৰ বডী এটা; ইঞ্জিনটো নাই, মামৰে খাই নোহোৱা কৰিছে; পচি যাব ধৰা টায়াৰ কেইটা মাটিত সোমাই গৈছে। সেইখনেই মৰিয়ম আৰু 'দেখৰ লৰা-ছোৱালীয়ে' উঠা মটৰ গাড়ী।

প্ৰথম দিনা ওখ আলিটোৱেদি ঘৰলৈ মোক টানি টানি নিওঁতে মৰিয়মে কিন্তু ফুলবোৰ আৰু মটৰখন দেখুৱাই দিবলৈ পাহৰি গৈছিল। সেই দুটা বস্তু মইহে চেষ্টা কৰি বিচাৰি উলিয়াইছিলোঁ।

তিনি বছৰৰ পিছত মৰিয়মহঁতৰ ঘৰলৈ সোমাই যোৱা ওখ ৰাটটোৰ মুৰত মই ৰিক্সাৰ পৰা নামিলোঁ। টোপোলা কেইটা লৈ পকা আলিৰ পৰা নামি যাওঁতে প্ৰথমে চকোৱা খনতে চকু পৰিল। বোধকৰোঁ নতুনকৈ তামোলৰ ঢকুৱাৰে আকৌ এবাৰ দিয়াই লোৱা হৈছে। আজিও চাৰিওফালে মেটেকাৰ কজলা ফুলবোৰ ফুলি আছে। মটৰখনো আগৰ ঠাইতে পৰি আছে। ঘৰটোও সেই আগৰ দৈন্য আৰু পৰিচ্ছন্নতা লৈয়ে থিয় হৈ আছে। দ ঠাইত ওখ ভেটি ভুলি ঘৰ সজা হৈছে, সেই কাৰণে সোমাই অহা আলিটো ওখ। ঘৰখন আগৰ দৰেই

নিজম। নিজম হ'ৰই। মৰিয়ম, তাইৰ 'ৰাইট' আৰু বুঢ়ী মাক জনীৰ ৰাহিৰে ঘৰত কোনো নাই।

মই গৈ চোতালত থিয় হওঁতেই ভিতৰৰ পৰা কিবা কামত ওলাই অহা মৰিয়মৰ বাইটিয়েক চখিনাই মোক দেখি চক্ খাই উঠিল। টোপোলাই-টাপলিয়ে মোক দেখি আকৌ সোমাই যাব খোজা যেন কৰাত মই মাত লগালোঁ, "মোক চিনি পোৱা নাই নেকি চখিনা? মই মৰিয়মৰ 'ককাইটি—' সেই যে?"

চখিনাই এইবাৰ বৈ মোৰ চকুলৈ একেথৰে চাই থাকিল। গঢ়ে-পিতে মৰিয়মৰ নিচিনাই মোহ লগাকৈ ধুনীয়া চখিনাৰ চকু-মুখ আজিও সেই আগৰ দৰেই করুণ; চেষ্টা কৰিও বেদনাই তেওঁৰ নিটোল শ্ৰী হ্ৰাস কৰিব পৰা নাই; এতিয়া অৱশ্যে অলপ স্থূল যেন লাগিল, চকুৰ চাৰিও কাষ যেন অলপ কলা পৰিব ধৰিছে।

চখিনাই লাহেকৈ ক'লে, "পাইছোঁ; আহক।"

তেওঁৰ পিছে পিছে মই ভিতৰলৈ সোমাই গ'লোঁ। তেওঁৰ অল্প-ভাষিতা এতিয়াও আছে। একেটা ঘৰৰে সমুখৰ কোঠাটোত সেই আগৰ চকি দুখন, টুল এখন, টেবুল এখন আৰু বেঞ্চ এখন আজিও আছে। কুছন বা টেবুলক্লথ নাই। লীলা চিটনিছৰ ছবি থকা কেলেণ্ডাৰ খন আজিও আছে, মাত্ৰ ডিচেম্বৰৰ (বহু বছৰ আগৰ) পাত খিলাহে মৰিয়মে বোধহয় কেতিয়াবা ফালি পেলালে। আন একো ছবি নাই।

চকি এখনত বহি টেবুলত থকা বস্তুবোৰ দেখুৱাই ক'লোঁ, "এইবোৰ নিয়া চখিনা।"

"নিম ৰ'ব, মই মাক মাতি আনো।" এই বুলি তেওঁ আকৌ বাহিৰলৈ খোজ ললে।

"অ' তেখেত নাই নেকি?"

"কাপোৰ দুখন মান লৈ গাৱঁলৈ গৈছে। এই ওচৰতে।"

"মৰিয়মো নাই নেকি?"

দুৱাৰ দলিতে চখিনা বৈ আছিল বাহিৰলৈ মুখ কৰি। কম পোহৰৰ ভিতৰখনৰ পৰা সাধাৰণ কপাহী মেখেলা-চাদৰ পিন্ধা চখিনাৰ ছিলুৱেট-টোহে মই দেখিলোঁ। অলপ পৰ একো নমতাকৈ থাকি তেওঁ নিচেই লাহেকৈ ক'লে, "নাই।"

চখিনা ওলাই গ'ল। ঘৰত আৰু কোনো নাই। টেবুলতে থকা তালপাতৰ বিচনিখন লৈ মই বাহিৰলৈ ওলাই গলোঁ। চখিনা পকা আলিৰ পিনে গৈছে। গাৱঁলৈ যাবলৈ অৱশ্যে আন বাট নাই। মৰিয়মহঁতৰ ঘৰটো অকলশৰীয়া। ভেটিটোৰ দাঁতিতে এজোপা বাঁহ গছ। সৰুকৈ এখন শাকনি বাৰীও আছে। ঘৰটোৱে আঁৰ কৰাকৈ তাঁতৰ শাল পাতিবলৈ বাঁহৰ খুটা কেইটা থিয় হৈ আছে।

চোতালতে থিয় হৈ হাৱায়ানৰ বুটাম খুলি গেঞ্জিৰ ভিতৰলৈ বিচনিৰ বা দি দি এখন আপোন ঘৰ বুলি অনুভৱ কৰিবলৈ মই চেষ্টা কৰিলোঁ।

প্ৰথম দিনা মৰিয়মে মোক এই ঘৰলৈ আনি বাহিৰৰ পৰাই চিঞৰি কৈছিল, "মা চাহি ককাইটি আহিল। বাইটি!"

বাহিৰলৈ ওলাই অহা নিয়মীয়া ওখ, ক্ষীণকৈ বগা মেখেলা-চাদৰ পিন্ধা বুঢ়ী গৰাকীক মই সেই দিনা কব খুজিছিলো যে পানী এগিলাচ খাবৰ মনেৰেহে মই সোমালোঁ, বাটতে মটৰ বেয়া হ'ল···কিন্তু বুঢ়ীয়ে চকুৰে এটা ইঙ্গিত দি মোক ক'লে, "ভিতৰলৈকে আহাঁ, চোতালতে কিয় থিয় হৈ আছা?"

তেখেতে মোক ভিতৰত বহিবলৈ দিলে। মৰিয়মে "মই জুইকুৰা ধৰি দিওঁ তহঁতে চাহ কৰিবি" বুলি ভিতৰ সোমাই গ'লত বুঢ়ীয়ে ক'লে, "আজি তাইৰ ককায়েক আহিব বুলি আমি মিছাকৈয়ে কৈছিলোঁ। তাই তোমাকে ধৰি লৈ আহিছে। বেয়া নেপাবাঁ। অকমান বহাঁ।"

মৰিয়ম আকৌ ওলাই আহি মোৰ ওচৰতে বহি নানান কথা পাতিবলৈ ধৰিলে। ময়ো বুঢ়ীৰ কথামতে অভিনয় কৰি যাবলৈ ধৰিলোঁ। মই ইমান দিন ক'ত আছিলোঁ, কি কৰিছিলোঁ, কিয় ইমান দিন ঘৰলৈ

অহা নাছিলোঁ, তাইক কেনেকুৱা বুলি ভাবিছিলোঁ ইত্যাদি। মোৰ কথাত তায়ো সন্তুষ্ট হৈ গৈছিল। তাইক মই এবাৰ ছল চাই ইয়াকো জনাইছিলোঁ যে সেইদিনাই মই উলটিব লাগিব, কাৰণ মোৰ ছুটী নাই, কোনো মতেহে দেখাটো দিবলৈ আহিলোঁ, আকৌ আহিম, এইবাৰ ভালকৈ কিছুদিনলৈ ছুটী লম। তাই ভাল পোৱা নাছিল যদিও অবিশ্বাস কৰিব পৰা নাছিল।

চখিনাই চাহ-জলপান আনি দিছিল যদিও খুব কম কথাহে কৈছিল। তেওঁৰ অল্পভাষিতা, গহীন-গম্ভীৰ খোজ-কাটলত মই এটা অস্বাভাৱিকতা লক্ষ্য কৰিছিলো, এই ধুনীয়া ছোৱালীজনী যেন সহজ হ'ব নোৱাৰে, কিবা এটা প্ৰতিকাৰ-হীন বেদনাই যেন তেওঁক অহৰহ খুলি খুলি খাইছে।

ঘৰুৱা হ'বলৈ চেষ্টা কৰি মই বুঢ়ী গৰাকীক মোৰ সকলো পৰিচয় সৰল ভাৱেই দিছিলোঁ আৰু মৰম লগা ছোৱালীজনীৰ কাৰণে অলপ অভিনয় কৰিবলৈ অলপো যে বেয়া পোৱা নাছিলোঁ তাকো জনাইছিলোঁ। তেতিয়া বুঢ়ীয়েও অকপটভাৱে তেওঁলোকৰ সকলো কথা বৰ্ণনা কৰিছিল (অৱশ্যে কিছুমান কথা মৰিয়ম ইফালে সিফালে যোৱাৰ সুৰুঙাতহে ক'ব পাৰিছিল):

আচলতে মৰিয়মৰ কোনো ককায়েক নাই। থাকিব নোৱাৰেও।

এই ভেটিটো বুঢ়ীৰ পিতৃ-পিতামহৰ; শহুৰ-বংশৰ নহয়। বিয়াৰ পিচৰ পৰা অভাৱগ্ৰস্ত ঘৰৰ পিতৃ-মাতৃহীন ল'ৰা চখিনাৰ দেউতাকে ইয়াতে থাকিবলৈ লৈছিল। তেওঁ টাউনৰ মটৰ কাৰখানা এটাত কাম কৰিছিল। উপাৰ্জ্জন সৰহ নাছিল, কিন্তু খেতি-বাতিৰো সহায় পোৱাত সংসাৰখন কোনোমতে চলি গৈছিল। বুঢ়ীৰ বাবাকৰো আৰু কোনো ল'ৰা-ছোৱালী নাছিল। কিন্তু সঙ্গদোষত পৰি চখিনাৰ দেউতাক অবাটে গ'ল, বৰকৈ মদ খাবলৈ ধৰিলে, ঘৰলৈ পিঠি দিলে; অৱশেষত কাৰখানাত কাজিয়া কৰি কৰবাৰ পৰা পুৰণি গাড়ী এখন যোগাৰ কৰি আনি টেক্সী চলাবলৈ ললে।

কিন্তু টেক্সী বেছিদিন নচলিল; নিজে ভাড়া কৰিব জনা লোক হ'লেও গাড়ীখন এদিন চখিনাৰ দেউতাকে ঘৰতে চিৰদিনৰ বাবে পেলাই থব লগা হ'ল ( সেইখন আজিও তাতে পৰি আছে )।

তাৰ পিচত কিছুদিন নিবন্নুৱা হৈ কটালে। ইফালে মদকণো এৰিব নোৱাৰে। গতিকে ঘৰখনক অভাৱ-অশান্তিয়ে হেচি ধৰিলে। অৱশেষত মানুহজন এদিন আওমৰণে মৰিল: লৰী এখনে খুন্দিয়াই বেয়াকৈ জখম কৰাত হাস্পতাললৈ নিয়া হয় আৰু তাতে জ্ঞান নোপোৱাকৈ মৰে।

এইখিনি কৈ বুঢ়ীয়ে চকুপানী টুকিলে। এনেতে চখিনাই মাত লগালে, "হৈছে আৰু মা, সদায়নো এইবোৰ তই কি কৰি থাক?"

বুঢ়ীয়ে করুণ হাঁহি এটা মাৰি কলে, "নাই অ' আমাৰ আপোন বুলিবলৈ চোন কোনো নায়েই। এবাৰ সুখৰ-দুখৰ কথা কবলৈ পালেনো কাৰ ভাল নেলাগে। বোপাটিয়ে আপোন ভাৱ কৰি আহিছে, এইটো জানো আমাৰ কম ভাগ্যৰ কথা? তই যদি বেয়া পাইছ তেন্তে নকওঁ।"

চখিনাই অলপ উষ্মাৰে কলে, "মই বেয়া পাইছো বুলি নহয়, তই কন্দা-কটা কৰিলেহে মই ভাল নেপাওঁ। মোৰ কথা কোনে নেজানে? ককাইটিক বাৰু ময়েই কৈ দিওঁ; মৰিয়ম মোৰ ভনী নহয়, মোৰ নিজৰ ছোৱালীহে।"

মই মাত্র ভেওঁলোক দুয়োলৈ চাই থাকিলোঁ। কি মন্তব্য দিম ভাবিকে নেপালোঁ। মৰিয়মে বাহিৰত থিয় হৈ তামোল কাটি আছিল। হঠাৎ তাইৰ মনত পৰিল যে ঘৰত পাণ নাই। তাই ভিতৰলৈ আহি বুঢ়ীক ক'লে, "মা পইচা একঅনা দেচোন পাণ লৈ আহোঁ"। বুঢ়ীয়ে আঁচলৰ গাঁথি খুলি চৰতীয়া এটা দিলত তাই ওলাই লৰ মাৰিলে। নিজক সংযত কৰি লৈ বুঢ়ীয়ে কবলৈ ধৰিলে:

এৰা, চখিনাৰ বাহিৰে তেখেতৰ আৰু কোনো ল'ৰা-ছোৱালী নাই। গতিকে চখিনাৰ কাৰণে ভাল ল'ৰা এটা তেখেতে চাইছিল। দেউতাকৰ দৰে ঘৰতে পৰিলে জোঁৱাই ৰাখিব খুজিছিল। এইবোৰ কথা দেউতাক

ঢুকুৱাৰ পিচৰ। ইয়াৰ নহয় যদিও সামান্য আলিমহৰিৰ কাম কৰা ল'ৰা এটা পাইছিলেও। দুখীয়া মানুহৰ ল'ৰা যদিও বৰ নম্ৰ আছিল। কথাই-বতৰাই, আকাৰে-ইঙ্গিতে চখিনাক বিয়া কৰাবলৈ ইচ্ছাও প্ৰকাশ কৰিছিল; বুঢ়ীয়ে ভাবিছিল, এয়ে ভাল, বৰ চহকী ঘৰ নহলেও হ'ব, গাৱঁৰ ছোৱালী, ঘৰখন চলাই খাব পাৰিব। সামান্য কেই ডৰা মান মাটিও আছে যেতিয়া বিপদত নপৰে।

"পিচে বোপা, ক'বৰ মন যায়, আল্লাই তেলীৰ মূৰতহে তেল দিয়ে, ফপৰীয়াৰ মূৰত নিদিয়ে। দুখবোৰনো খালি আমাকহে দি থাকিব লাগেনে? আমি চোন জনাত একো গুনাহকে কৰা নাই। যি হ'ক সেইবোৰ কৈ লাভ নাই, আল্লাই বা আকৌ কি ভাবি কৰিছে আমিনো কি বুজিম নহয় জানো?"

কুমলীয়া ছোৱালী চখিনাবো লৰাটিলৈ মৰম সোমোৱা দেখি বুঢ়ীয়ে ভাল পালে। কেতিয়াবা আহিলে বা ৰাতি থাকিলে কথা পাতিবলৈ মাকে সুবিধাও দিছিল। সদায় সৎ পথত চলা বুঢ়ীয়ে একো বেয়া ভবা নাছিল। কিন্তু সেয়ে কাল হ'ল। "আপোন ভালেই জগৎ ভাল যদিও সকলো মানুহ আপোন ভালত নাই।"

এদিন মাকৰ চকুত ধৰা পৰিল যে চখিনাৰ গাত লেঠা। তাৰ পিচত গাওঁখনৰ চকুতো পৰিল যে আলিমহৰি ভাল ল'ৰাটিয়ে ইয়ালৈ আহিবলৈ এৰিলে। বুঢ়ীয়ে নিজৰ কপাল আৰু অদূৰদৰ্শিতাকে ধুষিলে।

মৰিয়ম হবৰে পৰা মাক-জীয়েকে কঠোৰ জীৱন সংগ্ৰামত লাগি গ'ল। তাঁত-সূত বৈ, কটনা কাটি, পথাৰৰ মাটিখিনি হয় মানুহ লগাই নহয় আধিত ঘৰখন চলাই আছে। এইবোৰ কামত চখিনাৰ উৎসাহহে বেছি। তাই পৰৰ ওচৰত হাত পাতিব নোখোজে, কাৰণ গাওঁখনে তেওঁলোকৰ ঘৰখনক লেইলেই-ছেইছেই কৰে আৰু সেইটো তেওঁ সহিব নোৱাৰে।

অৱশ্যে আগে মাতিব নেপায়, মাণিক নামৰ কাকো নমনা ডেকা ল'ৰা এটাই সদায় সহায় কৰি দিয়ে। ঘৰৰ বেৰ-ছাল আওতাই দিয়া,

পথাৰৰ কাম কৰাই দিয়া, এইবোৰত সি নহলে টানেই হলহেঁতেন। "মাত্র তাৰ মতলবটোহে বুজা টান, (বুঢ়ীয়ে জীয়েকলৈ চাই কৈছিল) সি চোন এইলৈ বৰ ভাল চকুৰে নেচায়।"

সেইবোৰ সত্বেও ঘৰখন টুকটাককৈ চলাই মৰিয়মক আটোলটোলকৈ ডাঙৰ-দীঘল কৰিবলৈ মাকে-জীয়েকে আপ্ৰাণ চেষ্টা কৰি আছে। ঈশ্বৰৰ ইচ্ছাত তেওঁলোক বিশেষ বাধাৰ সমুখীন হোৱা নাই। মাত্র চখিনাই মা বোলা দেখি-শুনি কেচুৱাৰে পৰা মৰিয়মেও নানীয়েকক মা বুলিবলৈ লোৱাত তেওঁলোকে বাধা দিব নোৱাৰিলে। ফলত তাই বুঢ়ীমাকক মা বুলি জানে আৰু মাকক বাইটি বুলিবলৈ ললে।

সৰুৰে পৰা কথা-বতৰা, আচাৰ-ব্যৱহাৰত বয়সতকৈ ভালেখিনি আগবঢ়া মৰিয়মে যেতিয়াৰে পৰা সুধি ব্যতিব্যস্ত কৰিবলৈ ধৰিলে তাঁহাতৰ ঘৰত মতা মানুহ নাই কিয়, তেতিয়াৰে পৰা বুঢ়ীয়ে ফাঁকি দিবলৈ ধৰিলে যে তাইৰ ককায়েক দূৰত চাকৰি কৰি আছে, কেতিয়াবা ছুটী লৈ আহিব।

দোকানৰ পৰা দৌৰি আহি পাণ কাটি ধুই আনি বটাটো মোৰ ফালে আগবঢ়াই দি মৰিয়মে কৈছিল, "ককাইটি তুমি যিমান পাৰা সোনকালে ছুটী লৈ আহিবা আৰু একেবাৰে একমাহ মান থাকি যাবা।"

তাইৰ গাল এখন টিপি দি সেইদিনা কৈছিলোঁ, "তোমাৰ কাৰণে এই মস্ত এটোপোলা মিঠাই মই লৈ আহিম।"

বিদায় লবৰ সময়ত চখিনাক কৈছিলোঁ, "চখিনা, ওফোৰাজেঙৰ দৰে তোমালোকৰ ঘৰত সোমালোঁহি যদিও গুছি যাবৰ সময়ত মনটো গধুৰ লাগিছে। তোমালোকৰ কথা মোৰ সদায় মনত থাকিব।"

"যিমান দিনলৈ মনত থাকে সিমান দিনলৈ আমি গম পাই থাকিম।"

তেওঁৰ কথা হৃদয়ঙ্গম কৰিবলৈ চেষ্টা কৰি কৰি ওলাই আহিলোঁ। মৰিয়মে তেতিয়া বাটলৈ আহি ড্ৰাইভাৰৰ লগত চিনাকি হৈ ষ্টিয়াৰিঙত বহি গাড়ী চলোৱাৰ ভাও জুৰিছিল। ড্ৰাইভাৰে ইতিমধ্যে দৰকাৰী বস্তুটো আনি মটৰখন ভাল কৰি যাত্ৰা কৰিব পৰাকৈ থৈছিল।

মাকক লৈ চখিনাক উলটি অহা দেখি মই ভিতৰত গৈ আকৌ বহিলোঁ। বুঢ়ী সেই আগৰ.ধৰণেই আছে ; এই তিনি বছৰত তেনেকৈ একো কাহিল হোৱা নাই। সেই একেই নিকা বগা কপাহী মেখেলা চাদৰ, পক ধৰা আৰু সৰিবলৈ আৰম্ভ কৰা চুলিকোছা।

মোক দেখি কলে, "আহিলা বোপাটি ? মনত পৰিলগৈ তেও ?"

বুঢ়ী বেঞ্চখনতে বহিল। চখিনা ভিতৰলৈ গ'ল। মই কলোঁ, "কামৰ মানুহ, ক'তনো সহজে অহা হয়। অলপ কামত ইয়ালৈ আজিয়েই আহিলোঁ; একেদিনাই পাক এটা বোলো মাৰোঁ, আকৌ বা কি লেঠা ওলায় !"

বুঢ়ীয়ে চিঞৰিলে, "চখিনা চাহ তাহ বনা। আগতে বটাটো লৈ আহচোন। (মোক কলে) মই গাৱঁলৈ গৈছিলো। কাপোৰ কেইখন মান উলিয়াই দিব লগা আছিল কেতিয়াবাই। পিচে বৰষুণ দি থকাত ব'বকে পৰা নাছিলোঁ। সময়মতে নিদিলে মানুহে বেয়াও পায়।"

চখিনাই বটাটো দিবলৈ আহি মোৰ ফালে চাই অলপ হাঁহি মাৰি গ'ল। মই অহাত তেওঁও নিশ্চয় ভাল পাইছে।

টোপোলাবোৰ বুঢ়ীৰ ফালে আগবঢ়াই দি মই কলোঁ, "মৰিয়মক ককায়েক হিচাপে কেইখন মান কাপোৰ আপোনালোকলৈ আনিছোঁ। আশাকৰোঁ লবলৈ বেয়া নেপাব। বেছি একো নহয় ; আপোনালৈ মেখেলা-চাদৰ এযোৰ, চখিনালৈ ভইল কেইগজ মান। আপোনালোকক মনত ৰাখিম বুলি সিবাৰ কৈ গৈছিলোঁ, তাৰে চিন। (বুঢ়ীৰ চকুৱে মুখে আনন্দ বিৰিঙি উঠিল) মৰিয়মক এটোপোলা মিঠাই দিম বুলিছিলোঁ, এইয়া ...... তাইক মই আজি টাউনলৈ লৈ গৈ" ......

জলপানৰ টোপোলাটো দুহাতেৰে কোলাত লৈ বুঢ়ীক থৰ হৈ যোৱা দেখি মই কথা আধা-কোৱাকৈ এৰিলো। বুঢ়ীৰ দুচকুৰেদি সৰসৰকৈ পানী বাগৰি আহিল। চকুপানীবোৰ বাধা দিবলৈ বা আঁচলেৰে চকু-পানীবোৰ মচি লবলৈ কোনো চেষ্টা নকৰি তেখেতে কলে, "তুমি মৰম কৰি দিয়া মিঠাই খাবলৈ তাই বৈ থকা নাই বোপাটি। ককাইটি-ককাইটি

বুলি তোমাৰ কথা তাই তুমি যোৱাৰ পিচৰে পৰা কৈয়েই আছিল, কেতিয়া ছুটী পাবা সুধিয়েই আছিল, চিঠি আহিছে নে নাই খবৰ লৈয়েই আছিল। পিচে তোমাক আকৌ দেখাৰ ভাগ্য তাইৰ নাছিল।"

মই কোনোমতে সুধিলোঁ, "মই একো বুজিব পৰা নাই। কি হৈছিল ?"

উচুপি উচুপি বুঢ়ীয়ে ক'লে, "তাইকো মটৰে চেপিলে। আজি এবছৰেই হ'ল। দিনৰ দিনটো দৌৰিয়েই ফুৰে, আমি মনকে নকৰোঁ। কিন্তু কি হ'ব যাৰ কপালত যি লিখা আছে হ'বই। চখিনাৰ বাপেকৰ ঘৰে তাইকো এই পকা আলিতে লড়ী এখনে খুন্দিয়াই থৈ গ'ল। লগে লগেই শেষ, আমি দেখাই নেপালোঁ।"

একাপ চাহ লৈ দুৱাৰ মুখত চখিনা থিয় হ'লহি। তেওঁৰ ৰঙা পৰা চকু দুটা ঢুলঢুলীয়া। নিশ্চয় আমাৰ কথা শুনি ভিতৰত কান্দিছিল। তেওঁ মোৰ চকুলৈ নেচালে, মোৰ মূৰৰ ওপৰেদি বেৰ এখনলৈ চাই থাকিল।

বুঢ়ীয়ে এহাতেৰে চকুপানী খিনি মচি ক'লে, "এই মিঠাইকে অলপ উলিয়াই দে চখিনা। নহলে কিনো দিবি ?"

মই কলোঁ, "এই মিঠাই মই খাব নোৱাৰোঁ। মৰিয়মলৈ অনা মিঠাই মই কেনেকৈ খাম ? মোক একো নেলাগে। মই চাহো নেখাওঁ চখিনা, মই আজি একো নেখাওঁ।"

মই বৰ বিচলিত হৈ গলোঁ। সেই কাৰণে উত্তেজিত হৈ কি কৈ গৈছিলোঁ নিজেই কব পৰা নাছিলোঁ। চখিনায়ো বাওঁ হাতেৰে চাদৰৰ আঁচল এটা টানি চকু দুটা মলচি ললে। তাৰ পিচত তেওঁ কলে, "ককাইটি, ইমান দিনৰ মূৰত আহিলা, চাহকে একাপ নোখোৱাঁ। বাদিনো কি খাবাঁ ? আমাৰনো আৰু কি আছে ?"

মই উঠি গৈ তেওঁৰ হাতৰ পৰা চাহ কাপ আনি আকৌ বহিলোঁহি। "এই তিনি বছৰে মই তোমালোকৰ কথা একো নেজানো চখিনা। আজিহে মাত্ৰ জানিলোঁ। সেই কাৰণে আজি মই লঘোন দিম বুলি

ভাবিছোঁ। কিন্তু তুমি ক'লা যেতিয়া চাহ কাপ বাৰু খাওঁ।" এই বুলি চাহ কাপ খৰধৰকৈ খাই পেলাবলৈ ধৰিলোঁ।

বিদায় লবৰ সময়ত মোৰ নাম-ঠিকনা কাগজ এটুকুৰাত লিখি দি কলোঁ। যে কিবা দৰকাৰ হ'লেই যেন মোক খবৰ এটা দিয়া হয়, টকা-পইচা লাগিলেও যেন চিঠি এখন দিবলৈ হেলা নকৰে। যিমান পাৰোঁ। সোনকালে চখিনাৰ কাম-কাজৰ সুবিধা কৰি দিম বুলিও আশ্বাস দিলোঁ।

ওলাই আহোঁতে দুৱাৰ মুখতে চখিনাই হাতে কৰা কমাল দুখন মোক দিলে। পকা আলিত বিক্সাত উঠালৈকে মাক-জীয়েকে চকোৱাৰ আঁৰৰ পৰা মোলৈ চাই থাকিল।

## এজন অসৎ লোকৰ আত্মজীৱনী

কোনোবাই ভাবিব পাৰে যে ছপাখানাৰ ভুলতে 'মহৎ লোকৰ' ঠাইত 'অসৎ লোক' বুলি ওলাইছে। গতিকে মোৰ আত্মজীৱনীৰ আৰম্ভতে কৈ যওঁ যে মই এজন বেয়া মানুহ। গোটেই জীৱনতে মই লম্পট, মদাহী, দুশ্চৰিত্ৰ, গুণ্ডা, ডকাইত ইত্যাদি আখ্যা পাই আহিছোঁ। বক্তৃতা আৰু বাতৰি কাকতত মোৰ নিচিনা মানুহক সমাজবিৰোধী বোলা হয়। মানুহে কয়, আমি ৰাতিৰ আন্ধাৰত পাপ কৰি ফুৰোঁ আৰু আমাৰ ঠাই সদাই জেলত হোৱা উচিত।

এইবোৰ কথা মই অস্বীকাৰ নকৰোঁ। মই কেবাটাও মানুহ মাৰিছোঁ, জেইলত থকা দিনৰ মই লেখ দিব নোৱাৰোঁ, বহু ঠাইত মই ডকাইতি কৰিছোঁ, মদ আৰু মাইকীৰ অপব্যৱহাৰৰতো সীমা-সংখ্যা নাই। মোক চিনি পোৱা আৰু চিনি নোপোৱা কিন্তু মোৰ নাম শুনা সকলো মানুহে এইবোৰ কথা জানে। কিন্তু মই নকৰা বহুত অপকৰ্ম্মৰ কথা সিহঁতে কল্পনাও কৰি লয়। লওক। মই বেয়া নেপাওঁ। বৰং গৰ্ব্বহে হয়। কাৰণ মোৰ বিষয়ে এনেকুৱা ভয়াবহ কথা ওলালে পৃথিৱীৰ সকলো মানুহতকৈ, বিশেষকৈ মোক ঘিন কৰা মানুহবিলাকতকৈ নিজকে ডাঙৰ ডাঙৰ লাগে। পা মজা, মোক ভয় কৰি চল,—মোক লেই-লেই ছেই-ছেই কৰি থাক নহয়! এই দৰে ভাবি গা-মন জুৰ পৰি যায়।

১৯১৭ চনৰ কোনোবা এসময়ত মোৰ জন্ম হৈছিল, এটা অপকৰ্ম্মৰ ফল স্বৰূপে। 'অপকৰ্ম্ম' এই কাৰণেই যে মোৰ জন্মৰ কাৰণেই মোৰ

পিতৃ-মাতৃ মিলিত হোৱা নাছিল। তেওঁলোকে নিজৰ দৈহিক সুখৰ কাৰণে গোপনে প্ৰণয়-পাশত আবদ্ধ হৈছিল। মই এজন সাধুবাবা পাইছিলোঁ; তেওঁ আগতে সংসাৰী মানুহ আছিল; সকবে পৰা ধৰ্ম্ম-কৰ্ম্ম বেদ-শাস্ত্ৰত তেওঁৰ বৰ ৰাপ আছিল; ভাটি বয়সত সংসাৰ ত্যাগ কৰি ব্ৰহ্মাণ্ডৰ ৰহস্য ভেদ কৰিবলৈ ব্ৰহ্মাণ্ড ঘূৰি ফুৰিছিল। তেৱেঁই মোক কৈছিল যে তেওঁ সংসাৰী থকা কালত পৰিবাৰৰ লগত মাত্ৰ দুবাৰহে কটাইছিল—তাকো স্ত্ৰীয়ে ইচ্ছা কৰা বাবেহে। ফলত তেওঁৰ দুটি ল'ৰা-ছোৱালী হৈছিল। মই ভালকৈয়ে জানো যে মোৰ আই-বোপায়ে এনে ইচ্ছা, এনে উদ্দেশ্য লৈ কেতিয়াও সহবাস কৰা নাছিল। কাৰণ আমাৰ বংশক চিনি পোৱা যি কোনো মানুহেই কব যে মোৰ আইৰ বিয়াৰ বহুত আগতেই মই তেওঁৰ গৰ্ভত স্থান পাইছিলোঁ। সেই বিয়াৰ চাৰি মাহৰ ভিতৰতে মোৰ জন্ম হৈছিল।

গতিকে 'মোৰ জন্ম হৈছিল' বুলিবলৈকে মোৰ এতিয়া লাজ লাগে। কাৰণ মোৰ জন্মত সমাজৰ সমৰ্থন নাই। হেজাৰ-বিজাৰ কেচুৱাৰ জন্ম যি প্ৰক্ৰিয়াৰে হয় মোৰো সেই প্ৰক্ৰিয়াৰেই হলেও মানুহে মোক সহজে গ্ৰহণ কৰিব নোৱাৰা বাবে মোৰ লাজ-সঙ্কোচ কোনো দিনে নুগুচিল। সকতে এজনী আঠ-দহ বছৰীয়া ছোৱালী মোৰ চুবুৰীয়া আছিল। এবাৰ তাইৰ মাকৰ আৰু-এটি সন্তান হওঁতে তাই বিস্মিত ভাৱে বাটত মোক লগ পাই খবৰটো দিছিল, "আমাৰ মাৰ লৰা এটা হ'ল।" মোৰো তেনেকুৱা কিবা এটা হৈছিল বোলাই ভাল। সেই বাবাজী জনৰ সন্তান হোৱাৰ দৰে খুব কম মানুহৰে ল'ৰা-ছোৱালী হয়। সকলো সামাজিক মানুহৰে ল'ৰা-ছোৱালী হয় সেই সক ছোৱালী জনীয়ে কোৱাৰ দৰে। সেইটোৱেই সহজ, সেইটোৱেই সত্য।

মই হাই স্কুলৰ কেই শ্ৰেণী মান পঢ়িছিলোঁ। তেতিয়া এবাৰ এখন কিতাপত "পুত্ৰাৰ্থে ক্ৰিয়তে ভাৰ্য্যা" বুলি এবাৰ কথা পঢ়া মনত আছে। মোৰ পিতৃ-মাতৃৰ বাবে এই ষাৰ কথাৰ যে কোনো অৰ্থই নাই এই কথা মই ভালদৰেই জানো। কাৰণ মোৰ পিতৃয়ে বিয়াৰ পিচতে দেশ

এৰি গৈছিল; তেতিয়া জাৰ্মান যুদ্ধ চলি আছিল; তেওঁ মিলিটেৰীত সোমাই ইউৰোপলৈ গুচি গৈছিল; পিচত শুনিছিলো, যুদ্ধতে তেওঁৰ মৃত্যু হৈছিল। মই হোৱাৰ পিচতে মোৰ মাতৃ গৰাকীও মৰিছিল। আই-বোপাই কাকো দেখা মোৰ মনত নপৰে। সেই কাৰণেই, মই তেওঁলোকক আই-বোপাই বুলিম নে পিতৃ-মাতৃ বুলিম নে নাই মা-দেউতা বুলিম থিৰ কৰিবই পৰা নাই। মই ডাঙৰ-দীঘল হৈছিলো ককাদেউতাৰ ঘৰত।

আচলতে পানীকেচুৱাটিৰে পৰা মোক তুলি-তালি ডাঙৰমানটো কৰিছিল আইতাইহে। ককাদেউতাই মাত্র মোক ঘৰত থাকিবলৈ অনুমতিটোহে দিছিল। সেইটোও কম কথা নাছিল। নহলে মোৰ মোমাইদেউহঁতে যিহে সাক্ষাৎ একোটা কংস আছিল, থৈলাত ভৰাই নৈত পেলাই দিলেগৈহেতেন। তেওঁলোক কেউ জনেই ডাঙৰ হৈছিল, বিয়া-বাৰুও কৰাইছিল। দুশ্চৰিত্রা ভণীয়েকক তেওঁলোকে দেখিব নোৱাৰা হৈছিল। কিন্তু বুঢ়াহে ঘৰৰ মুৰব্বী হোৱা বাবে বইচ-বাইচ কৰিব নোৱাৰিছিল। গতিকে অনিচ্ছা সত্বেও মোক ঘৰত ঠাই দিবলৈ বাধ্য হৈছিল। মোক তুলিব-তালিবলৈ কিয় আইতাই ভাৰ লৈছিল মই কব নোৱাৰো; বুঢ়ীয়ে মোক ভাল পাইছিল নে নাই তাকো কব নোৱাৰো। বোধকৰো আইতাই বহুত নাতি-নাতিনী তুলিছিল কাৰণে মোকো ডাঙৰ কৰিবলৈ বিশেষ একো টান নেপাব বুলি আৰু আনেতো মোলৈ চকু নিদিব বুলি জানিয়েই মোৰ ভাৰ লৈছিল। মুঠতে মই অকপটে স্বীকাৰ কৰো যে এই বুঢ়া-বুঢ়ী হাল নথকা হলে মই হয় মাছ আৰু শগুণৰ নহয় বাহঁতলৰ শিয়ালৰ ভোজ হলোহেতেন। কিন্তু আইতা-ককাইদেউতা কাৰো সবহ দিন জীয়াই নেথাকে। মোৰ বেলিকাও সেয়ে হ'ল। পাঁচ কি ছয় বছৰীয়াতে কম দিনৰ অগা-পিচাকৈ বুঢ়া-বুঢ়ীয়ে মোক চিৰ দিনলৈ এৰি থৈ গ'ল। তেতিয়াৰ পৰা মই খুন্দা-খুন্দলি খাইহে জীৱনৰ বাটত আগুৱাইছোঁ।

পিতৃ-মাতৃ নাই, আত্মীয়-স্বজন বিসকল আছে তেওঁলোকো বিমুখ।

তথাপি মই মোমাইদেউহঁতৰ ঘৰতে থাকিবলৈ বাধ্য হলোঁ। আন ক'ৰবালৈ যাবৰ উপায়ো নাছিল আৰু যাব লাগে বুলি মোৰ ধাৰণাও হোৱা নাছিল। সেই বয়সতো মই বুজিছিলোঁ যে মোৰ আই-বোপাই নাই; কংস-মোমাইহঁতৰ ল'ৰা-ছোৱালীহঁতে মা-দেউতা মা-দেউতা কৰা শুনিছিলোঁ; কিন্তু তথাপি মোৰ দুখ হোৱা নাছিল। সিহঁতৰ মাক-বাপেক আছে, মোৰ নাই; এই কথাটো মই কেতিয়াবা স্কুলৰ পৰা আহি জলপানৰ ভাগ নোপোৱাৰ দৰে মাত্র এটা কথা আছিল। জলপান শেষ হ'ল হ'ল, সকলো লৰাই যে জলপান খাবলৈ পাবই তাৰ কি মানে আছে? মোৰ আই-বোপাই নাই নাই, সকলোৰে যে থাকিব লাগিব তাৰ কি মানে আছে? আই-বোপাইৰ সলনি মই ককা-আইতাৰ ওচৰ চাপিছিলো; বুজিছিলো যে ব্যক্তিগত কিবা অভাৱ-অভিযোগ থাকিলে তাৰ খবৰ লব পৰা মানুহ ঘৰ খনত কেৱল সেই বুঢ়া-বুঢ়ী হালেই আছিল। কিন্তু তেওঁলোক চলাৰ পিচত তাৰো মুদা মৰিল। আনবোৰৰ লগতে অলপ কান্দিছিলো ঠিক, কিন্তু আনবোৰৰ দৰেই ময়ো সোনকালেই ককা-আইতাৰ কথা পাহৰি গলোঁ। সংসাৰত অকলশৰীয়া হলো যদিও ভয় নেখালোঁ কাৰণ তেতিয়া মই ভাবিছিলো যে মই ডাঙৰ হলো, নিজে কাপোৰ-কানি পিন্ধি স্কুললৈ যাব পৰা হলো যেতিয়া ভয় কৰি চলিলে হয় নেকি?

মোৰ ভয়-ডৰ বৰ কম আছিল। এতিয়াও কম। ডাঙৰৰ পৰা চৰটো ভুকুটো সততে খাইছিলোঁ যদিও মনে মনে মই কালৈকো ভয় নকৰিছিলোঁ। কংসহঁতৰ বংশইতো মোক ভয় কৰিয়েই চলিছিল। আইতাই ভীমকল বেছিকৈ খুওৱা বাবেই নেকি জানো মোৰ গাত আনতকৈ বল বেছি হৈছিল; যুদ্ধ-বাগৰত মোক বলে পৰা ল'ৰা কমেই ওলাইছিল; এবাৰ মোৰ হাতৰ মাৰ খালে আৰু কোনোৱেই দুনাই মোক জোকাই নলৈছিল। কিন্তু ডাঙৰক মানি চলিব লাগে বুলি অনুভৱ কৰিছিলো কাৰণে মোমাইহঁতে মাৰ-কিল কৰিলে বা গালি-শপনি দিলে উচ্চ-বাচ্য নকৰিছিলোঁ। ঘৰৰ সকলোৱে মোক 'বৰ দুষ্ট' বুলি কৈছিল।

মই অলপ টটাটিঙাই আছিলো হব পায়; কিয়নো আন ল'ৰা ছোৱালীও পৰা পক্ষত মোৰ পৰা আঁতৰি ফুৰিছিল। কিন্তু আজি বয়স হোৱাত ভাবি চাইছোঁ, অলপ দুষ্টনো কোন ল'ৰা নহয়? যি ল'ৰা অলপ দুষ্ট নহয় জটিল সংসাৰত তাৰ পক্ষে টিকা টান। দুষ্ট বুলি ল'ৰাক যি সকলে ডবিয়ায়-মৰিয়ায় তেওঁলোকেও এসময়ত একে কাৰণত ডাবি-মাৰ খাইছিল।

এই অৱস্থাতেই মই পাঠশালা পাছ কৰি নগৰৰ হাই স্কুলত নাম লগাইছিলো। আমাৰ ঘৰ আছিল গাৱঁত। কিন্তু নামতহে গাওঁ; চহৰৰ ওচৰতে কাৰণে আদব-কায়দা সকলো নগৰৰ দৰে। বাৰী-পুখুৰী-ঢেঁকি-গোহালি হয়তো আছিল; হয়তো বহুতৰে খেতি-বাতিও আছিল; কিন্তু পৰ্দা, চকি, মেজ, ৰেডিঅ' ইত্যাদিৰে প্ৰায়বোৰ ঘৰ দলদোপ-হেন্দোলদোপ হৈ আছিল। প্ৰায় ঘৰতে একোজন চাকৰীয়াল; নহলে বনুৱা, ড্ৰাইভাৰ বা হেন্দিমেন। মোমাইদেউ কেউ জন চাকৰীয়াল; গধূলি চাইকেলত সদাই একোটা টোপোলা ওলমাই আনিবই। ককাদেউতাইহে খেতি-বাতিৰে ঘৰ চলাইছিল বুলি শুনিছিলোঁ।

পঢ়া-শুনাত বৰ ভাল আছিলোঁ বুলি কব নোৱাৰোঁ। কিন্তু কংসৰ বংশৰ তুলনাত মই বেছ চোকাই আছিলো বুলিব পাৰি। সিহঁতে যে সামান্য কথা এটাও কিয় বুজিব নোৱাৰিছিল মই আজিও বুজি নেপালোঁ। বোধহয় মাক-বাপেক থকা কাৰণে সিহঁতে নিজে একো কথাকে চিন্তা নকৰিছিল। মাক-বাপেকৰ মৰমে কেতিয়াবা ল'ৰা-ছোৱালী নষ্টও কৰে। ডাঙৰ মোমাইৰ ল'ৰা বুধীন মোৰ সমনীয়া আছিল। তাৰ নিচিনা বুদ্ধিহীন ল'ৰা মই আৰু দেখা নাই। প্ৰতি বিষয়তে মই তাক উপায় দিব লাগে। হ'ম ৱৰ্ক মোৰ বহীৰ পৰা নকল নকৰিলে সি মাৰ খাই মৰিলহেতেন। হাই স্কুললৈ আমি একেলগে গৈছিলো। তাৰ ওপৰত চকু ৰাখিবলৈ বাপেকে মোক আকাৰে-ইঙ্গিতে কৈছিল আৰু তাৰ বাবে মোক মাজে মাজে কাপোৰ-কানি পা-পইচা দিছিল। মোক এই দৰে খাটিব কৰা দেখি মনে মনে বৰ ভাল পাইছিলো। কিন্তু ক্লাছ

ফাইভত বুধীনে ফেল মাৰিলে। সিযে গৎ মাৰিব মই জানিছিলোৱেই; সেই কাৰণে তাক নকল মাৰিবলৈ উপদেশ দিছিলোঁ। কিন্তু ভাল ল'ৰা বোলাবলৈ গৈ সি ঘৰত কথাটো কৈ দিলে। ডাঙৰটো মোমায়ে মোক খুব ডবিয়ালে; মাজুটোৱে চৰ এটা মাৰিলে; সৰুটোৱে ভাত নিদিবলৈ আদেশ দিলে। কাপুৰুষ বুধীনৰ ওপৰত ভীষণ খং উঠিছিল। কিন্তু গোটেই ঘৰখন মোৰ বিৰুদ্ধ কাৰণে একো কৰিব নোৱাৰিলো। সেই দিনা মোক ভাত খাবলৈ নেমাতিলে। লৰা-ছোৱালীবোৰে ভাত খাই থাকোতে মই পাকঘৰৰ দুৱাৰ মুখত থিয় হৈ বান্ধনী ডাঙৰ মাইক সুধিলোঁ, "মোলৈ ভাত আছেনে নাই?" তেওঁ "নাই যা" বুলি কোৱাত দুপদুপাই আঁতৰি আহি পঢ়া টেবুলত বহি অঙ্ক কৰিবলৈ লাগি গলোঁ। আচলতে মই কালৈকো পৰোৱাই নকৰিছিলোঁ। মোক যদি ভাত নিদিয়ে তেন্তে মই দেখুৱাব পাৰো যে নোখোৱা-নোবোৱা-কৈয়ে মই এক উদাহৰণ অংক কৰি পেলাব পাৰো। পঢ়া-শুনাতো মই কেতিয়াও মন পুতি লগা নাছিলোঁ। একো নিয়মকে মই মানিব খোজা নাছিলোঁ। ঘৰ, স্কুল এইবোৰ মোৰ কাৰণে নহয় যেন লাগিছিল। মন দি পঢ়া হলে কিজানি চোকা লৰা বুলিয়েই পৰিগণিত হলোঁহেতেন।

বুধীনক তেতিয়াৰ পৰা বহুত দিনলৈ মতা নাছিলোঁ। এতিয়া ভাবিলে লাজেই লাগে—লৰা কালত এনেকুৱা নমতা-নমতি বহুত হয়। আমাৰ ৰিজাল্ট ওলাবৰ দিনা বুধীন ফেল আৰু মই পাছ হোৱা কাৰণে ঘৰ খন জঁয় পৰি গৈছিল। কাৰো মুখত মাত-বোল নাছিল। ডাঙৰ মোমাইদেৱে সেই দিনা ভাতকে নেখালে। মইহে কোনো মতে বিজয়ৰ হাঁহি সামৰি উৰি ফুৰিছিলোঁ। তথাপি ৰাতি আন্ধাৰতে চোতালত থিয় হৈ ঘৰটোৰ ফালে হেঁপাহ পলুৱাই মিচিক কৰে এবাৰ হাঁহি লৈছিলোঁ। আনন্দতে চিঞৰি চিঞৰি "প্ৰমোদ কানন প্ৰফুল্লিত মন" বুলি গাই দিবৰ মন গৈছিল। কিন্তু কথাটো বেয়া হয় বুলি নেগালোঁ।

কিছু দিনৰ পিচত অৱশ্যে বুধীনে ময়ে আকৌ মতা-মতি কৰা হৈছিলো

আৰু স্কুললৈ আকৌ একেলগে যাবলৈ ধৰিছিলোঁ। সি মোতকৈ এশ্ৰেণী তল হল যদিও আমি আগৰ দৰে বন্ধু ভাৱে থাকিবলৈ ধৰিলোঁ। স্কুললৈ যোৱাত আমাৰ আগ্ৰহ অলপ বেছিয়েই আছিল হবপায়। টাউনৰ আদব-কায়দা, গাড়ী-ঘোৰা, দোকান-পোহাৰ, চিনেমা-চাৰ্কাছ আমাৰ কাৰণে বৰ আকৰ্ষণীয় আছিল। আন হাতে ঘৰত খেলাৰ সুবিধা অজস্ৰ থকা সত্বেও আৰু আৰ বাৰীয়ে তাৰ বাৰীয়ে লেটেকু-পনিয়ল-থেৰেজু বিচাৰি ফুৰিব পাৰিলেও আমি আধা ঘণ্টা বা এঘণ্টা আগতে গৈ স্কুলৰ সমুখত টেঙাবিল খেলিবলৈ আৰু বাটে বাটে পাই যোৱা লোকৰ বাৰীৰ পকা আম, মধুৰি আদি চুৰ কৰি খাবলৈ এটা বেলেগ আমোদ পাইছিলোঁ। চুৰি অভিযানৰ মই আছিলো নেতা। এখন বাৰীত কোন ফালেদি সোমাম, ক'ত কোনে আক্ৰমণ কৰিব, গিৰিহঁতৰ মানুহলৈ কোনে কেনেকৈ চকু ৰাখিব, শত্ৰু আহিলে কেনি পলাব লাগিব, মই সকলো পৰিকল্পনা আৰু পৰিচালনা কৰো। শনিবাৰে শনিবাৰে হিন্দী বাহাদুৰী ছবিৰ মেটিনী চাই পোৱা জ্ঞান মই এই বোৰত খটুৱাওঁ; ফটা ছাতিৰ কাপোৰৰ পৰা তৈয়াৰ কৰি লোৱা মুখা এখন মোৰ পকেটত সদাই ৰাখিছিলোঁ। দৰাচলতে লোকৰ বাৰীৰ মাজত মোৰ অনুগামীসকলে মোক ওস্তাদ বুলিহে মাতিছিল। শত্ৰুৰ আগমনলৈ চকু ৰখাত সদাই ৰাখিছিলোঁ বুধীনক; কাৰণ সিয়েই দলটোৰ ভিতৰত আটাইতকৈ ভয়াতুৰ আছিল; বিপদৰ গোন্ধ পালেই ভয়তে সি হৈ-চৈ লগাই দিয়ে আৰু আমি তেতিয়া বিপদৰ সমুখীন নোহোৱা-কৈয়ে আঁতৰি পৰিব পাৰোঁ।

এই দৰে লুট-পাট কৰি পোৱা বস্তুৰ ভাগ আমি সদাই আমাৰ লগত নগৰত পঢ়িবলৈ যোৱা গাৱঁৰ ছোৱালীবোৰক দিছিলোঁ। বগীভৰা নামৰ গাত কাপোৰ-লোৱা দেখনীয়াৰ ছোৱালী এজনীয়ে যে বছা বছা ফল-মূল পায়েই সেইটো দলৰ সকলোৱে জানিছিল আৰু অবিসম্বাদে মানিও লৈছিল; কোনোবা এটাই কব, "ওস্তাদ এই চাইটা আটাইতকৈ ভাল গোলাপ জামু বগীভৰালৈ থৈছো চোঁৱা।" তাইৰ প্ৰতি এই

পক্ষপাতিতাৰ কথা তাইও জানিছিল বুলিয়েই আমি ধৰি লৈছিলোঁ। বগীতৰাৰ দৰে আন আন ছোৱালীয়েও আমাৰ উপহাৰ আগ্ৰহেৰে লৈছিল। তাহাঁতে ভয়ে ভয়ে বাৰীৰ পিনে চালেও আৰু চুৰ কৰা বস্তু লবলৈ অলপ সঙ্কোচ বোধ কৰিলেও কেতিয়াও লোভ সামৰিব নোৱাৰিছিল; কেতিয়াবা আমাৰ পৰা ফল-মূল খুজি খুজিও খাইছিল। ছোৱালীৰ নিচিনা লুভীয়া প্ৰাণী মই আৰু দেখা নাই।

নানান ছল কৰি আমি ইবেলাও নগৰলৈ যোৱা কৰিছিলোঁ। বন্ধৰ দিনত হয় খেল চোৱাৰ নামত নহয় বহী এখন অনাৰ অজুহাতত টাউনলৈ যোৱাৰ বাট মুকলি কৰিছিলোঁ। এইবোৰত বুধীন আৰু মই আছিলো আমাৰ ঘৰৰ লগ। মই পাচ ফালে থাকি সদাই বুধীনৰ হতুৱা লগ-ভাগ লোৱাইছিলোঁ। মানে, সি বংশৰ আটাইতকৈ ডাঙৰ ল'ৰা, আটাইকৈ আলাসৰ লাড়ু, গতিকে সি অজুহাত দেখুৱালে সেইটো ভাল কাৰণেই হৈ পৰে। আন হাতে তাৰ লগত ৰখীয়া হিচাপে মাকে মোক পঠাবই। নগৰৰ উন্মুক্ত আলিবাটৰ অবাধ জীৱনে আৰু ছোৱালী পালে জোকাবলৈ পোৱাৰ আনন্দই আমাক টাউনলৈ টানি লৈ গৈছিল।

স্কুলৰ ডাঙৰ দুষ্ট ল'ৰাহঁতে সেই কোমল বয়সতে আমাৰ মনত ছোৱালীৰ প্ৰতি কৌতুহল জগাই দিছিল। [ লোকক দুষ্ট বোলাৰ অধিকাৰ মোৰ বোধকৰো নাই। ] মোৰ ছাত্ৰ-জীৱনৰ শেষৰ পিনে, সপ্তম মানৰ বছেৰেকীয়া পৰীক্ষা হওঁ হওঁ সময়ত, এই কৌতুহলৰ মাত্ৰা বেছি হৈছিল। বুধীনেও মোৰ পৰাই দীক্ষা লৈছিল। দুয়ো ছোৱালীৰ শাৰীৰিক গঠন সম্পৰ্কে গোপনে আলোচনা কৰি আনন্দ পাইছিলোঁ। সদাই একেলগে স্কুললৈ যোৱা সমনীয়া ছোৱালীবিলাকক অলপ বেলেগ চকুৰে চাই বুকুত কঁপনি অনুভৱ কৰিছিলোঁ। বুধীনে কল্পনা কৰি তাহাঁতৰ অঙ্গ-প্ৰত্যঙ্গৰ বহুত গোপন তথ্য মোক কৈছিল। আচলতে সি ভয়াতুৰ কাৰণে মুখেৰে কথা কোৱাতকৈ মনে মনে অদ্ভুত অদ্ভুত কথা ভাবি বেছি ভাল পাইছিল। আহোঁতে-যাওঁতে আমি লগলৈ

ছোৱালীবোৰকে জোকাবলৈ আৰম্ভ কৰিলোঁ। তাহাঁতৰ কোনো জনীয়ে খং কৰি দেখুৱায়, কোনো জনীয়ে হাঁহি মাৰি দিয়ে, কোনো জনীয়ে আক' কিনো ভাবে ধৰিবই নোৱাৰেঁ।

এই শেষৰ বিধৰ এজনী আছিল ৰগীতৰা। দেখিবলৈ-শুনিবলৈ ভাল বুলি তাইৰ অলপ ফুটনি আছিল বোধহয়; আৰু তাইক মই অলপ সমীহ কৰো বুলি বোধহয় গম পাইছিল। তাইকে এদিন জোকাওঁতে লাগিল লেঠা। কেই জনী মান ছোৱালীৰ সৈতে তাই আগে আগে গৈ আছিল; পাচে পাচে মই আৰু বুধীন। আমি স্কুলৰ পৰা উলটিছিলোঁ। মই কিবা-কিবি কৈ, বোধকৰোঁ ইতৰ ধৰণে প্ৰেম নিবেদন কৰি, বগীতৰাক জোকাই আহিছিলোঁ; বুধীনে চকুত ভয়ৰ চিন ফুটায়ো মিচিক মিচিক কৰে হাঁহি আহিছিল। বগীতৰাই বহুত পৰ একো মতা নাছিল। অৱশেষত মই শেষ অস্ত্র প্ৰয়োগ কৰিলো: হুমুনিয়াহ পেলাই বুধীনক কলো, "বিদুষক, ৰাজকুমাৰীৰ অভিমান আজি নেভাগে। লিচুবাৰীৰ ওচৰতে ৰবলৈ কব লগা হ'ল।"

সেয়ে ফেটী সাপৰ ককালৰ কোব হব বুলি ভবা নাছিলোঁ। মোৰ কথাৰ অৰ্থ আছিল, লিচুবাৰীত সোমাই ফল সংগ্ৰহ কৰি আনি মান ভঞ্জন কৰিব লাগিব। বগীতৰাই নিশ্চয় বেয়া কথা ভাবি আছিল; তাই সম্ভৱতঃ লিচুবাৰীলৈ আহবান কৰাৰ অৰ্থ কৰি ধৰিলে উভতি: "অসভ্য, নিলাজ, নিধক! তই তল ফালেদি কথা নকৱ কেলৈ? জোতা দেখিছ?"

সকলোটি বৈ গৈছিলোঁ। মই অবাক হৈ গৈছিলোঁ। বগীতৰাৰ ইমান খং উঠিব পাৰেনে? কিন্তু পিচ মুহূৰ্ত্ততে অপমান বোধ হোৱাত তাইৰ ভৰিলৈ চাই দেখো তাই সেই দিনা জোতা পিন্ধি স্কুললৈ আহিছিল। খঙত ময়ো গালি পাৰি দিলোঁ। তাই জোতা এপাট খুলি ললেই: "আহ বন্দী আজি তোৰেই কি মোৰেই এদিন" বুলি বাঘিনীয়ে মোক খেদি আহিল। মই তৎক্ষণাৎ তাইৰ উদ্যত হাতখন ধৰি ঘুৰাই দিলো। তাই জোটা-পোটা লগালে। বুধীন আগ বাঢ়ি

গৈ ইকিজনী ছোৱালীৰ ওচৰত তলমূৰকৈ থিয় হৈ আছিল। দূৰত ডাঙৰ মানুহ দুজন মান দেখি মই বগীতৰাক এৰি দি কোবাকুৰিকৈ গুচি গলোঁ।

ঘৰ পাই দেখিলো মোৰ পৃথিৱীত জুই লাগি আছে। কথাটো ইতিমধ্যে ৰাষ্ট্ৰ হৈ গ'ল। মই অ'ত-ত'ত বৈ অলপ পলমকৈ ঘৰলৈ গৈছিলোঁ; অনুভৱ হৈছিল যে কামটা বৰ ভাল নহল হবপায়। গোটেই ঘৰ খন মোৰ ওপৰত খড়গহস্ত হৈ আছে। সোধ নাই পোচ নাই মাজু মোমায়ে মাৰিলে এটা কাণতলীয়া চৰ। ডাঙৰ জনে তৰ্জ্জন-গৰ্জ্জন কৰি কবলৈ ধৰিলে, এনে অসভ্যালি কৰিবলৈ মোক আৰু ঘৰত থাকিবলৈ দিয়া নহব। সৰু মোমায়ে ছুইহে নিকিলাই তৰ্জ্জনি জোঁকাৰি কলে, "তই এতিয়াই ওলাই যা এই ঘৰৰ পৰা। জহবা তই, ভাল হবি কেনেকৈ ?" ঘৰৰ বোৱাৰী, ল'ৰা-ছোৱালী আটায়ে ওলাই এই দৃশ্য উপভোগ কৰি আছিল। মই ডাঙৰ মোমাইক বুজাব খুজিছিলোঁ যে দৰাচলতে বগীতৰাক মই জোকাইছিলোঁ যদিও অসদুদ্দেশ্যে তাইৰ গাত হাত দিয়া নাছিলোঁ; বুধীনে নিজ চকুৰে সকলো দেখি আছিল···কিন্তু এই খিনিতে বুধীনে আঁতৰৰ পৰা প্ৰতিবাদ কৰি উঠিল, "ইহ মই কব নোৱাৰোঁ, মই আঁতৰত আছিলোঁ, মই—"। মাজু মোমায়ে মোক গঁতা মাৰি পদূলিৰ পিনে ঠেলি দি কলে, "যা লোকৰ গাত লেঠাব নেলাগে। ভাল মানুহৰ লগ হলেহে তই ভাল হবি।"

মই তলমূৰকৈ পদূলিয়েদি ওলাই আহিলোঁ। মৰি যাবৰ মন গৈছিল। অকমান কথাকে বগীতৰাই ডাঙৰ কৰি নকৰিবৰ চকৰি কৰিলে। কাপুৰুষ বুধীনে আসৈ মাতি দায় সাৰিলে। ঘৰৰ ল'ৰাৰ গাত ধূলি-বালি লাগিছিল, মোমাইহঁতে আৰি-জোঁকাৰি লওক চাবি দলিয়াইহে দিলে। আটাইতকৈ বেছি দুখৰ কথা হ'ল, মোক জহবা বুলিলে, নিজৰ ভনীয়েকৰ ল'ৰাৰ মাক-বাপেকৰ ঠিক নাই বুলিলে, মোৰ আই-বোপাই ভাল নহয় বুলিলে। ইমান দিনে আই-বোপাইলৈ মোৰ মনত পৰা নাছিল। আজি পৰিল। মাকৰ অৱমাননা কোনেও

সহিব নোৱাৰে। মাই মোক মৰম কৰিবলৈ নোপোৱাকৈয়ে মৰি যাব পাৰে; তেওঁলৈ মোৰো কোনো ভক্তি-স্নেহ নেথাকিব পাৰে; তথাপি মোৰ মা বেয়া আছিল বুলিলে মোৰ কোনো মতেই সহ্য নহয়। যাৰ ঘৰত মোৰ মাৰ সন্মান নাই তাত মই কেনেকৈ থাকিম? মৰিম বুলি সঙ্কল্প কৰি নৈৰ পাৰলৈ গৈছিলোঁ। আন্ধাৰ হোৱালৈকে পাৰতে বহি আছিলোঁ। গাৱঁৰে মানুহ এটাই ক'ৰবাৰ পৰা আহোতে মোক দেখি কলে, "উঠ যা, গধূলি নৈৰ পাৰত থাকিব নেপায়।" মানুহটোৱে মোক এক প্ৰকাৰ জোৰ কৰিয়েই লৈ আহিল। কিন্তু গাৱঁৰ ওচৰ পাই ঘৰৰ পিনে অহা যেন দেখুৱাই মই লুকাই টাউনৰ ফালে খোজ ললোঁ। তৎক্ষনাতে মই আত্মহত্যাৰ সঙ্কল্প পৰিত্যাগ কৰি জীয়াই থাকি সকলোৰে ওপৰত প্ৰতিশোধ লোৱাৰ প্ৰতিজ্ঞা কৰিলোঁ। যিবোৰে মোক গ্ৰহণ কৰিব নোখোজে সিহঁতক মই দেখুৱাই দিব খোজো যে সিহঁত চিকা, অতি তুচ্ছ, অতি নগণ্য। গধূলি টাউনলৈ আহি টকা আছে বুলি জনা সহপাঠী এজনক বিচাৰি উলিয়াই কিবা ফাকটি জুৰি টকা পাঁচটা লৈ সেইদিনা ৰাতিয়েই দেশান্তৰ হলোঁ। ঘৰৰ পৰা মোক বিচাৰি কোনো নোলাল। বাতৰি কাকতত মোৰ নিৰুদ্দেশৰ বিজ্ঞাপন নোলাল। জন্মভূমিয়ে মোক ঠাই নিদিলে। অতীতত মোৰ কোনো নোহোৱা হ'ল। মোৰ পৰিচয় ময়েই। মোৰ জীৱনেই মোৰ পৰিচয়। সেই পৰিচয় সুন্দৰ হওক-নহওক, সুখৰ হওক-নহওক, শ্ৰদ্ধাৰ নহ'ল। শ্ৰদ্ধা মই বিচৰা নাছিলো। বিচাৰিছিলো আত্মপ্ৰতিষ্ঠা, প্ৰতিহিংসা, প্ৰতিশোধ—কংস-বংশৰ ওপৰত, ভীৰু বুধীনৰ ওপৰত, খাই-পাতি-ফলা অসতী বগীতৰাৰ ওপৰত।

কিন্তু প্ৰথমে বেছ কিছুদিনলৈ এইবোৰ কথা পাহৰি থাকিবলৈ বাধ্য হৈছিলোঁ। পেটটোৰ কাৰণে বহুত যুদ্ধ কৰিব লগা হৈছিল। সেই কামতে খুন্দা-খুন্দলি খাই বছৰ চেৰেক পাৰ কৰি দিব লগা হৈছিল। পাঁচটা টকাকে সম্বল কৰি ৰাতি ৰেলত উঠি মই বহু দূৰৰ আন এখন ডাঙৰ নগৰত উপস্থিত হলোগৈ। কোৱা বাহুল্য টিকেট নোলোৱাকৈয়ে

আহিলোঁ। সেই কেইটা টকা টিকেটত খৰচ কৰিলে পেট শুকুৱাই মৰিব লাগিলহেঁতেন। কিন্তু ডাঙৰ চহৰলৈ আহি উৱাদিহ নেপালোঁ। দুদিন ঘূৰি-পকি কতো কাম এটা যোগাৰ কৰিব নোৱাৰিলোঁ। দুদিন খাওঁতে টকা তিনিটা শেষ। শুইছিলো ষ্টেশ্যনৰ প্লেটফৰ্মত। তৃতীত দিনা দুপৰীয়া ভদ্ৰ চাই মানুহ এঘৰত মৰো-জীওঁকৈ সোমাই পৰিলো। মজলীয়া শ্ৰেণীৰ গিৰিহঁতে কৰ্কশ মাতেৰে সুধিলে কি লাগে। বিনীত ভাৱে জনালো যে মোৰ খাবলৈ-বৰলৈ নাই, পালে কাম লাগে আৰু এমুঠি ভাত। গৃহস্থই মোক খেদি দিলে; কলে যে কাম নাই, ভাতো এনেয়ে নেপায়। জানো ভাত এনেয়ে নেপায়; সেই কাৰণে পৰাপক্ষত মই খোজনীয়া হোৱা নাছিলোঁ। কিন্তু পইচা কমি অহাত বাধ্য হৈছিলোঁ। ভাবিছিলোঁ যে এঘৰ মানুহৰ এসাজ ভাত এজনৰ জোখাৰে দিলে তেওঁলোকৰ বিশেষ লোকচান একো নহব। কিন্তু সংসাৰ ইমান সহজে নচলে বুলি সেই দিনাহে গম পালোঁ। গিৰিহঁতে ছুটা মাতেৰে খেদি দিয়াত। আৰু গম পালোঁ সেই ভুৱা দুপৰীয়া ৰ'দত টলো টলোকৈ ঘূৰি ফুৰি এখন পঞ্জাবী হোটেলৰ সমুখৰ ছাঁত জিৰাওঁতে: আমন জিমনকৈ বহি থকা দেখি দোকানৰ পৰা শকত-আৱত, ডঢ়ীয়া, প্ৰকাণ্ড নাক এটাৰে পঞ্জাবীটোৱে মাতিলে, "এই লৰা ৰটি খাবি আহ।" পেটৰ কলমলনি সহিব নোৱাৰি পইচা ভাঙি খাওঁ বুলি দোকানলৈ সোমাই গলোঁ। কোনো গ্ৰাহক তেতিয়া নাছিল; চাকৰ-নাকৰবোৰে বেঞ্চবোৰতে নাক ডকাইছিল। পঞ্জাবী মালিকটোৱে মোক ভিতৰৰ কোঠা এটালৈ নি ৰুটি-তৰকাৰী খাবলৈ দিলে। তাৰ পিচত বৰ বেয়াকৈ হাঁহি হাঁহি মোৰ ওচৰ চাপি আহিল। দুখন ৰুটি খাইছিলোহে, তাৰ চকুৰ কুৎসিত চাৱনি তেতিয়াহে দেখিলোঁ। গা বাজিল। সি ককালত হাত দিয়া মাত্ৰকে জপিয়াই উঠিলোঁ। ওচৰতে দীঘল কৰচলি এখন পাই সেই খন ধৰি লৈ সি তৰ্কিব পৰাৰ আগতেই তাৰ প্ৰকাণ্ড পেটটোত পূৰ্ণহতীয়া কোবা এটা সোধাই দিলোঁ। সি ও'প্ কৰি উৎ লৰলৈ নৌ পাওঁতেই সেই খনেৰেই আকৌ মুৰত আৰু এমাৰ দিলো

থাকিলেঁহি। মুৰ ঘূৰাই সি পৰি যাব খোজা দেখি সাহেবৈকে ওলাই আহিলেঁা। চাকৰ-বাকৰ বোৰে গম নেপালে। বেগাবেগিকৈ মই যিমান পাৰো তাৰ পৰা আঁতৰি যাবলৈ ধৰিলেঁা। পঞ্জাবীটোক মই নিশ্চয় বলে নোৱাৰিলোহেঁতেন.; কিন্তু মোক বশ কৰিবলৈ দিবৰ ইচ্ছা নহ'ল কাৰণেই তাক মৰিয়াই দিবলৈ সাহ কৰিলোঁ। কিছু দিনৰ পিচতহে জানিব পাৰিছিলেঁা যে সুদৰ্শন চেমনীয়া ল'ৰাৰ কোমল মগজুৰ ওপৰত পৰা সেই হাল চকু গোটেই চহৰতে জনাজাত। তাক এপালি দিব পাৰিলো বুলি বহুত দিনলৈকে মোৰ মনটো ভাল লাগি আছিল।

পিচ দিনা এঘৰত চাকৰৰ কাম এটা পাই গলোঁ। জীৱনত লগুৱা হম বুলি কেতিয়াও ভবা নাছিলোঁ। কিন্তু পেটৰ জ্বালাত কামটো পায়েই মই স্বৰ্গ পোৱা যেন হলো। আনন্দ মনেৰে কাম কৰিবলৈ লাগি গলোঁ। মধ্যবিত্ত গৃহস্থ। বজাৰ কৰা, ঘৰ সৰা, চুৱা ধোৱা, ল'ৰা-ছোৱালী চোৱা এইবোৰেই কাম। নিঘিণাই কৰি গলোঁ। 'বাবু' জনে কাছাৰীত কাম কৰে। মাত-কথা বৰ সুবিধাৰ নহয়; ঘৈনীয়েক গৰাকী হলে বৰ সাদৰী মানুহ—যি দিয়ে মৰমৰেই দিয়ে, যি কয় মৰমৰেই কয়; তেওঁৰ কাম ভালে খিনি মই কমাই দিছিলো বুলিও মোক ভাল পাইছিল হবপায়। ডাঙৰটো ল'ৰা কলেজত পঢ়ে—ফূৰ্ত্তি-ফাৰ্ত্তা কৰে, কিন্তু মই উপযাচি ফূৰ্ত্তি কৰিবলৈ গলে গললৈকে জপিওৱা হেন পাই ধমক দি উঠে। মোৰ কাপোৰ-কানি কম দেখি বাবুৱে কিনি দিলে, কিন্তু তাৰ দাম দৰমহাৰ পৰা কাটি লব বুলি কলে। অমান্তি হবৰ কোনো কাৰণ নেদেখিলোঁ। সেইটো বেছ ন্যায়সঙ্গত ব্যৱস্থা বুলি মই বিবেচনা কৰিলোঁ।

যি হওক, চাকৰে ডাবি-হুকি, চৰটো-ভুকুটো খায়েই বুলি ভাবি মই তাতে থাকি গলোঁ। এখন ঠাইৰ নাম কৈ মোৰ পৰিচয় দিছিলোঁ আৰু মোৰ কোনো নাই কাৰণে চাকৰি কৰি ভাত মোকোলাবলৈ আহিছোঁ বুলি কৈছিলোঁ। বাবুৱে বৰ উচ্য-বাচ্য নকৰি ৰাখি থলে। কিন্তু ছমাহ মানলৈ মোক এপইচাও দৰমহা নিদিয়াত মোৰ সন্দেহ হবলৈ ধৰিলে। বাবুৱে কয়, মোৰ ঘৰ-বাৰী নাই যেতিয়া পইছা লৈ মই কি

কৰিম? তাতকৈ জমা থাকক; কেতিয়াবা একে কোবে লৈ কিবা ভাল কামত খটুৱাব পাৰিম। মনে মনে ভাল পোৱা নাছিলো যদিও একো কব নোৱাৰিলোঁ। তাতে ঘৰ-বাৰী নোহোৱাৰ কথা কৈ নিজেই নিজৰ ফান্দত পৰিলোঁ। কিন্তু নিজৰ উপাৰ্জ্জনৰ পইচা হাতেৰে ছুই চাবলৈ বৰ মন গৈছিল। কাপোৰ-কানি কিনিবলৈ কেতিয়াবা অলপ-অচৰপ উলিয়াই দিয়ে। প্ৰত্যেক মাহতে হিচাপটো কৰি দেখুৱায়। কিন্তু আঠ মাহ মান যোৱাৰ পিচত মই অধৈৰ্য্য হৈ উঠিলোঁ। মাহে পোন্ধৰ টকা হিচাপে—মাজে-সময়ে কৰা খৰচ বাদ দিলে—প্ৰায় ছকুৰি টকা হয়গৈ। যাবলৈও ঠাই নাই—মানে নিজা ঘৰ নাই, কাম নকৰো টকা খিনি দিয়ক বুলি কবলৈকো বেয়া। এৰি অহাও টান ইমানবোৰ টকা। অৱশেষত এদিন বাবুক কলো যে মই সৰুকৈ পাণ-তামোলৰ দোকানকে এখন দিব খুজিছোঁ, টকা খিনি দিয়ক। তেওঁ ভেকাহি মাৰি কলে, যা যা ব্যৱসায় কৰি ফলাব নেলাগে। মই বুজিলোঁ যে টকা দিয়াৰ মৎলব তেওঁৰ নাই। মোৰ নিচিনাই কাম কৰি খোৱা ল'ৰা দুই-এটাৰ পৰা গমো পালো যে আমাৰ বাবুৰ সেইটো দস্তুৰেই—ল'ৰা ৰাখি পইচা নিদিয়ে, দিয়ে কেৱল হিচাপ। গতিকে প্ৰতিশোধ লবলৈ মই ছল চাবলৈ ধৰিলোঁ। এদিন আবেলি ঘৰত আইদেউহঁত নাছিল, কেৱল বাবু আছিল; তেওঁও বন্ধু এজনৰ লগত বহি কথা পাতি থাকোতে মই বাকচ খুলি দহটকীয়া নোট এসোপা উলিয়াই আকৌ বাকচ আগৰ নিচিনাকৈ বন্ধ কৰি থলোঁ। পিচ দিনা ৰাতিপুৱালৈকে চুৰি ধৰা নপৰিল। ইতিমধ্যে মই টকা নি বিশ্বাসী হেন্দোমেন বন্ধু এজনৰ হাতত জমা থৈছিলোঁ। টকা হেৰোৱাৰ কথা ওলোৱাত ঘৰ খনত হুৱা-দুৱা লাগিল। মোকেই সন্দেহ কৰিলে আৰু নানান গালি-শপনি পাৰিবলৈ ধৰিলে; পুলিচকো মতাই আনিলে। মই কিন্তু বৰ ধৈৰ্য্য ধৰি অস্বীকাৰ কৰি গলো; কলো যে দুখীয়া হব পাৰো, কিন্তু নীচ কাম নকৰোঁ। পুলিচে মোক দুকোব মান মাৰি ভয় খুৱায়ো চালে, কিন্তু তথাপি মই সৈ নাকাঢ়িলোঁ। মাকে কিন্তু খৰচী ভাতৰ ল'ৰাটোকহে চোৰা কৰিছিল; সি বদমাচে মোক মাৰিবই

খুজিছিল। অৱশেষত চোৰ ধৰিব নোৱাৰি বাবুৱে মোক বিদায় দিলে, কলে যে তেওঁ আৰু মানুহ ৰাখিব নোৱাৰে ; আইদেৱে কলে, "যা বোপাই, বেয়া-চেয়া নেপাবি।" মানুহ জনীলৈ মৰম লাগি এবাৰ ভাবিছিলো টকা খিনি ঘূৰায়েই দিওঁ নেকি। পিচে সেইটো কৰিলে মই মৰো। আন হাতে প্ৰতিশোধ লোৱাও নহয়। আইদেউৰ টকাতো নহয়, গিৰিয়েকে ঘটি দিব—এই বুলি ভাবি আঁতৰি আহিলোঁ।

চাকৰালি কৰি নিৰ্বিঘ্ন হৈ মই চাৰিও ফালৰ পৃথিৱী খন চাই লৈছিলোঁ। মোৰ নিচিনা বহুত লগুৱাৰ লগত চিনাকি হৈছিলোঁ। সিহঁতৰ কিছুমানে ৰাতি একো ঠাইত বেয়া কামত লিপ্ত হৈছিলগৈ—মদ খোৱা, জুৱা খেলা এইবোৰত বহিছিলগৈ। তেনেকুৱা এটা আড্ডাতে মধু হেন্দীমেনৰ লগত মোৰ চিনাকি হৈছিল। মদ আৰু জুৱাৰ জুটি মই অলপ অলপ লৈছিলো। মধুৱে মোক নিজ হাতে সেইবোৰ কাম শিকাইছিল। সিও হেনো আগতে লগুৱা আছিল। মোক অলপ বে-পৰোৱা দেখি সি বৰ ভাল পালে আৰু এটা মটৰ মেৰামতি কাৰখানাত সুমুৱাই দিম বুলি কলে। কামৰ পৰা ওলাই মই ৰাতি তাৰ ঘৰলৈকে গলোঁ। ঘৰ মানে এটা দীঘল টিনপাতৰ ঘৰৰ এটা কোঠালি। তাত তাৰ নিচিনা মানুহ বহুত থাকে। সকলোৱে বাহিৰত যায়। মই টকা খিনি খোজাত প্ৰথমে মধুৱে অবাক হৈ সুধিলে, "কিহৰ টকা? মোক[illegible] তই টকা দিয়া নাই!" টেবুলত থকা দীঘল স্ক্ৰু-ড্ৰাইভাৰ এডাল বুটলি লৈ মই কলোঁ, "এই ডাল তোৰ পেটত সোমাই গলে এতিয়াই মনত পৰিব।" মই তাক মাৰিম বুলিয়েই লাহে লাহে আগুৱাই গলোঁ। সি কিন্তু একে ঠাইতে বহি হাঁহি হাঁহি কলে, "হৈছে, হৈছে ইমান খং কৰিব নেলাগে। তোৰ কলিজা আছে। মই পৰীক্ষাহে কৰিলোঁ। তই ডাঙৰ মানুহ হবি।" এই বুলি জেপৰ পৰা এজাপ নোট উলিয়াই টেবুলত দলিয়াই দি কলে, "কিমান আছিল গণি চা।" মই কলোঁ, "গণিবৰ মই ফুৰচৎ পোৱা নাছিলো। গণিবৰ দৰকাৰো নাই।" হিচাপ কৰি চাই দেখিলো এশ পাঁচ টকা আছে। দহটকীয়া নোট এখন তাৰ ফালে বঢ়াই দি কলোঁ, "ল মোক সহায়

কৰি দিয়া বাবে—!" সি খপ কৰে মোৰ হাত খনত ধৰি চকু পকাই কলে, "খবৰদাৰ মোক বকচিচ নিদিবি। আমাৰ মাজত ভাগ আছে, বকচিচ নাই—ধাৰ দিলে দিব পাৰ। তই নতুন মানুহ। তোৰ পৰা মই ভাগ নলওঁ।"

মধুক সেৱা এটা কৰিবৰ মন গৈছিল। সি এটা চোৰৰ দলৰ মানুহ। চোৰাই মাল বা টকা-পইচা তাৰ হাতত জমা থাকে। পিচত ধৰা নপৰিলে ভাগ হয়। তাৰ নিচিনা চোৰেও বকচিচ লবলৈ ঘিণ কৰাত তালৈ মোৰ বৰ শ্ৰদ্ধা হ'ল। মই ক্ষমা খুজিলোঁ। সি মোক ভাত খুৱাবলৈ হোটেললৈ লৈ গ'ল। যাওঁতে বাটত সি কলে, "পইচা বেছি হলে ৰাধাৰাণী আৰু যমুনাক দি আহিবি।"

মধুৰ ওচৰতে পিচত ময়ো বেলেগে এটা কোঠা লৈ আছিলোঁ। দীঘলীয়া ঘৰটোৰ ওচৰতে কিছুমান সৰু সৰু ঘৰৰ এখন বস্তি। তাত কেবা জনীও বেশ্যাই ব্যৱসায় চলাই আছিল। কেউ জনীৰ ভিতৰত দেখনীয়াৰ আছিল ৰাধাৰাণী আৰু যমুনা। মধুহঁতৰ সুপৰিচিতা।

মধুৱে মটৰ মেৰামতিৰ গেৰেজ এটাত মোক যোগালি কৰি সুমুৱাই দিলে। লগে লগে অন্য বহুত বিদ্যা সি মোক শিকালে। এটা চোৰাই মাল এসপ্তাহ ৰাখি দিয়া বাবদ সি মোক লাভৰ ভাগ হিচাপে বিশ টকা দিলে। তেতিয়াৰ পৰাহে মই বুজিলোঁ যে মধুৰ লগত চোৰৰ দল এটাৰ সংযোগ আছে আৰু সেইটোৱেই তাৰ আচল ব্যৱসায়—হেন্দীমেল নামকোৱাস্তে। দলটোক সহায় কৰি দি ময়ো সেই উপায়েৰে টকা ঘটাত লাগি গলোঁ। দেখিলো যে সকলো মানুহেই সহজতে কিন্তু বুদ্ধি খটাই বহুত ধন আৰ্জিবলৈ চেষ্টা কৰে। গেৰেজত আমি মিস্ত্ৰী-যোগালিয়ে দিনমানটো হাতুৰি পিটি পিটি কোনো মতে পেট ভৰ-নভৰকৈ পইচা পাওঁ; অথচ মালিকে হেজাৰ টকাৰ লাভ খায়। চৰকাৰী চাকৰিতো দেখিছোঁ ডেড়শ-দুশ টকীয়া চাকৰীয়ালে মাটি কিনিছে, ঘৰ সাজিছে। আমাৰ ওচৰতে থকা এটা পিয়নে কৈছিল যে তাৰ অফিচত বিল পাছ কৰাবলৈ একো জনে প্ৰায় সকলো কেৰানীকে ভেটী দিব

লাগে। চোৰৰ লগত কাৰবাৰ কৰি আমি ডুপইছা আৰ্জিলে তেন্তে কি দোষ হব? অন্ততঃ ভাল উপায়ে টকা পোৱাৰ বাট আমি কেতিয়াও দেখা নাই।

মধুৱেই মোক কলে যে মদ খাবলৈ মানুহৰ দিলত তাকৎ লাগে। ভয়াতুৰ মানুহে মদ খাব নোৱাৰে। মদ খাই খাই মানুহ ফকীৰ হৈ যায়, বেমাৰ হৈ মৰি যাব পাৰে; তথাপি যি বেপৰোৱা ভাৱে মদ খাব পাৰে সি নিশ্চয় সাহসী হব লাগিব। মধুৱে বেছ কিছু দিন ধৰি মোক জোকাই থকাত মোৰ সাহ থকাটো দেখুৱাবলৈকে মই নিয়মীয়াকৈ মদ খাবলৈ ধৰি এতিয়া পিয়াহ লাগিলে পানীৰ সলনি মদ খাই দিয়া মদপী হৈছোহি। আৰু এটা কথাত মধুৱে মোক বহুদিন ধৰি উচটাই আছিল। মই হেনো কুমলীয়া ল'ৰা, সেই কাৰণেই মই মাইকী মানুহৰ ওচৰ চাপিবলৈ ভয় কৰোঁ। সঁচা কথা, তাৰ নিচিনাকৈ মই বহুত দিনলৈ বেশ্যালয়লৈ যোৱা নাছিলোঁ। মই নিজেই পতিত; তথাপি পতিতা তিৰোতাক মই বৰ নিকৃষ্ট জীৱ জ্ঞান কৰিছিলোঁ। এতিয়াও কৰোঁ। তথাপি মধুৰ ঠাট্টা-বিদ্রূপ সহিব নোৱাৰি এদিন মই ৰাধাৰাণীৰ ওচৰ পাইছিলোঁগৈ। সেই নিশা প্ৰথম বাৰলৈ মই দৈহিক সম্ভোগৰ নতুন ৰাগি আবিষ্কাৰ কৰিছিলো। পিচত সেই ৰাগিয়ে মোক বাৰে বাৰে বেশ্যালয়লৈ টানি লৈ গৈছে। কিন্তু প্ৰত্যেক বাৰতে মই ৰাধাৰাণীৰ জাতক ঘৃণা কৰি আহিছোঁ। কেইটা মান টকাৰ কাৰণে ক্ষন্তেকৰ বাবে এজনৰ হৈ যোৱাৰ অভিনয়ক মই কোনো মতেই সঁচা বুলি লব পৰা নাই। এটা কথা অৱশ্যে বুজিলোঁ যে মোক বেশ্যালয়লৈ পঠাই মধুৱে মোক জাতত তুলিব খুজিছিল; তাহাঁতৰ লগত থাকি কাৰবাৰ কৰিবলৈ হলে মই তাহাঁতৰ নিচিনাই হব লাগিব। সেইটোত মোৰ কোনো আপত্তি নাছিল। মই এখন সমাজ বিচাৰিছিলোঁ য'ত মই সমান, সম্মানিত। মধুহঁতে মোক আকোঁৱালি ললে, মই মধুহঁতৰ হৈ যাবলৈ বেয়া নেপালোঁ।

পাঁচ বছৰ মানৰ পিচত মই আমাৰ সেই গাৱঁৰ ওচৰৰ নগৰ খনলৈ

এবাৰ গৈছিলোঁ। চোৰাই মাল এসোপা লৈ মই পলাই থাকিব লগা হৈছিল। এই সৰু নগৰ খনত থাকিলে কোনেও সন্দেহ নকৰিব বুলি ভাবিলৈকে আহি এটা সাধাৰণ হোটেলত উঠিলোঁ। মধুৰে পিচত মানুহ পঠাই বস্তুখিনিৰ দিহা লগাব। মোক কোনেও চিনি নেপালে; ক'লা চশমাও নুখুলিলোঁ। দ্বিতীয় দিনা ৰাতি এটা চিনেমা হলৰ সমুখত সেই বন্ধু জনক দেখিলোঁ যাৰ পৰা ফাঁকি দি মই টকা পাঁচটা লৈ গৈছিলোঁ। তেওঁ পাণ দোকান এখনত তামোল কিনিছিল। ওলাই আহোঁতে মই মাত লগালোঁ। কৰ্ডৰ পেণ্ট, পপলিনৰ চাৰ্ট আৰু ক'লা চশমা পিন্ধা হটঙা ডেকা জনক তেওঁ চিনিব নোৱাৰি অবাক হ'ল। মই লাহেকৈ চিনাকি দি অলপ নিজান ঠাই এডোখৰলৈ লৈ গলোঁ। তেওঁ পি-ডব্লিউ-ডি অফিচত কাম কৰে; ঘৰৰ অৱস্থা বেয়া হৈছে, কোনো মতে পেট প্ৰবৰ্ত্তাইছে আৰু। মই কলো যে মই ঘৰৰ পৰা পলাই গৈ এতিয়া মিস্ত্ৰী হৈছোঁ, নিজৰ ভাত মুঠি কোনো মতে ওলায় আৰু। বন্ধুৰ টকা পাঁচটা যাচি ক্ষমা খুজিলোঁ। ইমান দিনেও নেপাহৰা বন্ধু এজনক পাই তেওঁ বৰ আনন্দিত হৈছিল; মোৰ দুহাতত ধৰি কলে যে টকা তেওঁক নেলাগে, সেইবোৰ পুৰণি কথা। কিন্তু মই জোৰ কৰি টকা কিটা তেওঁৰ জেপত ভৰাই দি কলো যে তেওঁ মোক ঋণমুক্ত নকৰিলে মই বেয়া পাম। তেওঁ মোক ঘৰলৈ নিমন্ত্ৰণ কৰিলে পিচ দিনা। যাম বুলি কলো যদিও জানো যে মই কাৰো ঘৰলৈ নিমন্ত্ৰণ খাবলৈ নেযাওঁ।

চিনেমা চাই ওলাই আহি এজনী ওখ-পাখ ধুনীয়া ছোৱালীয়ে এজন চাহাবী সাজ-পাৰ পিন্ধা ডেকাৰ লগত এখন ৰিক্সাত উঠিল। আমি চাই আছিলোঁ। বন্ধুৱে কলে, "চিনি পাইছানে? সেই যে বগীতৰা?"

বগীতৰা? যাৰ কাৰণে মই ঘৰৰ পৰা খেদা খালোঁ। বন্ধুৱে জনালে, আজি-কালি আমাৰ টাউনৰ বহুত উন্নতি হৈছে—ৰিক্সা ভালেমান হৈছে, যোৱা বছৰৰ পৰা এখন কলেজ হৈছে। বগীতৰা এতিয়া কলেজৰ ছাত্ৰী। কাৰোবাৰ লগত চিনেমা চাবলৈ আহিছিল। ৰিক্সা গাৰ্লৈকে চলে।

বন্ধুক বিদায় দি মই এখন ৰিক্সাত উঠি গাৱঁৰ বাট ললোঁ। প্ৰতিহিংসাৰ পুৰণি ৰোগে উক দি উঠিল। মই ভূত-ভৱিষ্যৎ সকলো পাহঁৰি বগীতৰাক খেদি গলোঁ। পিচত ভাবি চাই আচৰিত হৈছিলোঁ যে তাই কৰা অপকাৰৰ কথা মই ইমান দিনেও পাহৰা নাছিলোঁ।

নগৰৰ সীমা এৰি গাৱঁৰ নিৰ্জন বাটেদি অগা-পিচাকৈ আমাৰ ৰিক্সা দুখন গৈ আছিল। এনল মান আগে আগে যোৱা ইখন ৰিক্সাৰ পৰা বগীতৰা আৰু নগৰৰ ডেকা জনৰ কথাৰ গুণ-গুণ মই শুনিবলৈ পাইছিলোঁ।। বগীতৰাৰ ওপৰত কেনেকৈ প্ৰতিশোধ লম মই তেতিয়াও ভাবি ঠিক কৰিব পৰা নাছিলোঁ। গাওঁ আৰু নগৰৰ ঠিক মাজ মান পাওঁতে মোৰ ৰিক্সা ৰখাই ৰিক্সাৱালক টকা এটা দি তাতে থাকিবলৈ কৈ মই ইখন ৰিক্সালৈ চোচা ললোঁ। লৰ মাৰি গৈ ইখন ৰিক্সাৰ হেণ্ডেলত ধৰি কৰ্কশ মাতেৰে ৰবলৈ কলোঁ। ৰিক্সাৱালা নামিল। মই ছুড়খন নমাই দিলোঁ। বিপদ দেখি ডেকা জনে "কোন, ক্যা মাংতা" বুলি জাপ মাৰি নামি পৰিল। নাকৰ ওপৰতে পৰা এটা ঘোচাই তেওঁক বগৰাই দিলে। বগীতৰাই ভয়তে নামি পলাব খোজোতেই মই একে জাপে ওচৰলৈ আহি মুখত সোপা দি ধৰি পেলালো। তাৰ পিচত টিপা মাৰি খুলিব পৰা ছুৰী খন উলিয়াই ৰিক্সাৰ লাইটৰ সমুখত ধৰি দেখুৱাই কলো, "বাবুকো লেকৰ চিধা গাওঁ চলে যাও।" ৰিক্সাৱালাই অচেতন ডেকা জনক তুলি লৈ ভয়ে ভয়ে গুচি গ'ল। মই বগীতৰাক টানি লৈ বাটৰ দাঁতিতে থকা তাহানিৰ চিনাকি মুকলি বাৰী এখনলৈ গলোঁ। তাত মুখৰ সোপাটো এৰি দি চিনাকি দি কলো, যাৰ কাৰণে মই এদিন এই গাওঁ এৰি যাব লগা হৈছিল সেই বগীতৰাক আজি হাতৰ মুঠিত পাই মই কি কৰিম তাই জানেনে? তাই কান্দি পেলালে। মোৰ ভৰিত পৰি ক্ষমা খুজিলে, কাকুতি-মিনতি কৰিবলৈ ধৰিলে, মই তাইক যি ইচ্ছা তাকে কৰিব পাৰো, কিন্তু যেন তাইৰ ধৰ্ম্ম নষ্ট নকৰো। তাইৰ ধৰ্ম্ম নষ্ট কৰাৰ কথা মই তেতিয়ালৈকে ভবা নাছিলোঁ, মাত্ৰ তাইক ভালকৈ ভয় খুৱাবহে খুজিছিলোঁ। কিন্তু তাইৰ

স্বয়ুদেউ কাকুতি দেখি তাইৰ অপকাৰৰ ভাল উপায় দেখিলোঁ। যি দৈহিক সতীত্বৰ কাৰণে তাইৰ ইমান কেৰজেৰ, তাকেই ধ্বংস কৰি প্ৰতিশোধ নলওঁ কিয় ? এই ভাবটোৱে মোক উন্মাদ কৰি তুলিলে। তাইৰ কন্দা-কটালৈ আৰু কাণ নিদিলোঁ।

অসংযত কাপোৰ-কানিৰে তাইক এক প্ৰকাৰ চোচোৰাই তাৰ পৰা উলিয়াই আনিলোঁ। তাই উচুপি উচুপি আহিছিল। মোৰ বিক্সা খনৰ ওচৰলৈ নি তাইক তাতে তুলি দিলোঁ। "যোৱা বগীতৰা। এদিন এটা সৰু কথাৰ কাৰণে তুমি মোক ঘৰ-বাৰী, সমাজ সকলো এৰুৱাইছিলা। মই আজি তাৰ প্ৰতিশোধ ললোঁ। যদি সাহ আছে মানুহক কবা ময়েই এই কাম কৰিলোঁ। বিক্সাৰ ভাড়া দিব নেলাগে। মই দিছোঁ।" আৰু এটা টকা দি বিক্সাৱালাক নিৰ্দ্দেশ দিলোঁ যেন মাইকীক ঠিক ঠাইত পহুঁচাই দিয়ে। তাৰ পিচত মই কোবাকুবিকৈ টাউনৰ ফালে গুচি আহিলোঁ। কৰিবলৈ থাকি যোৱা ডাঙৰ কাম এটা কৰি যেন মই বৰ সকাহ পালো। আচৰিত কথা যে ৰাতিয়েই মধুৱে পঠোৱা দুটা মানুহ পাই মাল খিনি খালাচ কৰি দি ৰতিপুৱা মই আঁতৰি আহিছিলোঁ।

তাৰ পিচত বহুত অপকৰ্ম্মৰ মাজেদি মোৰ বহুত পৰিবৰ্ত্তন হৈছে। সেইবোৰৰ বিস্তৃত বৰ্ণনা দি লাভ নাই। সংসাৰত তেনেকুৱা ঘটনা মানুহৰ চকুৰ আগতে নিতৌ ঘটিবই লাগিছে। সেইবোৰত নতুনত্ব একো নাই। এবাৰ চুৰ কৰা বুলি আৰু এবাৰ মানুহ মৰা বুলি দুবাৰ জেল হোৱাত মোক গেৰেজৰ মালিকে কামৰ পৰা খেদি দিলে। ডকাইতি কৰাৰ কিছুমান প্ৰমাণ ওলাইছিল হয়, কিন্তু মানুহটো কোনে মাৰিলে প্ৰমাণিত নহ'ল বাবে বেছি শাস্তি নহ'ল। তথাপি আমাৰ মালিকে ডকাইতক পোহ-পাল দিবলৈ মান্তি নহ'ল। মই পৰোৱাই কৰা নাছিলোঁ। কাৰণ চাকৰি নকৰিলেও মোৰ চলে। গতিকে সেই দৰেই এবছৰ মান কটাই দিলোঁ। "সেই বছৰত কি কি কৰিলো নকওঁ ; পুলিচৰ হাতত পৰা নাছিলোঁ যদিও মোৰ ওপৰত ভীষণ চোকা হৈছিল। দৰাচলতে পুলিচৰ লগত আমাৰ এটা সম্বন্ধ থাকেই ; আমি পৰস্পৰৰ

সুপৰিচিত ; দুয়ো পক্ষই পৰস্পৰক সম্মান কৰি চলোঁ। মানুহ স্বভাৱতে বৰ স্বাৰ্থপৰ, সেই কাৰণে আইন মানি চলিবলৈ বৰ টান পায় ; আমিও টান পাওঁ, কিন্তু পুলিচক অপদস্থ কৰি আইন ভঙ্গ নকৰোঁ। সেই কাৰণে পুলিচেও আমাক ভাল দৰে জানে যদিও প্ৰমাণৰ অভাৱত কেতিয়াও আমনি নকৰে, বৰং "কি খবৰ, ভালতো ?" বুলি মাত লগাইহে যায়। তথাপি একো নকৰাকৈয়ে এবছৰ মদ-ভাতে খাই থকাত পুলিচৰ নেলাগে সাধাৰণৰ মানুহৰে সন্দেহ হোৱা স্বাভাৱিক। গতিকে মধুৰ লগত লগ লাগি এটা গেৰেজকে আৰম্ভ কৰি দিলোঁ। আমাৰ দুয়োৰে চিনাকি বহুত ড্ৰাইভাৰ-হেন্দীমেন আছিল, তেওঁলোকে আমাক কাম দি সহায় কৰিবলৈ গাত ললে। গতিকে নিশ্চিন্ত মনে আমি কাৰবাৰত লাগি গলোঁ। মধুৰেও কাম এৰিলে। কিন্তু এইবোৰ কাম তাতকৈ মই বেছি জনা বাবে একলেখীয়া ময়েই চৰ্দ্দাৰ হলোঁ। লক্ষ্য কৰিছিলোঁ যে মধুৰ বুদ্ধি মাজে মাজে ভোটা হৈ যায়, মোৰ দৰে পাক লগাই গ্ৰাহকৰ লগত সি কথাও কব নেজানে ; গতিকে ময়েই গোটেই কাৰবাৰটো চলাব লগা হৈছিল। সিও বইচ-বাইচ নকৰি মোক ওস্তাদ মানি লৈছিল।

গধূলিৰ লগে লগে আমাৰ আচল পৃথিৱী খনত ৰাতিপুৱায়। মদ, বেশ্যালয়, জুৱা, চুৰি-ডকাইতি-মাৰপিট আদিৰ মাজত আমি সহজ হৈ পাৰোঁ। জীৱনটো সঁচাকৈয়ে উপভোগ্য যেন লাগে। অদ্ভুত ক্ষমতা এটা আমি অনুভৱ কৰোঁ, যিটো দিনত আমি নেপাওঁ আৰু যিটোৰ কাৰণে আমাক ভাল-বেয়া সৰু-ডাঙৰ সকলো মানুহে মানে। আইনৰ ক্ষমতাৰ চিন পোছাকটো পিন্ধিলে পুলিচক আটাইয়ে ভয়ৰ চকুৰে চায়। হাকিম এজনক দেখিলে সাধাৰণ চিনিপোৱা মানুহে মূৰ দোৱায় এঠাইলৈ মন্ত্ৰী এজন গলে চৰকাৰী-বেচৰকাৰী সকলো মানুহৰ হুৱা-দুৱা লাগে। সৰুতে স্কুলত জ্ঞানৰ গৰাকী বুলি মাষ্টৰসকলকো মই মনে মনে ভয় কৰিছিলোঁ। বাহিৰত সকলোতকৈ সৰু মানুহটোও নিজৰ ঘৰৰ ভিতৰত বৰ-মতা, তাৰ কথা বজাবলৈ সি ঘৰত জুই জ্বলাব পাৰে।

আমাকো কিছুমান মানুহে গুণ্ডা বুলি, ডকাইত বুলি ভয় কৰি চলা দেখি আমি মনে মনে বৰ আনন্দ পাওঁ। বেশ্যালয়ৰ ছোৱালীবোৰক আমি সততে ৰক্ষা কৰিব লাগে। তাহাঁতৰ ব্যৱসায়ত কোনোবা গ্ৰাহকে বেইমানী কৰিলে আমি হস্তক্ষেপ কৰিব লগা হয়। এই পতিতা ছোৱালীবোৰে আমাৰ শৰণাগত হৈ আমাক ধন্য কৰে। কাবোবাক ৰক্ষা কৰিব পৰাতো মজা আছে।

তেনেকুৱা এটা মজা লগাৰ ভাৱে মোক লটি-ঘটি কৰিলে।

মই থকা ঠাই সলাইছিলোঁ। বজাৰ এখনৰ ওচৰত খোলা গেৰেজটোৰ পাচ ফালে থাকিবলৈ লৈছিলোঁ। মধু কিন্তু আগৰ ঠাইতে থাকিল। তাৰ তালৈ গৈ থাকো। চকুৰ আগতে দেখিলো সেই বস্তি খন দেহোপজীৱিনীৰ এখন নৈশ হাট হৈ পৰিল। ক'ৰপৰা যে ইমানবোৰ ছোৱালী গোট খালেহি কবই নোৱাৰোঁ। বোধহয় জীৱনত উঠাতকৈ পিছলি পৰাই সহজ। ৰাধাৰাণী আৰু যমুনাৰ এতিয়াও যথেষ্ট নাম যদিও নয়না নামৰ নতুন ছোৱালী এজনীয়ে তাঁহাতৰ ভালেখিনি আকৰ্ষণ কমাই দিছিল। চহৰৰ মিউনিচিপালিটিয়ে তাঁহাতৰ ওপৰত লাইচেন্স ব্যৱস্থা প্ৰৱৰ্ত্তন কৰিছিল। তালৈ যেতিয়া যাওঁ তেতিয়া বস্তি খনৰ ঘৰে বাহিৰে মানুহৰ পাশৰ ব্যস্ততা দেখি ভাবো, এই বস্তি খন আইন কৰি এদিন উঠাই দিলে কি হব? সকলো তৰপৰ মানুহ ইয়ালৈ আহে— দোকানী, কেৰাণী, ডাঙৰ ব্যৱসায়ী, ওখ খাপৰ অফিচাৰ, ডেকা ছাত্ৰ, খাটি-খোৱা বনুৱা—নাহে কোন? কিছুমান আহে অতৃপ্ত যৌনক্ষুধা নিবাৰণ কৰিবলৈ, কিছুমান আহে কৌতুহল চৰিতাৰ্থ কৰিবলৈ, কিছুমান আহে পইচাৰ বিনিময়ত পোৱা অবাধ ভোগাকাঙ্খা মিটাবলৈ, কিছুমান আহে জীৱনত অতিষ্ঠ হৈ। এই বস্তি খন যদি বন্ধ হৈ যায় এইবোৰ মানুহ কলৈ যাব? নিশ্চয় সিহঁতৰ সমাজতে আক্ৰমণ চলাব। ঘৰে ঘৰে অবৈধ প্ৰণয়ৰ মাত্ৰা চৰিব। ধ্বংস হৈ নগলেও সমাজত নিশ্চয় বিশৃঙ্খলাৰ সৃষ্টি হব। এই বেশ্যাহঁতে নিজে পতিতা হৈ সমাজক ৰক্ষা কৰি আছে— মমবাতিৰ দৰে আনক পোহৰ দি নিজে ধ্বংস হৈ গৈছে।

ইয়াতে এদিন বুধীনক দেখি মই অবাক হৈ গলোঁ।।

মই মধুৰ ঘৰত বহি এঠাইলৈ যোৱাৰ বিষয়ে আলোচনা কৰি আছিলোঁ।। সেই সময়তে ছোৱালী এজনীয়ে খবৰ দিলেহি যে নয়নাৰ ঘৰত এজন 'ভদ্ৰলোকে' বৰ গণ্ডগোল কৰিছে, আমি যাব লাগে। তাইৰ লগতে আমি দুয়ো গলোঁ।। চকি এখনত বহি থকা 'ভদ্ৰলোক' মদৰ জালত থৰক-বৰক; বিচনা খনত বাঘিনীৰ মূৰ্ত্তি ধৰি বহি আছে নয়না—তাই যি যুৰি নয়নেৰে তেনেকুৱা হেজাৰ ভদ্ৰলোকক বলিয়া কৰিব পাৰে সেই যুৰি নয়নেৰেই এই জন ভদ্ৰলোকক পুৰি ছাই কৰি পেলাব খুজিছে। কাৰণ তাইৰ মতে 'বাবু'ৱে পইচা দিয়া নাই আৰু বাবুৱে দোবোল খোৱা জিভাৰে কয়, "মোৰ এই মস্ত মনিবেগ নয়নাই লৈ গৈছে।" সোধ-পোছ নকৰাকৈ মধুৱে মানুহ জনক মাৰিবলৈ হাত দাঙিছিল। মই বাধা দিলোঁ।। কাৰণ মুখ খন মোৰ চিনাকি চিনাকি যেন লাগিছিল। কিবা ভাবি মই কলোঁ, "বাবু, আপোনাৰ ঘড়ী আঙঠি আৰু ফাউণ্টেন আমি ৰাখিলোঁ।। কাইলৈ নয়নাৰ টকা দি এইবোৰ লৈ যাব।" মানুহ জনৰ ধোবাই ধোৱা ফিৰফিৰীয়া পাঞ্জাবীৰ পকেট খানা-তালাচ কৰোতে কিয় জানো মোৰ অলপ সঙ্কোচ হৈছিল; গধূলিতে খুৰাই অহা ধুনীয়া মুখমণ্ডল, দামী চুৰিয়া, চিকচিকীয়া পাম্পশু এইবোৰ মোৰ চকুত পৰাত মই মানুহ জনক চিনিবলৈ মনে মনে যত্ন কৰিছিলোঁ।। আমাৰ প্ৰস্তাৱত তেওঁ সম্মত হৈ গুচি লৈছিল। বস্তু কেই পদ ভাল দৰে পোহৰত চাওঁতে আঙঠি আৰু ঘড়ীৰ পাচ ফালে দেখিলো ইংৰাজীত লিখা আছে ক্ৰমে বি দত্ত আৰু বুধীন দত্ত। আমাৰ বুধীনেই হব পাৰে বুলি মই মনে মনে উচাপ খাই উঠিলোঁ।। বস্তু কেইটা জেপত থৈ নয়নাক কলো যে পিচ দিনা মই আহি ফয়চলা কৰি দিম। তাইৰ খং পৰা নাছিল; তথাপি অভিমানৰ সুৰত কলে, "আচ্ছা।"

পিচ দিনা ৰাতিপুৱাই আলেঙে আলেঙে খবৰ লৈ জানিব পাৰিলো যে বুধীন দত্ত ইয়ালৈ অহা নতুন হাকিম। বহুত খুচৰি খুচৰি উলিয়ালোগৈ

যে সি সেই আমাৰেই বুধীন। ভাল ঘৰ এটা ভাড়ালৈ লৈ স্ত্রীৰে সৈতে ইয়ালৈ আহিবৰ দুমাহ মানহে হৈছে।

লৰা কালৰ কথা মনত পৰিল। সেই বুদ্ধিহীন বুধীন আজি মেজিষ্ট্রেট হৈছে। সেই বুধীন যি এদিন মোৰ সৈতে বগীভৰাক জোকাইও আসৈ মাতি মোক ঘৰৰ পৰা খেদোৱাত সহায় কৰিছিল। ঘৰৰ মৰম পাই সি পঢ়ি-শুনি ডাঙৰ মানুহ হ'ল, দহ জনৰ সম্মানিত এজন বিষয়া হ'ল—যি হয়তো কাহানিবা বিচাৰ কৰি মোকেই জেইলত দিব; আৰু মই ঘৰ আৰু মৰম হেৰুৱাই এখন বেলেগ জগৎ বিচাৰি ললোঁ। যি খনক সাধাৰণ মানুহে ঘৃণাৰ চকুৰে চায়। ক্লাছ ফাইভত ফেল মৰা বুধীন আজি হাকিম, কেতিয়াও ফেল নমৰা মই——কেনেকৈ এইটো সম্ভৱ হ'ল?

মোমাইৰ ল'ৰা বুধানক অভ্যর্থনা জনাবলৈ সাজু হলোঁ। হেজাৰ হওক তেজৰ সম্বন্ধৰ কথা: ভাল দুবটল বিলাতী মদ আনি থলোঁ। ভাল হোটেল এখনত মাংস-পৰটাৰ অর্ডাৰ দি থলোঁ।

গধূলি বুধীন আহোঁতে মই নয়নাৰ ঘৰতে বহি আছিলোঁ। সি মাত দি আহ্বান পাই সোমাই আহিলত মই থিয় হৈ কলোঁ, "বুধীন, তোৰ বস্তুবোৰ ল। নয়নাক পইচা দিব নেলাগে। মই দি দিছোঁ।"

অধঃপতিত হাকিমে অবাক হৈ মোৰ ফালে চাই থাকিল। মই লাহেকৈ মোৰ নামটো কৈ চিনাকি দিলোঁ। সি "তই?" বুলি মোৰ ফালে আগ বাঢ়ি আহিল। মই তাৰ হাতত ধৰি কলোঁ, "ইয়াৰ পৰা ব'ল। আপোন মানুহ লগ পোৱা ঠাই এইখন নহয়।" সি লাজ পাই লাহেকৈ ওলাই গ'ল। ইঙ্গিতেৰে নয়নাৰ পৰা বিদায় লৈ মযো তাৰ পাচে পাচে ওলাই আহিলোঁ। তাইৰ লগত আগৰে পৰা বন্দবস্ত কৰি থৈছিলোঁ বাবে তাই তইৰাম নুবুলিলে।

ৰিকসাত আহোঁতে আমাৰ মাজত বেছি কথা নোলাল। দুয়ো ৰৰ সঙ্কোচ বোধ কৰিছিলোঁ। সি দুটা প্রশ্ন মাত্র কৰিলে: "আমি কলৈ যাম অ'?" "মোৰ তালৈ। বেছি দূৰ নহয়।" তাৰ পিচত

এবাৰ সুধিলে, "তই এতিয়া কি কৰ?" "মই এতিয়া মটৰ মেকানিক।"

গেৰেজৰ পাচ ফালে থকা মোৰ সামান্য ঘৰটোত যেতিয়া তাক বহুৱালো তেতিয়া নিজান পাই বুধীন ভালোখিনি সহজ হ'ল। চোলাৰ হাত-চাত কোচাই সি ভাল দৰে বহি হাঁহি এটা মাৰিলে। মই বটল-গিলাচ উলিয়ালোঁ। হোটেলৰ মানুহে প্ৰথমে অকল মাংস দি গ'ল— পিচত পৰটাৰে ভালকৈ দিব। আমাৰ মাজত লাহে লাহে কথা ওলাবলৈ ধৰিলে।

বুধীনে সুধিছিল, মই ঘৰলৈ উলটি নগলোঁ কিয়? মই অকপটে তাক সকলো কথা কলোঁ। ঘৰত যে মোক কোনেও বিচৰা নাছিল এই কথাও কবলৈ নেপাহৰিলোঁ। মই যে নানান দুষ্কৰ্মত লিপ্ত, সেই কাৰণেহে সি মোক নয়নাৰ ঘৰত দেখিবলৈ পালে, সকলো জনালোঁ।

সিও তাৰ কথা কলে: ফাইভত ফেল কৰিছিল যদিও সি তাৰ পিচত প্ৰত্যেক বছৰেই পাচ কৰিবলৈ ধৰিলে। ঘৰত মাষ্টৰ ধৰিও দিলে আৰু সি অলপ মন দি পঢ়িবলৈ ধৰাত ভালদৰে নহলেও নিয়মীয়াকৈ পাচ কৰিবলৈ ধৰিলে। বি-এ পাচ কৰি চৰকাৰী পৰীক্ষা দি এতিয়া হাকিম হৈছে। "মই বিয়াও কৰালোঁ নহয়, জান নে নেজান?"

নজনাৰ ভাও ধৰি কলোঁ, "হয় নেকি?"

"অঁ। কাক নোসোধ কেলৈ? তোৰ সেই বগীতৰাক! প্ৰেমত পৰি গলোঁ অ'।"

পেটত মদ পৰাৰ লগে লগে বুধীন বেছি সহজ হৈ আহিছিল। সি সেই চেমনীয়া কালৰ দৰে মোৰ লগত বন্ধু ভাৱে কথা পাতিবলৈ ধৰিলে। তাৰ জগত আৰু মোৰ জগত দুখন বেলেগ হলেও মদপান আৰু নয়নাৰ ঘৰত আমি মিলিত হব পাৰিলোঁ; আমাৰ মাজত এতিয়াও মিল আছে। সি কলে যে চকুৰ আগতে বগীতৰাক ডাঙৰ হৈ গা-ভৰুণ হৈ অহা সি দেখি আছিল; সি অলপ ভয়াতুৰ কাৰণে তাইৰ ওচৰ চাপিবলৈ

ভয় কৰিছিল; কিন্তু কলেজত পঢ়িবলৈ লোৱাৰ পৰা তাৰ সাহ কিছু বাঢ়িছিল আৰু তায়ো তাক প্ৰশ্ৰয় দিবলৈ আৰম্ভ কৰিছিল। সি চিঠিৰে প্ৰেম নিবেদন কৰিছিল, তাই উত্তৰ দিছিল যদিও প্ৰেমৰ সহাঁৰি দিয়া নাছিল। তথাপি আকাৰে-ইঙ্গিতে আশা দি আছিল। বি-এ পাছ কৰাৰ পিচত সি স্কুলত সোমাই বগীতৰাক বিয়া কৰাব খুজিলে। ঘৰত ভীষণ বাধা দিলে। খুৰীয়েকহঁতে কলে, "যিমানে ধুনীয়া সিমানে ঘূনীয়া হয়।" মাক-দেউতাকে যুক্তি দিলে, ছোৱালী জনী বৰ দাম্ভিক, কলেজত পঢ়ি গাৱঁৰ মানুহক নমনাই হ'ল, সেই জনী ছোৱালীয়ে ঘৰ ধৰি খুৱাবনে? আন ছোৱালী ঠিক কৰি দিবলৈ ওলাল। সি চাফা কথা কৈ দিলে, বগীতৰাৰ বাহিৰে আন কাকো সি বিয়া নকৰায়। সি যেতিয়া পৰীক্ষা দি হাকিম হ'ল তেতিয়া ছোৱালীৰ ঘৰেও বৰকৈ ধৰিলেহি। লৰাৰ মতিগতি দেখি মাক-বাপেকে সম্মতি দিবলৈ বাধ্য হ'ল। বগীতৰাই বোৱাৰী হৈ শহুৰেকৰ ঘৰক সন্তুষ্ট কৰিব পাৰিছে নে নাই কোৱা টান। অৱশ্যে বিয়াৰ পিচৰ পৰা সিহঁত হাল গাৱঁৰ ঘৰত আছেগৈ কমেই।

"তোৰ ঈৰ্ষা হৈছে নেকি?" বুধীনে হাঁহি সুধিলে। মই কলোঁ, "বগীতৰাৰ প্ৰেমত মই পৰা নাছিলোঁ। নহয়, তইহে পৰিলি।"

তাক ভালকৈ খুৱাই-বোৱাই মাজনিশা এখন গাড়ীৰে ঘৰলৈ পঠাই দিলোঁ। আকৌ আহিবলৈ সি নিজেই কথা দি গ'ল।

বগীতৰাক সি বিয়া কৰোৱা শুনি সেই ৰাতিৰ ঘটনাটোলৈ মোৰ মনত পৰিল। প্ৰতিশোধ লোৱাৰ পিচত তাইৰ প্ৰতি মোৰ আৰু কোনো আক্ৰোশ নাছিল। আন-কি তাইৰ কথা মই একেবাৰে পাহৰি গৈছিলোঁ। কিন্তু বুধীনৰ স্ত্ৰী হোৱা বুলি শুনি এই প্ৰথম বাৰলৈ সেই দুৰ্ঘটনাৰ বাবে মোৰ অনুশোচনা হ'ল। সি তাইক এদিন বিয়া কৰাব বুলি জনা হলে মই কেতিয়াও সেই কাম নকৰিলোহেঁতেন। হেজাৰ হওক সি মোৰ বন্ধু, আমি দুয়ো দুয়োকো মৰম কৰিছিলোঁ।

কিন্তু বগীতৰাৰ নিচিনা এজনী মুখচোকা, দাম্ভিক ছোৱালীক বুধীনৰ

নিচিনা ভয়াতুৰ ল'ৰাই জয় কৰিলে কেনেকৈ ? সেইটো মোৰ কাৰণে সাঁথৰ হৈয়ে থাকিল এতিয়াও। আৰু তেনে এজনী ছোৱালী পায়ো সি কিয় নয়না ৰাধাৰাণী যমুনাৰ বস্তিত ৰাতি পৰি থাকিবলৈ যায় তাকো বুজিব নোৱাৰিলোঁ। হয়তো মানুহৰ পৰিবৰ্ত্তন হয়, সেই কাৰণে ইহঁত হালে পৰিবৰ্ত্তন হৈ দুয়োকো গ্ৰহণ কৰিছিল। হয়তো বুধীনে বগীত-ৰাতকৈও ডাঙৰ সত্য আৱিষ্কাৰ কৰিছে নয়নাহঁতৰ বস্তিত। মই সেইবোৰ একো নেজানো। মই এটা মূৰ্খ মেকানিক মাত্ৰ, এটা অসৎ গুণ্ডা মাত্ৰ। এদিন বুধীনতকৈ আৰু এদিন মধুতকৈ মই নিজকে বেছি বুধিয়ক বুলি অনুভৱ কৰিছিলোঁ। এতিয়া দেখিছোঁ মোৰ বুদ্ধিও ভোটা প্ৰমাণিত হব পাৰে।

তাৰ পিচত বুধীন মোৰ ওচৰলৈ প্ৰায়েই অহা হ'ল। কাছাৰীৰ পৰা যাওঁতেই খবৰ দি যায় আহিব বুলি। বস্তিতো কেতিয়াবা আমাৰ সাক্ষাৎ হয়। কিন্তু পৰা পক্ষত আমি তাত লগ নেলাগিবলৈ চেষ্টা কৰোঁ। সিও লাজ পায়, ময়ো। গতিকে মোৰ ঘৰতে সৰহ ভাগ আমি লগ লাগো। মাজে মাজে সিও মদৰ বটল একোটা লৈ আহে। ময়ো সংগ্ৰহ কৰি থওঁ।

সি ইতিমধ্যে মোৰ বিষয়ে সকলো কথা খুচৰি উলিয়াইছিল। সেইটো একো টান কথা নহয়। তাতে পুলিচৰ পৰা জনাত তাৰ নানান সুবিধাও আছিল। মোৰ দুষ্কৰ্ম্মৰ বিষয়ে সি বোধকৰোঁ কেবা দিন ধৰি চিন্তা কৰিছিল। কাৰণ এদিন আইনৰ বলৰ অস্ত্ৰ এপাট দাঙি লৈ সি গহীনাই কলে, "তই বেয়া কামবোৰ এৰি পেলা। মই চব খবৰ পাইছোঁ। কেতিয়াবা ক'টত মোৰেই মুখত পৰিব লগা হলে বৰ বেয়া কথা হব। এই গেৰেজটোৰেইতো বেছ খাব পাৰ। খাটি খোৱাত অসন্মানৰ কথা একো নাই।"

মই চিগাৰেট এটা লগাই লৈ কলোঁ, "তোৰ সমুখত পৰিলে বাৰু তই জেলত দিবি, মই আপত্তি নকৰোঁ। কিন্তু মই বেয়া কাম এৰি দিলেই বেয়া কাম পৃথিৱীত শেষ হৈ নেযায়। মই নকৰিলেও আন কোনোবাই

কৰিব। আন হাতে মোৰ কৰিবলৈও একো নাই—কাৰণ মোৰ কোনো নাই—কাৰো কাৰণে মই ভাবিব নেলাগে। তইযে মোৰ কামবোৰ বেয়া বুলিছ তইনো কি ভাল কাম কৰিছ? দুখনকৈ ঘৰ থাকোতে, প্ৰেমত পৰি বিয়া কৰোৱা ঘৈনীয়েৰ থাকোতে তই বেশ্যালয়লৈ কিয় যাৱ? কিহৰ দুখত—বা কি সুখ বিচাৰি তই নয়নাৰ ভৰিত পৰি থাকগৈ?”

মাটিলৈ নামি যোৱা তাৰ চকু যুৰি দেখিয়েই মই বুজিব পাৰিলোঁ। যে তাৰ উদ্ধত অস্ত্ৰ হাতৰ পৰা স্খলকি মাটিত পৰি গ'ল। মোৰ কথাৰ আঘাতত সি দুৰ্ব্বল হৈ পৰিল। আমাৰ দুয়োৰে গোপন জীৱনত আইনগত নহলেও নৈতিক নিষিদ্ধ ফলৰ সোৱাদ আমি পাইছোঁ। গতিকে তাৰ পৰা আমাৰ মনত ৰাগি লাগিলেও আমি জানো যে দেখদেখকৈ আমি তাক ভোগ কৰিব নোৱাৰো। আমাক আঁৰ লাগে—ৰাতিৰ, আন্ধাৰৰ, আইনহীনতাৰ। বুধীনে কৰ নোৱাৰিলে সি নয়নাৰ ঘৰত সজ কামত থাকেগৈ বুলি।

সি বহুত পৰলৈ একো নকলে। নিৰৱে মদ খাই যাবলৈ ধৰিলে। ময়ো চিগাৰেট খাই যাবলৈ ধৰিলোঁ। দুয়ো মুখামুখি কৰি যেন ভাগৰি পৰিছিলোঁ। এক বাজিবলৈ অলপ সময় থাকোতে বুধীন বহাৰ পৰা থৰক-বৰককৈ উঠিল। সি মোৰ গাত ধৰিবলৈ দুবাৰ মান বৃথা চেষ্টা কৰি কলে, “ভাই মই বৰ দুখী। বিয়া কৰাই মই সুখ পোৱা নাই। বগীতৰাই ...... বগীতৰাই ...” এই বুলি সি উ-উকৈ কান্দিবলৈ ধৰিলে। মই তাক ধৰি মোৰ বিচনা খনতে বহুৱাই দিলো। সি বিচনাতে মুৰ গুজি মোৰ ককালত সাৱটি ধৰি হাও হাওকৈ কান্দিবলৈ ধৰি তাৰ দুখৰ কাহিনী কবলৈ ধৰিলে। তাৰ কান্দোন শুনি কোনোবা ওলায়হি বুলি মোৰ ভয় লাগিবলৈ ধৰিলে; এজন সম্মানিত হাকিমক যদি সেই অৱস্থাত কোনোবাই দেখে তেন্তে বৰ বেয়া কথা হব। ভাগ্যে কোনো নাহিল।

কন্দাৰ মাজে মাজে সি যি কলে তাৰ মৰ্ম্ম এই: বগীতৰা ভাল ছোৱালী নহয়; জীয়ৰী কালতে কোনোবা এটা গুণ্ডাই তাইৰ ধৰ্ম্ম নষ্ট কৰিছিল, এই কথা তাইৰ সম্বন্ধীয়া মোমায়েক এজনে নিজ চকুৰে দেখি

মানুহৰ আগত কৈছিল, বিয়াৰ কিছু দিন পিচতহে বুধীনে শুনিলে ; সি তাইক কথাটো সুধিছিল, তাই নিৰ্ভীক ভাৱেই জনালে যে কথাটো সঁচা, তাৰ বাবে তাই দুখ নকৰে কাৰণ তাত তাইৰ কোনো হাত নাছিল। তাৰ মন ভাগি গ'ল, আগৰ প্ৰেম আৰু সম্মানেৰে সি আৰু বগীতৰাক চাব নোৱাৰা হ'ল। কিন্তু নিজক লৈ ব্যস্ত বগীতৰাই তাৰ ক্ষুণ্ণ মন আৰু অভিমানৰ কোনো মূল্যই নিদিলে। তাই তাৰ টকা আৰু সম্মানেৰে, ৰূপমুগ্ধ পৰ পুৰুষৰ উপহাৰেৰে বিলাসিতাৰ সোঁতত নিজকে উটুৱাই দিলে। সি তাইক আদৰ নকৰা হ'ল, তায়ো কেৰেপ নকৰি তাক অৱহেলা কৰি চলা হ'ল। সি প্ৰথমে মদৰ আশ্ৰয় ললে, তাৰ পিচত নিজৰ অক্ষমতাত অসন্তুষ্ট হৈ উদ্দেশ্যবিহীন ভাৱে প্ৰতিশোধ লবৰ মনেৰে বেশ্যালয়লৈ যাবলৈ আৰম্ভ কৰিলে।

অলপ পৰ শুৱাই থৈ, তাক অনেক বুজাই-বৰাই মই শেষ নিশা নিজে এখন টেক্সি আনি ঘৰৰ সমুখত থৈ আহিলোঁ। নিশা আৰু শোৱা নহ'ল। বহি বহি মদ খাই কটাই দিলোঁ। জীৱনটো বৰ নিৰৰ্থক নিৰৰ্থক লাগিল। মানুহ দেখোন একোতেই সন্তুষ্ট আৰু ভাল হব নোৱাৰে। ইমান সুযোগ পায়ো বুধীন আৰু বগীতৰা অধঃপাতে গৈছে। সিহঁতৰ দুখৰ বাবে বাৰু মোৰো অলপ দোষ আছে ; কিন্তু বগীতৰাইতো সেই কথা লুকুৱায়ো থব পাৰিলেহেতেন। তাই মিছা বুলি টানকৈ কৈ দিয়া হলেই অন্ধ, দুৰ্ব্বলচিত্ত বুধীনে মানি ললেহেতেন ; সিহঁতৰ সুখৰ জীৱনটো নিৰ্বিঘ্নে পাৰ হৈ গ'লহেতেন। মদগৰ্ব্বিনী বগীতৰাই সেইটো নকৰি বাহাদুৰি মাৰি সঁচা কথাটোকে কৈ দিলে। তাই হয়তো ভাবিলে তাইক পৃথিৱীত কোনে কি কৰিব পাৰে? বুধীনতো তুচ্ছ বস্তু। পৰিণামত বিষময় ফল ফলিল। বুধীন নামি গ'ল। তায়ো নামি গ'ল। অথচ সিহঁতে কবই নোৱাৰে যে নামি গৈছে। তাইৰ জীৱন হ'ল ক্লাবৰ অৰ্থহীন বিলাস।

আচলতে তাই তাৰ প্ৰেমত পৰি বিয়াত বহা নাছিল বুলি মোৰ ধাৰণা হ'ল। তাই আচলতে তাৰ হাকিমী সম্মানৰ মোহত পৰি, তাৰ

পজিশ্যনৰ লোভত পৰি তাক গ্ৰহণ কৰিছিল যাতে সুকলমে বিলাসৰ জীৱন যাপন কৰিব পাৰে, বহুত প্ৰেমিক লাভ কৰিব পাৰে।

ৰাতিপুৱা গেৰেজ বন্ধ দেখি মধুৱে মোক বিচাৰি আহি দুৱাৰমুখতে চকি এখনত বহি ৰঙা চকু দুটা ডাঙৰ ডাঙৰকৈ মেলি থকা পাই অবাক হৈ ৰৈ গৈছিল। মোক অলপকৈ হঁহা যেন দেখি সি কলে, "দূৰ চালা মই ভাবিছিলো তই মৰিলি।"

কষ্ট কৰি মুখ খন লৰাই কলোঁ, "কালি মৰিবৰ মন গৈছিল কাৰণেই এনেকৈ বহি থাকিলোঁ।"

সি মোৰ কাষেদি ভিতৰ সোমাই গ'ল। গাৰুতলত চাবি পাট বিচাৰি বিচাৰি কলে, "ৰ আজি মৰিব নেলাগে। ৰাতিকৈ যোৱাৰ কথা আছে মনত নাই? শুই থাক যা।"

সি মোক শুৱাই দি দুৱাৰ খন টানি থৈ গুচি গ'ল। এৰা, আজি ৰাতি এটা অভিযানত যোৱাৰ কথা আছে। কেই ঘণ্টা মান শোৱাৰ পিচত অদ্ভুত এলাহ আৰু ভাগৰ লাগিল। কলৈকো যাব লগা নহলেই ভাল আছিল। কিন্তু ৰাতিতো দলৰ লগত যাবই লাগিব। কিয় জানো আজি মোৰ সকলো উৎসাহ নোহোৱা হৈ গ'ল। পৃথিৱীত একো কামৰে অৰ্থ নোহোৱা যেন লাগিল। ডকাইতি কৰি কি লাভ? মনৰ সুখ ক'ত? লুণ্ঠন কৰি, মানুহ মাৰি, আনক আতঙ্কিত কৰি আৰু পুলিচৰ ভয়ত পলাই ফুৰাত সুখতকৈ দুখেই বেছি যেন লাগিল; অনবৰত মগজুৰ ভিতৰত এটা চকা ঘূৰি থাকে।

আবেলি মধুৱে খবৰ দি গ'ল যে আজি ৰাত্ৰি যাবলগীয়া ঠাইলৈ যাব নেলাগে বুলি খবৰ আহিছে। বৰ ভাল পালোঁ। মনটো পাতল লাগিল। মুখ-হাত ধুই কাপোৰ-কানি পিন্ধি ওলাই গলোঁ। এনেয়ে অনাই-বনাই ফুৰিলোঁ, যাতে গধূলি হয় আৰু বুধীন আহিলে মোক লগ নেপায়। বগীতৰাক আজি লগ ধৰিব লাগিব। বহুত কিবা-কিবি কবৰ মন গৈছে তাইক। জীৱনৰ এটা উদ্দেশ্য বিচাৰি লবলৈ তাইক কব খুজিছোঁ; নহলে জীয়াই থকাৰ কোনো মানে নহয়। জানো,

মোৰো কোনো উদ্দেশ্য নাই কাৰণে সেই উপদেশ আনক দিয়াৰ অধিকাৰ মোৰ নাই, তথাপি বুধীনে তাৰ কথাবোৰ কোৱাৰ পিচৰ পৰা বগীতৰাক এই কথা কবৰ মন গৈ আছে।

ৰাতি আঠ বজা মানত নিৰ্জান, মসৃন, পৰিষ্কাৰ ঘৰটোত সোমালোগৈ। মুখেৰে মাতিবলৈ টান পোৱা যেন লগা চাকৰ এটাই সুধিলে কাক লাগে। তাৰপৰা জানিব পাৰিলো, হাকিম ঘৰত নাই, আইদেউৰ গা বেয়া কাৰণে শুই আছে। আইদেৱেকক দেখা কৰিম বুলি কলোঁ। চাকৰটোৱে কলে যে আইদেৱে এতিয়া দেখা কৰিব নোৱাৰে। মই অলপ হুটা মাতেৰে কলোঁ, মোৰ নাম কৈ ভিতৰত খবৰ দিবলৈ। অলপ থেৰো-গেৰো কৰি সি খবৰ দিলেগৈ। মই চোফা এখনত বহি অপেক্ষা কৰিলোঁ।

পাঁচ মিনিট মানৰ পিচত বগীতৰা ওলাই আহিল। দুৱাৰমুখত থিয় হৈ মোৰ ফালে চালে। ময়ো থিয় দিলোঁ। গাৰ দামী কাপোৰবোৰ অসংযত, সোত-মোচ খোৱা; শুই উঠি অহাৰ পিচত চুলিবোৰ বিশৃঙ্খল; মুখ খন ক্লান্ত; গঢ়িত নাক-মুখ আৰু সুস্থ স্বাস্থ্যশ্ৰীৰে বগীতৰাক মোৰ বৰ ধুনীয়া লাগিল।

"আঁহা", মই মাতিলোঁ; "তোমাক দুটা মান কথা কব লগা আছে। মই বেছি পৰ নেথাকো।"

বগীতৰাৰ মুখৰ ভাব ধৰা টান। তেওঁ লাহে লাহে আহি মোৰ পৰা ভালে খিনি আঁতৰত থকা এখন চকিত বহিল। ময়ো বহিলোঁ। একো ভূমিকা নকৰি কলোঁ, "বুধীনক মই লগ পাইছোঁ। তোমালোকৰ সকলো কথা গম পাইছোঁ। তোমালোকৰ বিয়া হোৱা শুনি মই বৰ ভাল পাইছোঁ। কিন্তু তোমালোকৰ মিল নোহোৱা দেখি বৰ দুখ পাইছোঁ। মই তোমাক অনুৰোধ কৰিব খোজো, বুধীনক ঘৰলৈ ফিৰাই আনি তুমি তাক ৰক্ষা কৰা। সেইটো কেৱল তুমিয়েই পাৰা।"

বগীতৰাৰ ক্লান্ত মুখেদি তাচ্ছিল্যৰ হাঁহি এটা বাগৰি গ'ল। তাই কলে, "কিয়? তাত তোমাৰ কি স্বাৰ্থ?"

"মোৰ স্বাৰ্থ এয়ে যে সকতে তাক মই বৰ ভাল পাইছিলোঁ। আৰু মই বেয়া হলো কাৰণে সি ঘৰৰ মৰমত ডাঙৰ হৈ ভাল হব বুলি আশা কৰিছিলোঁ। কিন্তু এতিয়া দেখিছোঁ। সংসাৰ কৰি অসুখী হৈ সি বিপথে যাব ধৰিছে। তুমি ইচ্ছা কৰা হলে তাক ভাল কৰিব পাৰিলাহেতেন। কিন্তু তুমি নিজৰ সুখ আৰু ইচ্ছাৰ বশবৰ্ত্তী হৈ তাক অধঃপাতে যাবলৈ এৰি দিছা। সেইটো তোমাৰ একো ভাল কাম হোৱা নাই। এসময়ত তুমি ভাল ছোৱালী বোলাবলৈ গৈ মোক ঘৰ এৰুৱাইছিলা।"

বগীতৰাৰ মুখ খন কঠিন হৈ আহিল। টান মাতেৰে তাই কলে, "তোমাৰ মতেৰে মোক চলিবলৈ কবলৈ তোমাৰ কিয় সাহ হ'ল ? তোমাক মই আজীৱন ঘৃণা কৰি আহিছোঁ। আজিও কৰোঁ। মোক ভয় দেখুৱাই লাভ নাই।"

"মোক তুমি যে ঘৃণা কৰা সেইটো মোতকৈ বেছি কোনেও নেজানে। সেই কাৰণেই কৈছোঁ। তুমি বেয়া কাম কৰিছা, তুমি বৰ বেয়া ছোৱালী। নহলে কিজানি ময়ো ভাল দৰে থাকি ভদ্ৰলোক হব পাৰিলোহেতেন।...শুনা, মানান খুন্দা-খুন্দলি খাই সংসাৰ খনৰ মই তোমালোকতকৈ বহুত বেছি দেখিছোঁ। সেই কাৰণে অলপ উপদেশ দিব পাৰোঁ। তুমি যি ভাবা, তুমি যি কৰা সেয়ে শুদ্ধ বুলি নেভাবিবা। মনৰ সুখ সকলোৱে বিচাৰে। ময়ো বিচাৰিছোঁ। তুমি আৰু বুধীনেও বিচাৰিছা। কোনোবাই পাইছে নে নাই কোৱা টান। কিন্তু যিহকে কৰি নোযোৱা, কৰাৰ আগতে এবাৰ ভাবিবা কিয় সেই কাম কৰিছা। আচল সুখ আৰু আচল জীৱনৰ কাৰণে মানুহক এটা উদ্দেশ্য লাগে। তোমাৰ কোনো উদ্দেশ্য নাই। তোমাৰ সুখো নাই। মই বহুত অপকৰ্ম কৰিলোঁ। কিন্তু সুখ নেপালোঁ।"

মই বহাৰ পৰা উঠিলোঁ। বগীতৰাও উঠিল। কলোঁ, "মই যাওঁ।"

"তোমাৰ কথা যদি নামানো ?"

মই ওলাই যাবলৈ খোজ লৈছিলোঁ, চাট্‌ কৰে ঘূৰি চাই কলোঁ, "এই বাৰৰ সতে ছুবাৰ তুমি মোক ভয় নকৰাটো দেখুৱাইছা। মই

তোমাক ভয় দেখুৱাবলৈ অহা নাছিলোঁ। তথাপি বাৰে পতি তুমি মোৰ লগত ফেপেৰি পাতিছা। মোৰ এতিয়াও খং উঠা নাই, উঠিলে গুণ্ডাই কি কৰিব পাৰে তুমি জানাই। তথাপি কওঁ, তুমি যদি মোৰ কথাবোৰ ভাবি নোচোৱা তেন্তে তোমাৰ প্ৰেমিকবোৰক এটা এটাকৈ মই মাৰিম আৰু প্ৰত্যেকটোতে তোমাক হত্যাকাৰিণী পাতিম। টাউনত প্ৰচাৰ কৰি দিম যে নিজৰ পৰিবাৰৰ পৰা অকণো সুখ নেপায় কাৰণেই মহা-সম্মানিত হাকিম বুধীন দত্ত বেশ্যালয়ত মদ খাই ওৰে ৰাতি পৰি থাকেগৈ। মানুহক কৈ ফুৰিম যে তুমি এদিন মোৰ নিচিনা অসৎ মানুহ এটাৰ প্ৰেমিকা আছিলা।"

বগীতৰা গম্ভীৰ হৈ ৰ'ল। তলমূৰকৈ মোৰ কথা শুনি গ'ল। অলপ পৰ থাকি মই ওলাই গুচি আহিলোঁ।

এখন অখ্যাত, আওহতীয়া গাৱঁৰ এটা সৰু খেৰৰ জুপুৰীত বহি এই কথাবোৰ লিখিছোঁ। যি পঢ়ে যেন শুধৰাই পঢ়ে। সপ্তম মানলৈকে বেয়া-চেয়াকৈ মাত্ৰ পঢ়িছিলোঁ। তাৰ পিচত কিতাপ-পত্ৰৰ লগত সম্বন্ধ নায়েই বুলিব লাগে। গতিকে মোৰ লেখা পঢ়িলে দয়া কৰিহে পঢ়িব লাগিব।

আজি পাঁচ দিন এই গাওঁ খনত পলাই আছোঁহি। মধুহঁতৰ সৈতে এটা ডকাইতিত গৈছিলোঁ। ছন্দিৰ টকা লৈ এখন বাগিচালৈ যোৱা লৰী এখন হাবিৰ মাজত আমি আটক কৰিছিলোঁ। ড্ৰাইভাৰ আৰু আন এজন মানুহ আমাৰ হাতত মৰা পৰিল। কিন্তু লগত যোৱা চাহাব এজন পলাই সাৰিল। তেওঁ মোক আৰু মধুক চিনি পায়; আমাৰ গেৰেজত এবাৰ মটৰ মেৰামতি কৰাইছিল; আমাক দেখি অবাক হৈ "তুম ?" বুলি কৈ উঠি আমি মাৰিব খোজাত ভিৰাই লৰ মাৰিলে। টকা লৈ আমি পলালোঁ। এতিয়া অ'ত ত'ত লুকাই আছোঁ। বুজিছোঁ এই বাৰ ধৰা পৰিমেই। হয়তো ফাঁচীয়েই হব।

বগীতৰাই মোৰ কথা ৰাখিছে নে নাই কব নোৱাৰোঁ। ৰাখা বুলি জনা হলে বহুত শান্তি পালোহেতেন। তাই ধ্বংসৰ পথলৈ গৈছে.

বৃধীনকো সেই পথলৈকে পঠাইছে। মোক ভাল পাব নেলাগে; তাক ভাল পালেই সিহঁতৰ উদ্ধাৰ হব। ঘৃণা কৰি, অৱহেলা কৰি ধ্বংস হৈ যোৱাটো ডাঙৰ কাম নহয়; ভাল পাই ৰক্ষা পৰাহে ডাঙৰ কাম। নয়নাইঁতে কাৰোবাক আশ্ৰয় দিব পাৰে, কাকো উদ্ধাৰ কৰিব নোৱাৰে।

---

## বুদ্ধদেৱ

"আপুনি সুখীনে ?"—হটঙা মাৰ্কিন চিপাহী জনে সেই দিনা মোক পোনে-পোনেই সুধিছিল।

ধেমালি কৰিছে বুলি ভাৱি মযো নভৱা-নিচিন্তাকৈ টপৰাই উত্তৰ দিছিলো, "হয় মই সুখী।" এই বুলি হাঁহি মই তেওঁৰ চুকত কোঁচ খোৱা চকু দুটালৈ চাইছিলো। একেই মিলিটাৰীৰ দিন, অনমুভূতপূৰ্ব্ব এটা গতিশীলতাই এনেয়ে আমাৰ গা-মন ৰঞ্জিত কৰি তুলিছিল; তাতে ইংৰাজীত কথা কব পাৰি আমোদো পাইছিলো।

মোৰ উত্তৰৰ একো প্ৰত্যুত্তৰ নিদিয়া দেখি মুখৰ আগলৈ আহিয়েই গৈছিল যে সোধো—আপনি সুখী নহয় নেকি ? কিন্তু মোলৈ একেথৰে চাই থকা তেওঁৰ সেই নিস্তেজ চকু হালিত চকু পৰাত একো কব নোৱাৰিলো। তেওঁ ইমান করুণভাৱে মোলৈ কিয় চাই আছিল বুজিব নোৱাৰিলো। আৰু দুটা নিস্তেজ চকুত ইমান বেজাৰ ফুটি উঠা মই তাৰ আগতে দেখা নাছিলো। মই চকু নমাই লৈছিলো।

মই তেতিয়া মিলিটাৰী এৰ'ড্ৰোম এখনত কাম কৰিছিলো। কোৱাৰ্টাৰ মাষ্টাৰ্চ ছাপ্লাই বিভাগত। চিপাহী আৰু অফিচাৰ সকলৰ মূৰৰ ষ্টীল হেলমেটৰ পৰা ভৰিৰ মোজা যোৰলৈকে সাজ-সজ্জা বিলাই দিব লাগে। কোঢ়া-মুঠীয়া নিয়ন্ত্ৰণ ব্যৱস্থা প্ৰৱৰ্ত্তন নোহোৱালৈকে গেঞ্জি, আণ্ডাৰওৱেৰ, ছিল্কৰ মসৃন মোজা আমাৰ ভাগতো পৰিছিল—মানে আমি ভাৰতীয়

কৰ্ম্মচাৰী সকলেও এনে সৰু-সুৰা বস্তু সৰকাইছিলো। চিপাহীইঁতৰো দুই-এজনে আমাক খাটনি ধৰিছিল, বেয়া বা পুৰণি নোহোৱাকৈয়ে দুই এপদ বস্তু সলাই দিবলৈ। পিচলৈ অৱশ্যে আমাৰ অত্যাচাৰত কর্তৃপক্ষ বেঁকা হৈ উঠিল।

সেইদিনা সেই হটঙা মার্কিন চিপাহী জনেও নতুন কামিজ এটা বিচাৰি আহিছিল; আগতে হেনো ফটা কামিজ এটা দি গৈছিল। তেওঁৰ কার্ড খন উলিয়াই চালো, হয়, এটা কামিজ পাব লাগে। কিন্তু তেওঁৰ জোখৰ কামিজহে নোলাল; মানুহজন অস্বাভাৱিক ভাৱেই শকত-আৱত। [ পিচত তেওঁৰ ডিঙিৰ জোখটোৰ কথা কওঁতে আমাৰ লগত কাম কৰা আন এজন মার্কিন চিপাহীয়ে কৈ উঠিছিল, "হে ঈশ্বৰ। ই মানুহ নহয়, এটা গাহৰিহে।" ] পিচৰ সপ্তাহত আকৌ খবৰ কৰিবলৈ কৈ তেওঁক বিদায় দিছিলো। কার্ড খনৰ তাৰিখটো চাই বুজিলো যে তেওঁ কামিজটো বিচাৰিবৰ ইতিমধ্যেই তিনি সপ্তাহ মান হৈ গ'ল। কিন্তু তথাপি একো ওজৰ-আপত্তি বা উচ্চ-বাচ্য নকৰি তেওঁ গুচি গৈছিল। মাত্র যাবৰ সময়তহে কামিজটোৰ লগত সমন্ধ নথকা কথা এষাৰ কৈ গৈছিল, "যি মানুহে নিজকে সুখী বুলি কব পাৰে সেই মানুহ আনৰ ঈর্ষাৰ পাত্র।"

তেওঁৰ কথাত মই আৰু বিশেষ মূল্য দিয়া নাছিলো। কাম আৰু সংসাৰৰ মাজত বুৰ গৈ সহজে পাহৰিও গৈছিলো। কিন্তু তেওঁৰ কথা মনত ৰাখিবলৈ ক্রমে ক্রমে মই বাধ্য হৈছিলো।

মানুহজন ছ-ফুট চাৰি ইঞ্চিমান ওখ। গলধনটো প্রকাণ্ড। চুলিবোৰ চুটি চুটি, দুই-এডালত পকো ধৰিছিল। বয়স ৩৭।৩৮ বছৰ হ'ব। নাকটো ডাঙৰ, পোন, জোঙা। হাতৰ আঙুলিবোৰ ঠৰঙা, ডাঙৰ, ছাইন-প'ষ্টৰ দৰে মুকলি হৈ থাকে। কঁকালৰ চিন নায়েই বুলিব লাগে, পেটি-মৰা পেণ্টটো নাইৰ তললৈ গৈ কথমপিহে খহি নপৰাকৈ থাকে। কাপোৰ-কানিৰ তেনেকৈ লাগ-বান্ধ নাই, অধলাই বুলিব পাৰি; ধোবাই ধোৱা কাপোৰ এসাজ পিন্ধিলে প্রথম দিনাহে অলপ মুকলি

দেখি; পিচদিনাৰ পৰা আকৌ জধলা হৈ পৰিব। প্ৰাইভেটৰ চিন থকা খাকী টুপীটো তেল-চিকটি লগা। সেইটো সলাবলৈ নাহে।

কেবাদিনো লগ পোৱাৰ পিচত কাৰ্ডখনত দেখা নামটো মোৰ মনত ৰ'লগৈ: ছেমুৱেল জাৰিগা—লগৰ মানুহে ছেম বুলি মাতে। কিন্তু জোকাবলৈ চেষ্টা নকৰিলেহে তেওঁক ছেম বুলি মাতে, নহলে সাধাৰণতে "দি বুদ্ধ" বুলিলেহে ছেমুৱেল জাৰিগাক বুজায়। কাৰণ তেওঁ মিলিটেৰীত থাকিও সংসাৰ বিৰাগী ধৰণৰ মানুহ। সৈনিকৰ হৈ-চৈৰ মাজত তেওঁ কোনো দিন নাছিল। লগৰীয়াৰ সৈতে বজাৰে বজাৰে ঘূৰে, কিন্তু তথাপি উদাস হৈ নিমাতে থাকিব। কেম্পত খেল-ধেমালি হয়, মেল-আড্ডা বহে, ছেম এচুকত বহি থাকে। তেওঁৰ এই নিঃসঙ্গতা সকলোৰে চকুত পৰে, কিন্তু কোনেও মন নকৰে; কোনোবাই যদি মন কৰেও তেন্তে বুদ্ধদেৱৰ শান্ত-সৌম্য-সমাহিত মূৰ্ত্তিটোৰ দৰে বহুৱাই দিয়ে।

এইবোৰ কথা মই আমাৰ লগত কাম কৰা ৱাণ্টাৰ বাৰ্লী নামৰ নিগ্ৰো কৰ্পবেল জনৰ মুখে শুনিছিলো। ৱাণ্টাৰ ছেমৰ সম্পূৰ্ণ বিপৰীত—সদা-হাস্য, ছটফটীয়া, ফিট-ফাট আৰু বৰ কথাচহকী। আমেৰিকান হিচাপে বৰ ওখ-পাখ আৰু শকত-আৱত নহয়, মুখখন অৱশ্যে মৰম লগা। বাৰ্লীৰ মুখত কথা, হাঁহি, গান যি কোনো এবিধ লাগিয়ে থাকে। গুদামৰ ভিতৰতে কেতিয়াবা কেতিয়াবা তেওঁৰ শ্বেতকায় বন্ধু এজনক ধৰি বলৰুম ডেন্স কৰিবলৈ লাগি যায়। নিজৰ ঘৰৰ কথা কেতিয়াও নকয়, কিন্তু দেশত কেইজনী ছোৱালীৰ মূৰ খাই থৈছে তাৰ লেখ দিবলৈ বৰ ভাল পায়। অবাইচ মাতৰ বাহিৰে আমাৰ দেশৰ আন একো কথা শিকিবৰ আগ্ৰহ মই ৱাণ্টাৰৰ দেখা নাছিলো। মুঠতে সাধাৰণ মাৰ্কিন চিপাহী এজনৰ ধাৰণা ৱাণ্টাৰৰ গাত খাপ খাই পৰে।

এই ৱাণ্টাৰৰ পৰাই জানিব পাৰিছিলো যে তেওঁলোক দুয়ো কেণ্টুকীৰ একেখন চহৰৰ মানুহ। 'বাডী' নহলেও পৰস্পৰে পৰস্পৰক ভালদৰেই চিনি পায়। ৱাণ্টাৰ যি প্ৰকৃতিৰ ডেকা, ছেম তেওঁৰ অন্তৰঙ্গ বন্ধু নোহোৱাই স্বাভাৱিক। ৱাণ্টাৰেই কৈছিল, ছেমুৱেলৰ

লৰা-ছোৱালী সাতটা। মিলিটেৰীত নাম ভৰ্ত্তি কৰাৰ আগতে গেৰেজ এটাত সামান্য মেকানিকৰ কাম কৰিছিল। সংসাৰত উন্নতি কৰিবলৈ যত্ন কৰাতকৈ বোলে দুখ-বেজাৰ কৰি থকাটোহে ছেমুৱেলৰ স্বভাৱ। গতিকে কষ্টে-মষ্টে চলা ডাঙৰ সংসাৰ খনত ঘৈনীয়েকৰ খেচখেচনি খাওঁতেই যায়। বেচেৰা নিৰ্ব্বিৰোধ মানুহ, কেতিয়াও কাজিয়া-পেচাল নকৰে, "ঘৈনীয়েকে খং কৰিলে মাত্ৰ গোমোথা মাৰি বহি থাকে। ৱাল্টাৰৰ ভাষাত, "ৰাতি ছেমক আলিবাটত লগ পালেই বুজিব লাগিব যে ঘৰত মিছেছ তিভিৰি- তুলা হৈ আছে।"

ৱাল্টাৰেই কৈছিল্ল যে ছেমৱেলৰ পৰিবাৰ চহৰখনত জাস্তিপী নামে জনাজাত। গিৰিয়েকতকৈ ভালেখিনি চাপৰ, লিচপিচীয়া মানুহ জনী। ল'ৰা-ছোৱালী হৈ হৈ এতিয়া হাড়ে-চালেহে আছেগৈ। অতিপাত খং-চোকা তিৰোতা মিছেছ জাৰিগা। জীয়ৰী কালৰ নাম বেটী। বিয়াখন হৈছিল বেটীৰ চেষ্টাতে, "নহলে আমাৰ বুদ্ধদেৱ সংসাৰী হোৱা বিধৰ মানুহ নাছিল," ৱাল্টাৰৰ ধাৰণা। ছেমৰ বিশাল বুকুৰ মাজত অগাধ প্ৰেম আৰু প্ৰকাণ্ড অৱয়বটোৰ মাজত অপাৰ পৌৰুষ বেটীয়ে বিচাৰিছিল। সেই দুটাৰ অভাৱ হয়তো ছেমৰ মাজত নাছিল, কিন্তু বেটীয়ে যি ধৰণে আৰু যি পৰিমাণে বিচাৰিছিল সেই অনুপাতে নেপালে; কাৰণ সেই দুটা বস্তু থাকিলেও স্বভাৱৰ দোষত তাক দিব পৰা মন ছেমৰ নাছিল। ফলত বেটী নিৰাশ হৈছিল। তথাপি নিজে মনে-খনা পুখুৰী পুতি পেলাব নোৱাৰি তাতে সন্তুষ্ট হবলৈ যত্ন কৰিলে। কিন্তু সন্তুষ্ট হোৱা আৰু সন্তুষ্ট হবলৈ যত্ন কৰা দুটা বেলেগ কথা। নৈৰাশ্যৰ পৰা ওপজা ক্ষোভ ক্ৰমাৎ বাঢ়ি গ'ল বৰ্দ্ধিষ্ণু সংসাৰৰ বৰ্দ্ধিষ্ণু অভাৱৰ ফল স্বৰূপে। মানুহজনী আছিল বেচ আটিল, বেচ কৰ্ম্মপটু, কোনো দুখ-ভাগৰলৈ ভ্ৰূক্ষেপ নকৰি গা-খাটি, মাখিৰ মূৰৰ ঘিউ কাঢ়ি কাঢ়ি ঘৰখন চলায়। কিন্তু তেওঁ ক্ৰমাৎ খিংখিঙীয়াও হৈ আহিল বেছি। গতিকে স্বভাৱতে অসুখী ছেমুৱেলৰ অশান্তিও বাঢ়ি আহিল।

এইবোৰ কথা শুনি ছেমুৱেল জাৰিগালৈ মই অলপ বেলেগ চকুৰে চোৱা হলো। অলপ সহানিভূতিও হ'ল। বেচেৰাই মনৰ শান্তি বিচাৰি পোৱা নাই; গতিকে লগৰ চিপাহীহঁতে জোকাই-মেলি থকাটো বৰ ঠিক কথা হোৱা নাই। নিতান্ত নিৰ্জ্জু ভাল মানুহ কাৰণেহে সকলো অত্যাচাৰ সহি থাকে। তেতিয়াৰে পৰা মই ছেমুৱেলক লগ পালেই ভালদৰে নানান কথা পাতিবলৈ ধৰা হলো। গা কেনে সোধো, ঘঁৰৰ খা-খবৰ পাইছেনে নাই, ভাৰতখন কেনেকুৱা লাগিছে, এইবোৰ সোধো। তেওঁ বৰ ভদ্ৰভাৱে উত্তৰ দিয়ে, কয় যে আমাৰ দেশখন বৰ ডাঙৰ দেশ। বহু মনীষীৰ এইখন জন্মভূমি পল ব্ৰাণ্টন আৰু স্বামী যোগানন্দৰ কিতাপত আজিও ভাৰতৰ আধ্যাত্মিক উৎকৰ্ষৰ চৰ্চ্চা হোৱাৰ কথা কয় [ মই আৰু' এইবোৰ কিতাপৰ নামকে শুনা নাই, সেইবাবে গা বচাই হুঁ-হুঁ কৰি যাওঁ ]।

এদিন আবেলি ছেমুৱেল হঠাৎ মোৰ ঘৰ ওলালহি। সেই দিনা ঘৰোৱাহি কামত মই ছুটী লৈ আছিলো। আবেলি আজৰি হৈ এবছৰীয়া ছোৱালী জনী কোলাত নচুৱাই নচুৱাই পদূলিতে বৈ আছিলো। ঘৰৰ সমুখৰ আলিবাট ডোখৰেদি অগণন বাটৰুৱাৰ সৈতে মাজে মাজে বিদেশী সৈনিক দুই-চাৰি জনকো গৈ থকা দেখিছিলো। এবাৰ তাৰ এজন হঠাৎ বৈ গ'ল আৰু মোৰ ফালে বৰকৈ চাব ধৰিলে। মোৰো অলপ কৌতুহল হৈছিল, অলপ ভয়ো খাইছিলো যেতিয়া চিপাহী জন মোৰ ফালে আগুৱাই আহিল। কিন্তু ওচৰ পালত ছেমুৱেল বুলি চিনি পাই আশ্বস্ত হলো।

তেওঁ বেছ উৎফুল্ল হৈয়েই মোক মাত লগাই কলে যে ট্ৰাকত উঠি এজাক চিপাহী দূৰৰ এঠাইত কাম কৰিবলৈ গৈছিল। উলটি আহোতে সময় থকা বাবে ঠাই চাবৰ মনেৰে তাৰে কিছুমানে বাটত নামি গ'ল। "আপুনি ইয়াত থাকে বুলি কবই পৰা নাছিলো।" এই বুলি তেওঁ মোৰ ছোৱালী জনীৰ লগত নানান অঙ্গি-ভঙ্গি কৰি-ধেমালি কৰিবলৈ ধৰিলে।

আধা ভদ্ৰতাৰ খাটিৰত, আধা আগ্ৰহেৰে মই ছেমুৱেলক মোৰ ঘৰলৈ মাতি লৈ গলো। মিলিটেৰীৰ লগত হলি-গলি কৰিবলৈ ভয়ো লাগে। ওচৰ-চুবুৰীয়ায়ো ভাল চকুৰে নেচায়। তাতে মোৰ ঘৰটোও বৰ ভাল বিধৰ নহয়, ভিতৰত আচ-বাবৰ নামত যি কেই ডোখৰ কাঠ আছে দেখুৱাবলৈকে লাজ লাগে। ছেমুৱেল চহকী দেশৰ চাহাব মানুহ, কি আদব-কায়দাৰে বা থাকে কোনে জানে! গতিকে অলপ সঙ্কোচো হৈছিল কিন্তু তেওঁৰ কথাবোৰ জনাৰ পৰা তেওঁৰ প্ৰতি মোৰ মনত অলপ বেলেগ ভাৱ হৈছিল। তেওঁক সহানুভূতি দেখুৱাবলৈ পাই মই ভালেই পাইছিলো।

ছেমুৱেলক বহিবলৈ দি মই ভিতৰত খবৰ দিলোগৈ যে আমেৰিকান চিপাহী এজন আহিছে, শুদা চাহকে একাপ খুৱাব লাগে। চাহ লৈ পৰিবাৰক ওলাই আহিবলৈ কলো। তেওঁ মান্তি হব নোখোজে কোনোমতে। শেষত যেতিয়া কলো যে তেওঁ ওলাই নাহিলে মোৰ সম্মানেই নৰয় তেতিয়াহে ঘামি-জামি কলে, "মই কিন্তু চাহ কাপ দিয়েই পলাম।" ছোৱালীজনী কাৰোবাৰ হাতত দি মই ওলাই আহি ছেমুৱেলৰ লগত কথা পাতিবলৈ ধৰিলো। কলো যে মোৰ সামান্য ঘৰ। মিলিটেৰীৰ কামত সোমোৱাৰ আগতে মই নিচেই কম দৰমহাৰ চাকৰি এটা কৰিছিলো। আমাৰ ঠাইডোখৰ নগৰো নহয় গাওঁও নহয়, সেই বাবে কষ্টে-মষ্টে কোনো মতে চলি যায়, ইত্যাদি। [ নকলো যে মই আগতে ত্ৰিশ টকা দৰমহাত আলিমহৰিৰ কাম কৰিছিলো, গাৱঁৰ নিচিনা সুবিধা থকা বাবে আমি এতিয়াও খেতি বাতি কৰি খাওঁ। মিলিটেৰী চাকৰিত মাহে এশবিশ টকাকৈ পাই মোৰ উপাৰ্জ্জন ভালেই হৈছে, মিলিটেৰীৰ সৈতে আওপকীয়া দুই-এটা কাৰবাৰ কৰিও দুপইচা আৰ্জ্জিছো। ] মোৰ লঘিমা দেখি ছেমুৱেলেও নম্ৰভাৱে কলে যে তেওঁও সাধাৰণ অৱস্থাৰ মানুহ। দেশত কোনো মতেহে পেট প্ৰৱৰ্ত্তাইছিল, যুদ্ধৰ পিচতো সেই একেই অৱস্থাই কিজানি হবগৈ; মোৰতো অৱস্থা ভালেই দেখিছে, আহল-বহল মাটি গ্ৰডৰাত নিজা ঘৰ আছে। আৰুনো কি লাগিছে?

চুবুৰিৰ মানুহে আঁতৰৰ পৰা বৰ কৌতূহলেৰে ছেমুৰেলক চাই চাই গৈছিল। ল'ৰা-ছোৱালীহঁতেতো খিড়িকীদিয়েই ভুমুকি মাৰি চাইছিল। মই লাজ পাইছিলোঁ। ছেমুৰেলক মই কৈছিলো তেওঁ যেন বেয়া নেপায়, বিদেশী অতিথি এজনৰ ওচৰত সিহঁতৰ এই আচৰণ বৰ ঠিক হোৱা নাই। উত্তৰত তেওঁ কৈ উঠিছিল, "সেইটো কি কথা? ইয়াত বেয়া পাবৰ কিটো আছে? এইটো স্বাভাৱিক কথা। আপুনি মোৰ ঘৰলৈ গলে আমাৰ ল'ৰা-ছোৱালীয়ে বেৰি নধৰিবনে?"

চাহ লৈ পৰিবাৰ ওলাই আহিল। তেওঁক দেখিয়েই ছেমুৰেল বহাৰ পৰা উঠিল। মই চিনাকি কৰি দি কলো যে দুখৰ বিষয় তেওঁ ইংৰাজী নেজানে। ছেমুৰেলে কষ্ট কৰি হাত দুখন বুকুৰ ওপৰলৈ নি কলে, "নমস্তে!" চাহ আৰু কাপ-প্লেট অনা ডাঙৰ কাঁহীখন টেবুলত থৈ আমাৰ তেওঁ তেতিয়া ৰঙা পৰিছিল। বেচেৰী, বয়সো তেতিয়া বৰ কম আছিল। ইফালে মই পোন্দোৱাকৈ চায়েই আছো কৰবাত কিজানি ভুল কৰিয়েই পেলায়! ছেমুৰেলে নমস্কাৰ দিয়াৰ লগে লগে তেওঁ মোৰ চকুলৈ চাই—বোধকৰো মোৰ চকুৰ ইঙ্গিত বুজি পাই—তেওঁৰ হাত দুখন দাঙি প্ৰতি-নমস্কাৰ জনালে [ মোৰ বন্ধু-বান্ধৱক প্ৰথম বাৰ লগ পালেই নমস্কাৰ দিবলৈ তেওঁক অৱশ্যে কেতিয়াবাই শিকাই থোৱা হৈছিল ]। তাৰ পিচত তেওঁ "আপোনালোকে চাহ খাওক" বুলি কৈ হাঁহি মাৰি আলহীৰ পিনে চাই ভিতৰ সোমাই গ'ল।

তেওঁ কি কৈ গ'ল মই বুজাই দিয়াত ছেমুৰেলে বৰ আমোদ পালে। তাৰ পিচত আমি চাহ খাবলৈ ধৰিলো। দুখন প্লেটত নাৰিকলৰ লাড়ু আৰু অলপ অলপ নিমখীয়া কাজুবাদাম দিয়া হৈছিল। তাকে চোবাই-চোবাই আমি চাহ খাইছিলো আৰু কথা পাতিছিলো। মই সুধিছিলো, ইয়াত ল'ৰা-ছোৱালী দেখি তেওঁৰ কিজানি নিজৰ ল'ৰা-ছোৱালীলৈ খুব মনত পৰে।

তেওঁ উত্তৰ দিছিল, "মনত পৰে। কিন্তু কেতিয়াবা বিতৃষ্ণাও লাগে। মোৰ ল'ৰা-ছোৱালী সাতটা।"

"জানো। আপোনাৰ কথা বাৰ্লীয়ে কৈছে।"

"কৈছেনে ?" তেওঁ যেন আতঙ্কিত হৈ উঠিল ; "কি কৈছে ?"

তৎক্ষণাৎ সাৱধান হৈ কলো, "কৈছে যে আপোনালোকৰ মনে-চিতে মিলা বিয়া সফল হৈছে, সংসাৰত কিছু কিছু আহুকাল থাকিলেও আপোনালোকে একো আপত্তি নকৰি চলি যায় আৰু ল'ৰা-ছোৱালীক মৰম কৰে, এইবোৰ আৰু।"

ছেমুৱেলে স্বস্তিৰ নিশ্বাস পেলালে। কিন্তু তলমূৰকৈ থাকি অলপ সময়লৈ কিবা চিন্তাত মগ্ন হ'ল। তাৰ পিচত চাহ কাপ শেহ কৰি তেওঁ কলে, "বুজিছে, সঁচা কথা কবলৈ হলে মই ইমানবোৰ ল'ৰা-ছোৱালী কাহানিও বিচৰা নাছিলো। জঞ্জালনো বাৰু কোনে ভাল পায় ? কিন্তু বেটীৰ মতে চলিবলৈ গৈহে এনে অৱস্থা হৈছে—বেটী মোৰ স্ত্রীৰ নাম। তাকে নকৰা হলেই মিছামিছি কাজিয়া আৰু অশান্তিৰ সৃষ্টি হ'লহেতেন।"

উৎসাহ দিবলৈকে মই কৈছিলো, "এৰা, এৰা-ধৰাকৈ মিলা-প্রীতিৰে থকাই ভাল।" তেওঁক একো নমতা দেখি ময়েই আকৌ যোগ দিছিলো, "তথাপি বিচৰা নাছিল বুলি জানো হোৱা ল'ৰা-ছোৱালী কেইটাক আপুনি ভাল নোপোৱাকৈ থাকিব পাৰিব ?"

তেওঁ কলে, "চাওক, মোৰ মনৰ ভাৱ আপোনাক ঠিক বুজাব নোৱাৰিম। মোৰ ল'ৰা-ছোৱালী কেইটাক মই নিশ্চয় ভাল পাওঁ, সিহঁতৰ কাৰণে মই কষ্ট কৰিবলৈকো ভাল পাওঁ। কিন্তু কেতিয়াবা কেতিয়াবা মই সিহঁতৰ প্রতি ভালপোৱা-বেয়াপোৱা একোকে অনুভৱ নকৰা হওঁ। মোৰ নহৈ সিহঁতো আনৰো হ'ব পাৰিলেহেতেন! মই যেনেকৈ মোৰ আই-বোপাইৰ কথা পাহৰি গৈছোঁ সিহঁতেও এদিন মোৰ কথা পাহৰি যাব। তেন্তে আমি পিতৃ-সন্তান হৈ কি লাভ হ'ল ? তদুপৰি মই এদিন মৰি যাম, বেটীও মৰিব, ল'ৰা-ছোৱালীও মৰিব। কাৰো একো চিন নেথাকিব। তেন্তে সংসাৰ কৰি লাভ ?"

মোৰ মনত পৰিছিল ছেমুৱেলক বুদ্ধদেৱ বুলি জোকোৱাৰ কথা। কিন্তু কথা তেওঁ ইমান ঐকান্তিক ভাৱে কৈছিল যে সেই সময়ত তেওঁক

জোকাই ধেমালি কৰিবৰ মন নগ'ল। মাত্র কলো, "এইবোৰ তত্ত্ব কথা মই বৰকৈ বুজি নেপাওঁ। আপুনি যে মিছা কৈছে এনে নহয়। আপুনি ঠিকেই কৈছে। কিন্তু তাৰ উত্তৰ দিব পৰা ক্ষমতা মোৰ নাই।"

ছেমুৱেলে হাঁহি কলে, "এইবোৰ ভাৱি ভাৱি ময়ো পাৰ পোৱা নাই। ভাবো কাৰণে মানুহে মোক দি বুদ্ধ বুলি পেংলাই কৰে। ভাৱি পাৰ নেপালেও মই মূৰ ঘমাওঁ, আপুনি নঘমায়, আপুনি কব পাৰে যে আপুনি সুখী, মই কব নোৱাৰো। আমাৰ মাজত সেয়ে পাৰ্থক্য।"

তেওঁ বৈ গ'ল। ময়ো কবলৈ একো বিচাৰি নেপালো। অলপ পিচত তেওঁৱেই সুধিলে, "আপুনিতো মোক কেতিয়াও সোধা নাই মই কিয় মিলিটাৰীত সোমাই যুদ্ধলৈ আহিলো ?"

অলপ ভাৱি, তেওঁক ভালৰি বোলাবলৈকে কলো,—"মিত্ৰ পক্ষই যি কাৰণে যুজিছে—জাপান আৰু জাৰ্ম্মানীৰ গৰাহৰ পৰা মানৱ জাতিক ৰক্ষা কৰিবৰ কাৰণে।"

ছেমুৱেলে আকৌ হাঁহিলে : "সেইটো হয়, কিন্তু মোৰ ক্ষেত্ৰত সেইটো অৰ্দ্ধ সত্য। ফ্ৰণ্টলৈ নহাকৈও মই থাকিব পাৰিলোহেঁতেন। কিন্তু আহিলো। আপোনাৰ আগত নকৈ কি, মই এটা বিৰক্ত মানুহ; সংসাৰত থাকি মই অলপো সুখী নহওঁ; যন্ত্ৰৰ দৰে কাম কৰি যাওঁ কিন্তু কামবোৰৰ একো অৰ্থ বিচাৰি নেপাওঁ। য'লৈকে যাওঁ দুখ পাওঁ। বেটীক গ্ৰহণ নকৰিলোহেতেন, কিন্তু বেচেৰীয়ে বেয়া পাৰ বুলিয়েই বিয়াত সম্মতি দিলো। তাৰ পৰা মোৰ দুখ বাঢ়িলহে। এনেকুৱা অশান্তিৰ সময়তে প্ৰাচ্যৰ নানান কথা, আপোনালোকৰ দেশৰ কথা মাজে মাজে পঢ়ি মই সকাহ পাইছিলো। পল ব্ৰাণ্টনৰ কথা আপোনাক কৈছোঁৱেই। প্ৰাচ্যই মোক আহ্বান কৰি আছিল। যুদ্ধই সেই সুবিধা দিলে। অহাৰে পৰা ইয়াৰ মানুহক বুজিবলৈ যত্ন কৰিছো।"

মই সুধিলো, "কিবা ৰসস্থ ভেদ কৰিব পাৰিছেগৈনে ?"

"নাই পৰা। সহজ নহয়। কিন্তু ৰহস্যৰ সন্ধান পোৱা যেন লাগে।

এই দেশৰ মানুহৰ্ জীৱন ৰচনা পদ্ধতি আমাৰ পৰা বেলেগ। তাতেই কিবা এটা আছে যেন লাগে।”

সেই দিনা তেনেকুৱা কথা বহুপৰলৈ কৈ গধূলি আন্ধাৰ হোৱা সময়ত ছেমুৱেল গ’লগৈ। যাওঁতে মোৰ স্ত্ৰীক আকৌ মাত লগাই গ’ল; আমাৰ ঘৰলৈ আহি বৰ ভাল পালে বুলি আৰু আমাৰ কথা মিছেছ্ ভাবিগালৈ লিখিব বুলি কৈ গ’ল। ছেমুৱেলৰ মাজত মই সেই দিনা এটা নতুন মানুহ আৱিষ্কাৰ কৰিলো, যদিও সম্পূৰ্ণৰূপে হৃদয়ঙ্গম কৰিব পৰা নাছিলো। ইমান ডাঙৰ ডাঙৰ কথা ভৰা মানুহটোলৈ মোৰ শ্ৰদ্ধা উপজিল।

তাৰ পিচত লগ পালেই আমি আন্তৰিকতাৰে কথা পাতো। দুয়ো বন্ধু হৈ উঠিলো। পৰস্পৰে পৰস্পৰৰ ঘৰৰ খা-খবৰ লোৱা হলো। এদিন ছেমুৱেলে মোক সুধিছিল, মই উপন্যাস-চুপন্যাস পঢ়ো নেকি বুলি। মই ফাকি দিছিলো, দুই-এখন পঢ়ো কেতিয়াবা। কিবা-কিবি কেবা খনৰো কথা সুধিছিল, মই এখনো পঢ়া নাছিলো। তেওঁ পায় যদি বিচাৰি দিব বুলি আশ্বাস দিলে। এদিন জেমছ হিল্টনৰ “লষ্ট হৰাইজন” (“হেৰোৱা দিগন্ত”) খন আনি দিলেহি। দিয়াৰ পিচৰ পৰাই তেওঁ সুধিবলৈ ধৰিলে পঢ়িছো নে নাই। কেবাদিনলৈকে নাই পঢ়া বুলি কৈ কৈ লাজ পাই এদিন পঢ়িবলৈ আৰম্ভ কৰিলো। পেছোৱাৰৰ পৰা বিমান এখনত কেইজন মান মানুহক তিব্বতৰ পিনে (এতিয়া ভাল দৰে মনত নাই) পাহাৰৰ মাজৰ ছাংৰি-লা নামৰ এক অজ্ঞাত মঠলৈ নিয়াৰ কথা আৰু তাত আত্মাৰ শান্তিৰ কথা উপলব্ধি কৰাৰ কথা পঢ়িলো।

কিতাপখন পঢ়ি থাকোতেই এদিন শুনিলো এদল সৈন্যৰ লগত ছেমুৱেল ব্ৰহ্ম নে চীনৰ সীমান্তলৈ গ’ল। যুদ্ধলৈ শিবিৰৰ পৰা সৈনিক তেনেকৈ যায়েই, তাত আচৰিত হব লগীয়া একো নাই। কিন্তু বাৰ্ত্তাইতক কোৱা-কুই কৰা শুনিলো, তেওঁ বোলে বিমানত উঠি এইদৰে ফ্ৰণ্টলৈ স্বেচ্ছাই আগবাঢ়ি ওলাইছিল। মোৰ অনুমান হ’ল যেন সেই গল্পৰ বিমান যাত্ৰাৰ দৰেই কোনো অজ্ঞাত ঠাইলৈ মনৰ শান্তি বিচাৰিহে ছেমুৱেল সেইদৰে গ’লগৈ।

মনটো অলপ বেয়া লাগিল। আমাৰ ফিল্ডগ্বন খাচ ৰণক্ষেত্ৰৰ পৰা বহুত দূৰৈত, টোপৰ ধ্বনি য'ত কাচিৎহে শুনিবলৈ পোৱা যায়। বিভীষিকাতকৈ আমোদ-আহ্লাদকে আমি যুদ্ধৰ অৱদান বুলি ভাৱিছিলো। এনে অৱস্থাত লগৰে মানুহ এজন সীমান্তলৈ গুচি গলে দুখ লাগিবৰে কথা। তাতে আমাৰ গুদামলৈ মৰা মানুহৰ বস্তু-বাহানি মাজে-সময়ে আহে, তেজলগা কাপোৰ-কানি, স্ত্ৰী বা সন্তানৰ ফটো থকা মনি-বেগ ইত্যাদি; খুলি চাবলৈকে আমাৰ ভয় লাগে। ঈশ্বৰে নকৰক, ছেমুৱেলৰ বস্তু ভৰা কিটবেগ এটা যদি কেতিয়াবা আহি যায়?

এবছৰ মানৰ পিচতে যুদ্ধ শেষ হ'ল। সেই এবছৰ আমি ছেমুৱেলৰ একো খবৰ নেপাওঁ। জৰ্ম্মানীয়ে আত্মসমৰ্পন কৰোতেই সৈনিকহঁতৰ মনত আনন্দৰ সীমা নোহোৱা হৈছিল—গান-বাজনাৰে কেম্প অঞ্চলত সমদল যাত্ৰা কৰিছিল। জাপানৰ পৰাজয়ৰ পিচততো শিবিৰ সামৰি দিহা-দিহি যাবলৈকে ওলাল। আমাৰ চাকৰিৰ মিয়াদো উকলি আহিল। মই চাকৰিৰ সন্ধানত ঘুৰিবলৈ ধৰিলো। অৰ্ডনেন্স ডিপো কিছুমান গঢ়ি উঠিছিল, সেই বোৰতে চেষ্টা কৰিলো। এঠাইত এটা পোৱাৰ আশাও হ'ল।

এদিন পুৰণি অফিচলৈ গলো। যাবলৈ ওলোৱা সৈনিক দুই-এজনক মাত লগাবলৈ গৈছিলো। আমাৰ অফিচটো বন্ধ। এটা তম্বুৰ পৰা ওলাই অহা বাৰ্লীয়ে কলে, "বুদ্ধদেৱ ঘুৰি আহিল নহয়! সৌ এশ নং তম্বুতে আছে। আমি উলটি যাবলৈ ওলালো।"

মই লৰালৰিকৈ এশ নং তামিঘৰালৈ গলো। ছেমুৱেল অকলে উদং খাটিয়া এখন বহি আছিল। মজিয়াত পৰি আছিল ওফন্দা কিটবেগ, টিনৰ ছুটকেচ, আন টালি-টোপোলা। মই যোৱাত কোলাতে হাত দুখন পেলাই বহি থকা ছেমুৱেলে মুৰ দাঙি চালে। মানুহটো আগতকৈ বহুত ক'লা পৰিছে; চকুৰ চুকবোৰ বৰকৈ কোঁচ খাইছে; মনটো মৰা; কাপোৰ-কানিও মলিয়ন আৰু শোত-মোচ খোৱা। তেল দুকাই অহা চাকি এটা হঠাৎ এবাৰ বেছিকৈ জ্বলি উঠাৰ দৰে মোক দেখি তেওঁৰ চকু দুটা উজলি উঠিল। বহাৰ পৰা উঠি তেওঁ হাত আগ বঢ়াই দিলে।

সেই হাত মই নিজৰ হাতত লৈ কলো, "আপোনালোক যাবগৈ বুলি শুনি গুডবাই দিবলৈ আহিলো। আপোনাৰ কথা বাৰ্লীয়ে এই মাত্ৰ কলে।"

মোক আথে-বেথে খাটিয়া খনতে বহুৱাই ছেমুৱেলে কলে, "আপোনাক কেনেকৈ লগ পাম ভাবিয়েই আছিলো। মই আজি ৰাতিপুৱা পালোহি। কাইলৈ ৰাতিপুৱা আমাৰ ইয়াৰ কেউটা স্কোৱাড্ৰন উঠি যাব লাগিব। আপোনাক লগ নোপোৱাকৈ যোৱা হলে মোৰ বৰ দুখ লৈ গ'লহেতেন।"

মই কলো, "স্বদেশলৈ আপোন জনৰ ওচৰলৈ বহুত দিনৰ মূৰত যাবলৈ পাম বুলি আপোনালোক আটাইৰে বৰ আনন্দ লাগিছে নহয়নে?"

"সেইটো স্বাভাৱিক। মাত্ৰ মইহে বিশেষ একো উৎসাহ পোৱা নাই।" কিয় বুলি সুধিব খুজিছিলো, কিন্তু তাৰ আগতেই তেওঁ মোক বহিবলৈ কৈ বাহিৰলৈ ওলাই গ'ল। অলপ পিচতে ক'ৰবাৰ পৰা দুটা কাগজৰ গিলাচত ফলৰ ৰস লৈ তেওঁ উলটি আহিল। ওচৰা-ওচৰিকৈ বহি আমি তাকে খাই খাই কথা পাতিবলৈ ধৰিলো।

মই সুধিলো, "আপুনি ইমানদিন ক'ত আছিল?"

ক্ষীণ হাঁহি এটা মাৰি তেওঁ কলে, "নকব আৰু, একে ঠাইতে থকা নাছিলো, নানান ঠাই ঘুৰি ফুৰিলো। এবাৰ বাৰ দিন মালয়ৰ হাবি এখনত আন দুজনৰ লগত লুকাই থাকিব লগা হৈছিল। ভাগ্যে জাপানীহঁতে নেপালে। তাৰ পিচত কোনোমতে উদ্ধাৰ পাই মই সুবিধা বুজি মঠে মঠে, পেগোডাই পেগোডাই ঘুৰি ফুৰিলো। পিচে এই যুদ্ধৰ সময়ত প্ৰায় মঠকে শূন্য পালো। সকলোৱেই হাবিত আশ্ৰয় লৈছেগৈ।"

মই কলো, "আপুনি বৰ ক্ষীণালে, কিবা অসুখ হৈছিল নেকি?"

তেওঁ আকৌ ক্ষীণকৈ হাঁহিলে: "মেলেৰিয়া হৈছিল। কিন্তু বিশেষ একো নহয়। চেহেৰাটো চাগৈ আপুনি বেয়া দেখিছে। মই পিচে একো অনুভৱ নকৰো।"

মানুহটোৰ মাজত কিবা এটা গভীৰ বেদনা আছিল যেন লাগিল। কিন্তু কি মই ধৰিব নোৱাৰিলো। একে আষাৰে সোধাও টান, তেওঁ নিজেও নকয়। পৰস্পৰৰ পৰা চিৰবিদায় গ্ৰহণ কৰি আমি বাহিৰলৈ ওলাই আহিলো। তেওঁ মোক ঘাই বাটলৈকে আগবঢ়াই দিলে। এৰা-এৰি হবৰ সময়ত মই কলো, "দেশলৈ গলে আপোনাৰ স্বাস্থ্যৰ উন্নতি হব।"

ছেমুৱেলে কলে, "আগতকৈ বেছি দুখ লৈহে মই দেশলৈ উলটিছোঁ। মনৰ সুখ নহলে স্বাস্থ্য ভাল নহয়। যোৱা বছৰ দক্ষিণ-পূৱ এচিয়ালৈ গৈ মই যি দেখিলো, পৃথিৱীলৈ শান্তি ঘুৰি আহিবলৈ বহুত দিন লাগিব। যুদ্ধৰ আগতেও যদি মানুহৰ মুক্তিৰ কিবা আশা আছিল, এতিয়া সিও কমি গ'ল। এতিয়া ঘৰ আৰু চহৰ সাজোতেই মানুহৰ দিন যাব, তাকে কৰাত মানুহ ব্যস্ত হৈ থাকি থাকি বেয়া হৈ যাব। যুদ্ধই ভঙা পৃথিৱীত আজি বহু সজ কামৰ প্ৰয়োজন। সিমান সজ কাম কৰাৰ ক্ষমতা মানুহৰ নাই; সিমান সজ কামৰ বাবে উপযুক্ত মানুহো নাই।"

মই নীৰবে বিদায় লৈছিলো। তেওঁ বহু দূৰলৈকে মোক চাই আছিল। তেওঁৰ মনৰ দুখ অলপ অলপ উপলব্ধি কৰা যেন লাগিছিল।

চৈধ্য বছৰ মান পিছত সিদিনা মোৰ ডাঙৰ ছোৱালী জনীয়ে ভগৱান বুদ্ধৰ স্মৃতি সভা এখনত বুদ্ধদেৱৰ মহিমা বৰ্ণাই ৰচনা এখন পাঠ কৰিছিল। তাইৰ গৰ্ব্বিত পিতৃ হিচাপে ময়ো সভালৈ গৈছিলো। কিন্তু সেইদিনা মোৰ বাৰে বাৰে ছেমুৱেল জাৰিগালৈহে মনত পৰিছিল।

ছিন্নমূল

পেট্রলেৰে চলা গাড়ীৰ লগত যাৰ সম্বন্ধ, ঘূনীয়া বা ধেৰ্ধেৰীয়া সকলো মটৰ-লৰীৰ নম্বৰ আৰু মালিকৰ যি খবৰ ৰাখে আৰু অখ্যাত লাইনটোৰ "তুফান মেইল" ৰাছত যি অহা-যোৱা কৰে, তেওঁলোকৰ কাৰণে টোটাৰামক বেলেগে চিনাকি দিব নেলাগে। ওখই পাঁচ ফুট মান, পিন্ধনত খাকী লংপেণ্ট আৰু হাফছাৰ্ট, বেছ বগা আৰু হৃষ্টপুষ্ট, গাইমুৰা মুখখনৰ ওপৰত ফনীয়াবলৈ 'টাইম' নোপোৱা তেলডাঠ চুলিকোছা —আৰু গোলাৰ গাঁথ বন্ধা ৰচি এগছেৰে ডিঙিত সদায় ওলমি থকা হুইছেলটো: এই খিনিৰে টাকুৰি ঘূৰা দিয়া হেন্দিমেন টোটাৰামক উল্লিখিত সকলো মানুহে সহজেই চিনি পায়।

উল্লিখিত সকলো মানুহে ইয়াকো জানে যে তাৰ ডিঙিত সদায় ওলমি থকা হুইছেলটোৰ ব্যৱহাৰ টোটাৰামে কমেইহে কৰে। কাৰণ, তাৰ সদাহাস্য মুখখনৰ মাত ইমান ডাঙৰ আৰু খৰ যে তাত হুইছেলৰ দৰে বেলেগ যন্ত্ৰ এটাৰ আৰু আৱশ্যক নহয়। সি ইমান চিঞৰি চিঞৰি কথা কব পাৰে যে দূৰৰ পৰা ভয়ানক কাজিয়া হৈ থকা যেন লাগে। কিন্তু কাৰো লগত তাৰ একেৰি মনোমালিন্য হোৱাৰ কথা কোনেও কব নোৱাৰে।

"মাইকী মাস্থ? হাঁ মাইজী লোগতো যাবই লাগিব। আচ্ছা মই মাইকী মাস্থ অপ্লৰ কিলাছত বিঠাই দিম।" এনেকৈ কথা কৈ কৈ যাত্ৰী

বহুৱাব ধৰা টোটাৰামে যে পুৰুষ যাত্ৰীক অসন্তুষ্ট কৰে বা ছিট নাই বুলি এৰি থৈ আহে এনে নহয়। এই লাইনৰ বাছবোৰে যাত্ৰীৰ সুখ-দুখলৈ কাণ নিদি পইচাৰ লোভত মানুহক পাণ জপা দি জাপি তুলি লয় বুলি বাতৰি কাকতত 'সম্পাদকলৈ চিঠি' লিখি অভিযোগ কৰা হয়। "তুফান মেইল"তো কেতিয়াবা যাত্ৰী সকলে "এই টুটাৰাম আৰ মানুচ মত লেও" বুলি তীব্ৰ প্ৰতিবাদ কৰে। কিন্তু টোটাৰামে সদায় অতিৰিক্ত যাত্ৰী সকলক চুকে-কোনে ঠেলি-হেঁচি বহুৱাই হাত দুখনৰ পৰা চাপৰিবে ধূলি বালি জোকাৰি জোকাৰি স্বস্তিৰ নিশ্বাস পেলাই কয়, "বচ আভি পাণ নাই হুৱা, আভি পাৰ্চেলমে আনেৱালা লেমকা চিম্‌নি হুৱা—বহুত ফাক হায়।" তাৰ পিচত ড্ৰাইভাৰলৈ চিঞৰি কব, "বৰা ভাই, ইতিয়া চালাই দিয়ক। হাৱা লাগিলে চবকো আৰাম হব।"

মই প্ৰায়ে আগ ছিটত বহি যাওঁ। টোটাৰামৰ কাণ্ডবোৰ দেখি মনে মনে হাহোঁ। তাৰ কৌশল আৰু উপস্থিত বুদ্ধি দেখি ভালো লাগে। এদিন এজন যাত্ৰীৰ লগত ভাড়া দিয়া লৈ তাৰ মতান্তৰ হৈছিল। "তুফান মেইল"ত টিকেট দিয়া নহয়। টোটাৰামে হাতে হাতে ভাড়াৰ পইচা তুলি পেণ্টৰ পকেট দুটাত ভৰাই থয়। সেইদিনা আদ বাটত উঠা এজন ডেকাই সুধিলে, এই বাছত দুবাৰ ভাড়া লয় নেকি যে টোটাৰামে এবাৰ পইচা লোৱাৰ পিচতো আকৌ খুজিবলৈ আহিছে? টোটাৰামে জনালে যে ডেকাই আগতে কেতিয়াও ভাড়া দিয়া নাই। ডেকা গৰজি উঠিলে, "পাচফালৰ পেছেঞ্জাৰৰ যে পইচা লৈ গৈছা খবৰ আছেনে নাই?" ইয়াৰ পিচত হেণ্ডিমেনৰ খং উঠাই স্বাভাৱিক আছিল। কিন্তু টোটাৰামে শান্ত ভাৱে কলে, "আচ্ছা বাৰু, আপনাৰ ভাড়া নালাগে। এই পইচা মোকেই দিব লাগিব।" কাজিয়া সিমানতে শেষ হ'ল। টোটাৰামৰ অৱস্থা দেখি আমাৰ বেয়া লাগিছিল। কাৰণ টিকেটৰ ব্যৱস্থা নথকাত কোনে ভাড়া দিলে, কোনে নিদিলে ধৰা টান। জোৰ কাৰ্ দিলো বুলি কলে কৰিবলৈ একো নাই। সেই দিনা টোটাৰামে অযথা পইচা খুজিছিল বুলি কব নোৱাৰেঁ।। কিয়নো বাছখনৰ

বদনাম সি কৰিব নোৱাৰে। তথাপি যাত্ৰী জনৰ বিৰুদ্ধে একো প্ৰমাণ নাছিল।

বাছখন এঠাইত কিছু সময় বৈছিল। যাত্ৰীসকলে নামি চাহ-তামোল-বিড়ি-চিগাৰেট খাইছিল। তাৰ পিচত যেতিয়া বাছখন আকৌ চলিবলৈ ধৰিলে তেতিয়া এবাৰ হঠাৎ পাছ ফালে যাত্ৰী সকলৰ হাঁহিৰ বিৰাট ৰোল এটা উঠিল। ড্ৰাইভাৰ আৰু মই ইজন-সিজনৰ পৰা জানিব পাৰিলো যে সেই ডেকা যাত্ৰীজনে টোটাৰামক অৱশেষত ভাড়াটো দিলে; কলে বোলে ভুল তেওঁৰেই হৈছিল, আধলিটো জেপৰ এচুকত লুকাই আছিল আৰু সদায় এই বাছত অহা-যোৱা কৰি থাকে কাৰণে ভাড়া দিয়া যেনেই লাগিছিল।

বাছখনৰ "তুফান মেইল" নামটো টোটাৰামেই দিয়া। প্ৰথমে একো নাম নিদিয়াকৈয়ে নতুনকৈ পাৰ্মিট লৈ বাছখন চলোৱা হৈছিল। এমাহ মান চলোৱাৰ পিচতে টোটাৰাম কামত সোমালহি, তাৰ উৎফুল্লতাই বাছখন আৰু বাছ লাইনটোতে এটা নতুন সজীৱতা আনি দিলে। ধেমালি কৰি, চিঞৰ-বাখৰ কৰি, সকলো যাত্ৰীকে সন্তুষ্ট কৰি, বাছখনক সন্তানৰ দৰে মৰম কৰি "টুটাৰাম" এটা জনাজাত মানুহ হৈ উঠিল। যাত্ৰী সৰহ ভাগেই সৰু-সুৰা বেপাৰী, বাগিচাৰ বনুৱা আৰু গাৱঁলীয়া মানুহ—অসমীয়া মানুহে টোটাৰামক টুটাৰাম বুলি মাতে। সিয়েই এদিন প্ৰস্তাৱ দিলে যে আন সকলো বাছৰে নাম আছে—"ৰতাহী", "আকাশী", "মা-কালী"—গতিকে আমাৰ বাছৰো এটা নাম দিব লাগে।

টোটাৰামৰ প্ৰস্তাৱ গ্ৰহণ নকৰিবৰ কোনো কাৰণ নাছিল। গতিকে সিয়েই আগবঢ়োৱা নাম "তুফান মেইল" এদিন বডীৰ দুয়োফালে স্থানীয় পেইণ্টাৰ এজনৰ হতুৱাই লিখাই দিয়া হ'ল। এই নাম দিয়াত টোটাৰামৰ যুক্তি আছিল, "হামাৰ গাড়ী ঔৰোঁকা মাফিক্ ধেধেঁৰীয়া নাই আছে—হামাৰ গাড়ী তুফান যেইচা চলে।"

টোটাৰামৰ ঘৰ আছিল পেশ্বোৱাৰত—সি কয় 'পিশোৱাৰ'। তাত হেনো বহুত মানুহৰে নাম টোটাৰাম। টোটা মানে ভাটৌ।

অলপ-অচৰপ ইংৰাজী জনা টোটাৰামে কয় 'পেৰটৰাম'। 'ফ্রন্টিয়াৰ'ৰ মানুহৰ বহুত গল্প সি কয়। যেনে তেওঁলোকে বোলে গোস্ত নহলে চলিবই নোৱাৰে। ফল-মূলো খুব খায়। জলকীয়া বেছি নেখায়। তিৰোতা মানুহক বোলে তাত অনবৰত আঁৰবেৰত ৰখা হয়; ঘৰৰ পুৰুষৰ লগতে কম দেখা হয়। কাৰণ, টোটাৰামৰ মতে, ফ্রন্টিয়াৰত তিৰোতা মানুহৰ সংখ্যা বৰ কম। গতিকে তেওঁলোকৰ সততে ভয় হয়, এবাৰ কেনেবাকৈ হাতৰ পৰা গলে 'বিবি' আৰু ক'ত পাব ?

পেশ্বোৱাৰত পুলিচ কনষ্টেবলৰ কাম কৰি টোটাৰামে কোনোমতে ল'ৰা-ছোৱালী-তিৰোতাক পোহ-পাল দি আছিল। আকালো নাছিল, ভড়ালো নাছিল। ল'ৰা-ছোৱালী দুটা আৰু বিবি—কোনোমতে চলি গৈছিল। কিন্তু দেশ বিভাজনৰ সময়ত হঠাৎ কটা-কটি, মৰা-মৰি আৰম্ভ হোৱাত সি সপৰিয়ালে আন আন মানুহৰ লগত দুটা মান টোপোলা মাত্র লৈ পলাব লগীয়া হ'ল। দিল্লী যেতিয়া ওলাইছিলহি তেতিয়া সিহঁতৰ প্রাণ কেইটা কোনো মতেহে হাড়ে-চালে লগা দেহৰ ভিতৰত টিপটিপাই আছিল।

তাৰ পিচত জীয়াই থকাৰ সংগ্রাম। ভাগ্যে দিল্লীত দুজনমান ফ্রন্টিয়াৰবাসী চিনাকি মানুহ ওলাইছিল বুলিহে। নহলে পেট শুকুৱাই আলিবাটতে মৰি পৰি থাকিব লগা হ'লহেতেন। চিনাকি মানুহ কেইজনে তেও খাবলৈ ৰুটি আৰু মূৰ গুজিবলৈ এখন বাৰান্দাৰ এফাল এৰি দিলে। এনে সময়তে এদিন মোৰ লগত টোটাৰামৰ সাক্ষাৎ হয়।

ফুৰি ফুৰি ওলাইছিলোগৈ দিল্লী। অসমতে থকা পাঠান বন্ধু এজনৰ পুৰণি দিল্লীৰ ঘৰলৈ যাবলৈ কৈ পঠাইছিল। ৰাতিপুৱা গৈছিলো, একেবাৰে খাই বৈ দুই বজা মানতহে আহিব পাৰিলো। তেওঁলোকৰ ঘৰতে বৰ নম্র ভাৱে মাটিত বহি কথা পাতি আছিল মলিয়ন পায়জামা আৰু খাকী কুৰ্ত্তা পিন্ধা বেদনাহত মুখ এখন লৈ টোটাৰাম। তলমূৰকৈ বহি থকা মানুহটোক দেখিলেই কব পাৰি বহুত ধুমুহা তাৰ মূৰেদি পাৰ হৈ গৈছে।

'বন্ধুৰ দেউতাকৰ কথা মতে টোটাৰামে মোক বাছত তুলি দিবলৈ আহিছিল। ছবজি মন্দি পাৰ হৈ আহি থাকোতে আমাৰ মাজত অলপ ঘনিষ্ঠ পৰিচয় হৈছিল। টোটাৰামে সুধিছিল, অসমলৈ আহিবলৈ ৰেলৰ ভাড়া কিমান লাগে? আহিলে বাৰু কাম-কাযৰ কিবা সুবিধা হ'বনে? কাৰণ দিল্লীত চলা বৰ টান। কোনো মতে মাল কঢ়িয়াই দুপইচা আৰ্জ্জি খাইছে। লিখা-পঢ়া বেছি নাই, ইংৰাজীতো বেছি পঢ়িবৰ নহল, গতিকে ভাল কাম পায় ক'ত? মই তাক অসমৰ বিষয়ে কৈছিলো। কেতিয়াবা আহিলে পাৰ্য্যমানে সহায় কৰি দিম বুলি কৈছিলোঁ। দূৰত মোৰ বাছ অহা দেখি মোক তৎপৰ হবলৈ কোৱা টোটাৰামক মই লৰা-লৰিকৈ পাঁচটকীয়া নোট এখন যাচিছিলো। সি অবাক আৰু আহত হৈ কৈ উঠিছিল, "নাই নাই বাবু, নেলাগে, নেলাগে, কিয়, কিয়?"

মোৰ সময় নাছিল। লৰালৰিকৈ নোটখন হাতত লৈয়েই বাছত উঠি পৰিছিলো। খিৰিকীয়েদি মুখ উলিয়াই হাত বাউল দি আঁতৰি আহোঁতে মই লাজত ঘামি যামি গৈছিলোঁ। দুখীয়া হব পাৰে, কিন্তু টোটাৰামক অপমান কৰিবৰ মোৰ কি হক আছে?

সেই টোটাৰাম কেই মাহ মানৰ পিচত সঁচাই মোৰ ওচৰ পালেহি। জকাইচুকীয়া অসমৰ জকাইচুকীয়া নগৰ এখনতো মোক সি বিচাৰি উলিয়ালেহি—মোৰ নাম-ঠিকনা অৱশ্যে দি আহিছিঁলো। পঞ্জাবৰ পৰা অসমলৈ অহা কোনো এজন ঠিকাদাৰৰ লগত টোটাৰাম ভাগ্যৰ অন্বেষণত গুচি আহিল। সেই 'ঠেকেদাৰে' আশ্ৰয় দি ৰাখিছিল, কিন্তু নিজৰ ব্যস্ততা হেতু মোক বিচাৰি দিওঁতে পলম কৰিলে। সেই একে ঘোৰ মলিয়ন কাপোৰেৰেই যেতিয়া টোটাৰাম এদিন মোৰ ওচৰত থিয় হ'লহি তেতিয়া প্ৰথমে চিনিবই পৰা নাছিলোঁ। যেতিয়া চিনিব পাৰিলো তেতিয়া তাক আদৰি নল'বৰ কোনো কাৰণ নাছিল। তাক খাবলৈ-ববলৈ দি খবৰ-খাবাৰ ললোঁ। মই তেতিয়া অন্যান্য কাৰবাৰৰ উপৰি নতুনকৈ বাছৰ পাৰ্মিট লৈ লাইনত নামিছোঁ। টোটাৰামক

হেন্দিমেন কৰি ল'বলৈ বেয়া নেপালোঁ। থাকিবলৈও ঘৰৰ চৌহদতে ঠাই দিলোঁ।

কেই দিন মানৰ ভিতৰতে টোটাৰামৰ নতুন, আচল ৰূপ ফুটি উঠিল। মানুহটোৰ বাহিৰে-ভিতৰে স্বাস্থ্য। দুখত পৰি মৰহি যোৱাটো তাৰ দুৰৱস্থাহে। দিল্লীত মুটিয়াৰ কাম কৰি পেট প্ৰবৰ্ত্তাব লগা হোৱা মানুহটো এতিয়া আৰু নাই। নিয়মীয়া ৰোজগাৰৰ ব্যৱস্থা হৈ যোৱাত তাৰ মাজৰ পৰা স্ফূৰ্ত্তিত থকা, তজবজীয়া মানুহ এটা ওলাই পৰিল— তাৰ মুখ যেনেকৈ বন্ধ নহয়, হাত-ভৰিও তেনেকৈ নিশ্চল নহয়; কাম কৰি ভাগৰি পৰা তাক কোনেও দেখা নাই। তাৰ মনৰ উৎফুল্লতা আৰু শৰীৰৰ কৰ্ম্মশক্তি যেন একেটা বস্তু। টোটাৰাম আৰু "তুফান মেইল" লাইনটোতে জনাজাত হৈ উঠিল।

টোটাৰাম বৰ মিতব্যয়ী। খোৱাৰ বাহিৰে একোতে তাৰ ব্যক্তিগত খৰচ নাই। মাহটোৰ দৰমহা লৈয়েই সি দুখন মনি অৰ্ডাৰ কৰে— এখন ঘৈণীয়েকলৈ আৰু আনখন অসমলৈ আহিবৰ কাৰণে ধাৰলৈ টকা লোৱা মানুহজনলৈ। অলপ অলপকৈ ধাৰ মাৰিবলৈ সি থিৰ কৰিছে; আগতেও কিছু টকা লোৱা আছিল বাবে বেছ কিছুদিনলৈ সি ধাৰ মাৰি থাকিব লাগিব। পাকিস্থানত থাকি অহা ভালেমান বস্তু-বাহানিৰ কথা সি মাজে মাজে কয়। সেইবোৰ ভালকৈ বান্ধি থৈয়েই আহিছিল। বহুতৰে বস্তু-বাহানি পঠিয়াই দিয়া হৈছে হেনো; তাৰবোৰো কাহানিবা আহি পাব পাৰে। তেতিয়া হলে ভালকৈ ঘৰ এখন গঢ়ি তুলিবলৈ বৰ সহজ হব।

আমি মাজে মাজে কওঁ, "টোটাৰাম, তোমাৰ ল'ৰা-তিৰোতা অসমলৈ লৈ আহাগৈ। ইয়াতে নতুনকৈ ঘৰ পাতা।" সি সমিধান দিয়ে যে কথাটো সি নভবাকৈ থকা নাই। কিন্তু ইমান সোনকালে নহৈছে। ধাৰ সোপা মৰক—বহুত ধাৰ। তাৰ পিচতহে যদি কিবা এটা কৰা যায়। তাৰ পৰিয়ালটো দিল্লীত এতিয়াও বেছ ভালকৈয়ে আছে; তাত তেনেকৈ বৰ বেছি খৰচো নেলাগে। অৱশ্যে চিৰদিন লোকৰ বাৰান্দাত পৰি থাকিব নোৱাৰি।

গতিকে সেই সুখৰ দিনটোলৈ সি অপেক্ষা কৰি—যিদিনা সকলো ধাৰ মৰিব—সি উৎফুল্ল হৈ কাম কৰি যায়। পেশোৱাৰৰ জীৱনত তাৰ স্বচ্ছল সংসাৰ নাছিল। তথাপি সি সন্তুষ্ট হৈ চলিছিল। কিন্তু দেশজুৰি হোৱা বিপৰ্য্যয়ে সকলো ওলট-পালট কৰি দিলে। কলকল্যাই থকা ভাটৌৰ মাত হৰিল। প্ৰাণ লৈ পলাই আহি পুৰণি দিল্লীত এসজীয়া লঘোনীয়াকৈ কেইমাহমান কটাব লগাত পৰিল। তাৰ পিচত মোৰ ওচৰলৈ আহি নিয়মীয়া উপাৰ্জ্জনৰ উপায় পাই উশাহ ললে। মৰহা গছৰ গুৰিয়ে আকৌ জীপ পালে। সি আকৌ আশা কৰিব পৰা হ'ল।

সি যে সফল হ'ব সেই বিষয়ে আমাৰ কাৰো সন্দেহ নাছিল; সি একেই কৰ্ম্মঠ মানুহ; তাতে কিবা দুষ্কৰ্ম্মত লিপ্ত থকাৰ কথা এদিনলৈকে নুশুনিলোঁ। মদ খাই গোলমাল কৰা বাবে মই ঘৰত ৰখা ড্ৰাইভাৰ দুবাৰো খেদিছোঁ। কিন্তু তেনেকুৱা অপকৰ্ম্ম টোটাৰামে কৰে বুলি কেতিয়াও নুশুনিলোঁ। লাইনত যোৱাৰ বাহিৰে তাক ঘৰতে থকা দেখোঁ; কেতিয়াবা ৰাতি এপাক ফুৰিবলৈ ওলাই গলেও মদ খাই উলটি অহা কেতিয়াও দেখা নাই। কৰ্ত্তব্যত অৱহেলা কৰা দূৰতে থাকক, টোটাৰামে দৰকাৰতকৈ বেছি কাম কৰে বুলিহে মোৰ ধাৰণা হয়। "তুফান মেইল" এখন বাছ নহয় যেন তাৰ সন্তানহে।

তাৰ ওপৰত মোৰ সম্পূৰ্ণ বিশ্বাস আছিল।

সেই বাবে আঠ মাহ মানৰ পিচত এদিন হঠাৎ দিল্লীলৈ যাবলৈ অলপ টকা বিচৰাত মই সম্পূৰ্ণ গাড়ীভাড়া দিবলৈ অলপো বেয়া নেপালোঁ। তাৰ ঘৈনীয়েকৰ হেনো টান অসুখ হৈছে, নগলেই নহয়। তাৰ জমা টকাও অলপ আছিল, সেইখিনিও দি দিলোঁ। টকাৰ দৰকাৰ হ'লে চিঠি লিখিবলৈ কলোঁ। কৃতজ্ঞতাত চকু চলচলীয়া কৰি সি গ'লগৈ। তেনেকৈ অযথা বিশ্বাস কৰি সৰহীয়াকৈ টকা দিয়া বাবে বহুত সন্দেহবাদী বন্ধুৱে মোক নিন্দিলে। মই কৰ্ণপাত নকৰিলোঁ।

অবিশ্বাস কৰি কৰিনো দুখ পাই থাকো কিয়? টোটাৰামক অবিশ্বাস কৰাৰ কোনো কাৰণো দেখা নাছিলোঁ।

মোৰ কথা ভুল প্ৰমাণিত নহ'ল। কাৰণ পোন্ধৰ দিন মানৰ পিচত টোটাৰাম উলটি আহিল। এইবাৰ ল'ৰা-ছোৱালী দুটা লগত লৈ আহিল। সি সিহঁতক গাৰ ওচৰ চপাই লৈ ধৰি থাকি কন্দনামুৱা হৈ জনালে যে তাৰ ঘৈনীয়েক ঢুকাল। টান বেমাৰৰ কাৰণে হাস্পাতালত ভৰ্ত্তি কৰা হৈছিল, কিন্তু বচাব পৰা নহ'ল।

এই অভাৱনীয় কাণ্ডত আমি মৰ্ম্মাহত হলোঁ। কিবাকিবি কৈ টোটাৰামক সান্ত্বনা দিলোঁ। লৰা-লৰিকৈ ল'ৰা-ছোৱালী দুটাক ঘই ভিতৰলৈ নি ভালকৈ খুৱাই দিবলৈ কলোঁ। চুলি আৰু কাপোৰ-কানিলৈ চাব নোৱাৰি যদিও নতুন ঠাই দেখি অবাক হোৱা পাঠান ল'ৰা-ছোৱালী দুটালৈ বৰ মৰম ওপজিল—কষ্টত পৰি শেতা হৈছে যদিও ভালকৈ দুসাজ খাবলৈ পালে যে সিহঁতৰ গাল-মুখ তেজাল হৈ উঠিব সেই বিষয়ে মোৰ কোনো সন্দেহ নেথাকিল।

টোটাৰাম আকৌ কামত লাগিল। ড্ৰাইভাৰ, পৰিচিত মানুহ, পৰিচিত অপৰিচিত যাত্ৰী সকলোকে সি স্ফূৰ্ত্তিত ৰাখি "তুফান মেইল"ক সজীৱ কৰি তুলিলে। সংশ্ৰৱত থকা সকলোৱে আকৌ হাঁহিবলৈ পাই ভাল পালে। কিন্তু দৰকাৰৰ বাহিৰে যে সি হাঁহি-মাতি নথকা হ'ল সেইটো মোৰ চকু এৰাই যাব নোৱাৰিলে। লৰা-ছোৱালী দুটাক মৰম কৰে, গা ধুৱাই দিয়ে, কেতিয়াবা ফুৰাবলৈ নিয়ে। কিন্তু সিহঁতক স্ফূৰ্ত্তিত ৰাখিবলৈ গৈ সি জোৰ কৰি হাঁহিবলৈ যত্ন কৰে। আমাৰ ধাৰণা হ'ল, ঘৈনীয়েকৰ কথা ভাবি তাৰ মনত সুখ নাইকিয়া হৈছে। সেইটো হোৱা খুবেই স্বাভাৱিক। তাতে ল'ৰা-ছোৱালী কেটালৈ চাই চাগৈ আৰু দুখ লাগে—মাকৰ অবিহনে বাৰু সিহঁত ডাঙৰ হয় কেনেকৈ? সেই কাৰণে আমি কেতিয়াও তাৰ আগত ঘৈনীয়েকৰ কথা সুধিয়াওঁ।

এটা কথা দেখি ভাল লাগিছিল, গুল আৰু সুৰেন্দ্ৰৰ (ক্ৰমে ছোৱালী জনী আৰু ল'ৰাটোৰ নাম) মন নতুন পৰিবেশত লাহে লাহে বহিবলৈ ধৰিলে। সিহঁতে উৰ্দ্দুতে কথা কয়; তথাপি আমাৰ ঘৰৰ

লৰা-ছোৱালী আজ ওচৰ-পাজৰৰ লৰা-ছোৱালীবিলাকৰ লগত মিলা-মিছা, খেল-ধেমালি কৰিবলৈ ধৰিলে। মই সিহঁতক দুযোৰা দুযোৰা কাপোৰো কৰাই দিলোঁ। ক'ৰবাত স্কুলত দিব পাৰি নেকি চাবলৈ ধৰিলোঁ।।

এবাৰ কিবা কামত ডিব্ৰুগড়লৈ যাওঁতে বাটতে হঠাৎ মোৰ সেই পাঠান বন্ধুজনৰ লগত দেখা হৈ গ'ল—যাৰ ঘৰত খাবলৈ গৈ মই প্ৰথমে পুৰণি দিল্লীত টোটাৰামক লগ পাইছিলো। বন্ধুক তেওঁৰ কোম্পানীয়ে ডিব্ৰুগড়ৰ শাখাৰ মুৰব্বী কৰি পঠিওৱাত তাতে আছিলহি। মোক পাই ঘৰলৈ লৈ গ'ল। পাৰস্পৰিক খবৰখাবাৰ আদান-প্ৰদান হ'ল। মই টোটাৰামৰ কথা কলো। বন্ধুৱে জনালে যে তেওঁ কিছু দিনৰ আগতে দিল্লীলৈ গৈছিল—পৰিয়াল তাতে সম্প্ৰতি এৰি থৈ আহিছে—তাত তেওঁ গম পাই আহিছে, টোটাৰামৰ ঘৈনীয়েক জনী বৰ ভাল মানুহ নাছিল, অলপ চৰিত্ৰহীনা আছিল, গলিটোত সকলোৱে এই কথা জানে, আনকি কোনোবা এটা মানুহৰ লগত দেখা-দেখিকৈয়ে মানুহজনীয়ে হাত-বাত কৰিছিল। অৱশ্যে মৰাৰ কথাটো বন্ধুৱে কব নোৱাৰে, কিয়নো তেওঁ দিল্লীলৈ যাওঁতে একো হোৱা নাছিল।

বন্ধুৰ কথাবোৰ বৰ নিষ্ঠুৰ নিষ্ঠুৰ লাগিল। তদুপৰি তেওঁ বৰ সহজভাবে টোটাৰামৰ ঘৈনীয়েকৰ চৰিত্ৰ বেয়া বুলি কৈ পেলাব পৰা কাৰণে মই তেওঁক মনে মনে বেয়া পালোঁ। তেওঁৰ কথাবোৰ বিশ্বাস কৰিবলৈও টান পালোঁ। আন হাতে, তেওঁৰ কথাবোৰ সঁচা হলেও মৰা মানুহ এজনীৰ বিষয়ে সেইদৰে কোৱাটো মোৰ অসহ্য লাগিছিল।

গধুৰ মন লৈ উলটি আহি টোটাৰামক বেছি মনোযোগেৰে নিৰীক্ষণ কৰিবলৈ ধৰিলোঁ। উলিয়াবলৈ যত্ন কৰিলো, ঘৈনীয়েকৰ মৃত্যুত তাৰ শোকৰ কাৰণ দুটা নেকি—এটা কেৱল মৃত্যুৰ আৰু আনটো তাৰ জীৱন সঙ্গিনী দুশ্চৰিত্ৰা হৈ যোৱাৰ। কিন্তু তাক একো সুধিব নোৱাৰা কাৰণে উৱাদিহ নেপাওঁ। কেতিয়াবা তালৈ একেথৰে চাই থকা দেখিলে সি ইতস্ততঃ কৰি আঁতৰি যায়। ইঁাহি সম্ভাষণ জনাবলৈ

পাহৰি যায়। দিল্লীলৈ যোৱাৰ আগৰ টোটাৰামটো যে তাৰ মাজত আৰু নাছিল সেই বিষয়ে মোৰ আৰু একো সন্দেহ নেথাকিল।

কিছুদিনৰ পিচত পাঠান বন্ধুজনৰ পৰা চিঠি এখন পালোঁ ঃ অন্যান্য দুই-চাৰিটা পাতনিমূলক কথাৰ পিচত তেওঁ লিখিছে, ইংৰাজীত, "তুমি শুনি হয়তো আমোদ পাবা যে টোটাৰামৰ ঘৈনীয়েকৰ বিষয়ে মই আৰু খবৰ পাইছো। দিল্লীৰ পৰা মোৰ মিছেছে লিখিছে, মানুহ-জনী যে বদনামী আছিল সেই বিষয়ে কোনো সন্দেহ নাই। আচলতে তাই মৰা নাই, প্ৰেমিকৰ লগত পলাইহে গৈছে। টোটাৰামে লাজ ঢাকিবৰ বাবেহে মৰিল বুলি কৈছে। অৱশ্যে লৰা-ছোৱালী দুটাক হস্পিটেলত মৰিল বুলি কৈ লৈ গৈছে। সি দিল্লীলৈ গৈ সিহঁতক ফাঁকি দি তেনেকৈ লৈ আহিল। অৱশ্যে বেচেৰাৰ উপায়ো নাছিল। ঘৈনীয়েকে বদনাম ধৰা পৰে বুলিয়েই পলাল। যাৰ লগত পলাল তাৰো একো শুংসূত্ৰ পুলিচে উলিয়াব পৰা নাই।"

চিঠিৰ উত্তৰ নিদিলোঁ। মোৰ পৰাজয় হ'ল। টোটাৰামৰ মানুহজনী বেয়া ছোৱালী নহবও পাৰে বুলি মই ভাবি আছিলোঁ। কিন্তু জীয়ন্তে পলাই যোৱা বুলি শুনাৰ পিচত আৰু সেই ভাব লৈ থাকিব নোৱাৰিলোঁ। টোটাৰামলৈ বৰ বেয়া লাগিল। লাজ ঢাকিবলৈ সি মিছা মাতি ফুৰিব লগা হৈছে ; নিজৰ সন্তানক ফাঁকি দিব লগা হৈছে। তাৰ চকুলৈ চাব নোৱাৰা হলো। কিমান দুখ সি মনত লৈ ফুৰিব লগা হৈছে সেইটো কোনেও নেজানে। গুল আৰু সুৰেন্দ্ৰৰ কাৰণে মাকৰ কল্পিত নিষ্কলঙ্কতা জীয়াই ৰাখিবলৈ সি অভিনয় কৰিব লগা হৈছে।

তালৈ মোৰ সহানুভূতি ওপজিল। সেই বাবে সি আৰু ল'ৰা-ছোৱালী দুটাই যাতে কোনো কষ্ট নেপায় তালৈ মই বিশেষ নজৰ দিবলৈ ধৰিলো। মাজে মাজে অধঃপতিতা তাৰ ঘৈনীয়েকলৈও সহানুভূতি হৈছিল। তাই জানোচা কৰো বুলি নহয়, অভাৱত পৰিয়েই এনে কুকাম কৰিলে ? টোটাৰামে ছিন্নমূল হৈ আহি পৰিয়ালক ভালদৰে খুৱাব-পিন্ধাব পৰা নাছিল। কতদিন অনাহাৰে গৈছে কোনে জানে ?

অসমলৈ অহাৰ পিচতো ভালেমান দিনলৈ টোটাৰামে দিল্লীলৈ টকা পঠোৱা নাছিল—মানে পঠাব পৰা নাছিল। কিজানি লৰা-ছোৱালীৰ ভোক দেখি সহিব নোৱাৰিয়েই মাকে দুৰ্ব্বৃত্তৰ ওচৰত আত্মসমৰ্পণ কৰিছিল ? শেষত কিজানি লাজ ঢাকিবৰ কাৰণে ভূত-ভৱিষ্যত একো নেভাবি পলাই গ'ল। এনে হোৱা একো আচৰিত নহয়। তাইক মই ক্ষমা কৰিবলৈ যত্ন কৰিলোঁ।

কিন্তু কি হ'ব ? এদিন আমাৰ স্থানীয় পুলিচে আহি টোটোৰামক গধূলি গ্রেপ্তাৰ কৰিলেহি। মোৰ চৌহদৰ ভিতৰতে এটা বাহিৰা সৰু ঘৰত টোটাৰামহঁতক থাকিবলৈ দিছিলোঁ। ঘটনাৰ দিনা গধূলি এবাৰ গুলহঁতৰ চিঞৰ-বাখৰ, কন্দা-কটা শুনি লৰালৰিকৈ ওলাই গলোঁ। কোনোবা এটাই লৰি আহি সেই মুহূৰ্ত্ততে কলেহিও যে টোটাৰামৰ ঘৰত পুলিচ সোমাইছেহি। গৈ দেখিলো, আমাৰ থানাৰ অ'-চি, এজন অচিনাকি ছুট পিন্ধা ভদ্রলোক আৰু দুজন কনৃষ্টেবল। চিপাহী দুজনে হাতকেৰেয়া লগাই টোটাৰামক ধৰি আছে। মই গৈ পোৱা মাত্রকে গুল আৰু সুৰেন্দ্রই উৰি অহা দি আহি মোক সাৱটি ধৰি হুৰাওৰাৰে কান্দিবলৈ ধৰিলে।

অ'-চিয়ে মোক জনালে যে ভদ্রলোকজন উত্তৰ প্রদেশৰ এজন চোৰাংচোৱা বিষয়া; এটা হত্যাকাণ্ডৰ সংক্রান্তত টোটোৰামক বিচাৰি বিচাৰি অসম পাইছেহি; ডিব্রুগড়ত এজন পাঠান ভদ্রলোকৰ পৰা সি ইয়াত থকা গম পায়েই তেওঁ আহিছে।

চোৰাংচোৱা বিষয়ে জনে ইংৰাজীতে কলে, "টোটাৰামে আগ্রাত তাৰ ঘৈনীয়েক আৰু আন এজন মানুহক হত্যা কৰি পলাই আহিছে। আন ঠাইৰ মানুহ কাৰণে মানুহজনী আৰু মানুহটোৰ পৰিচয় পাওঁতে পলম হ'ল। ইতিমধ্যে আততায়ীয়ে দিল্লীলৈ গৈ ল'ৰা-ছোৱালী কেটাক লৈ অসমলৈ পলাই আহিছে।"

টোটাৰাম তলমূৰকৈ আছিল। মই মাতিলোঁ, "টোটাৰাম!" সি মূৰ তুলি মোৰ চকুলৈ চালে। তাৰ চাৱনি বৰ কৰুণ আৰু বৰ উদাস।

তাত ভয়ৰ লেশ মাত্ৰও নাছিল। হত্যা কৰি তাৰ অনুতাপ হোৱা নাই। তাৰ কেৱল দুখ আত্মসম্মান লাঘৱ হোৱাত; ঘৈণীয়েকে তেনে কাম কৰি তাক আঘাত দিব নেলাগিছিল। মই কলোঁ, "তুমি পুলিচৰ লগত যাবই লাগিব টোটাৰাম। আইন মানি চলিবই লাগিব। তুমি যোৱা। গুল আৰু সুৰেন্দ্ৰৰ ভাৰ মই ললোঁ। তুমি ঘূৰি আহিলে লৈ যাবা।"

"চা-ব!" তাৰ মাতটো থোকাথুকি হৈ গ'লঃ "ড্ৰাইভাৰক কেইটামান টকা দিবলৈ থাকি গ'ল। অনুগ্ৰহ কৰি দি দিব। মোৰ হাতত একো নাই। ল'ৰা-ছোৱালী দুটাক এৰি গ'লোঁ। সিহঁতক যেনে ইচ্ছা তেনেকৈ চলাই আপুনি সিহঁতৰ আৰ্জ্জনেৰে ধাৰ মৰাই ল'ব।" গুল আৰু সুৰেন্দ্ৰলৈ চাই সি কলে, "এই চাহাব তহঁতৰ বাপ হ'ল আজিৰ পৰা। তহঁত পাঠানৰ বাচ্চা। ইজ্জৎ বচাই চলিবি। জানতকৈ বঢ়া বস্তু হৈছে ইজ্জৎ। মই ঘূৰি নহালৈকে চাহাবে যি কয় তাকে কৰিবি। মোক কিয় ধৰি লৈ গৈছে চাহাবকে সুধিবি।"

টোটাৰামক লৈ পুলিচৰ দলটো যেতিয়া ওলাই গ'ল তেতিয়া কান্দি কান্দি ওলাই লৰ মাৰিব খোজা ল'ৰা-ছোৱালী হালক ধাৰি ৰাখিবলৈ মই আপ্ৰাণ চেষ্টা কৰিবলৈ ধৰিলোঁ।

## মৰা কাৰৈ

বিৰাটবপু বনমালী বৰুৱা বজাৰলৈ ওলাই গ'ল। হাতত নীলা কাপোৰৰ সৰু মোনাটো। ফুটপাথেদি মানুহৰ ভিৰ ঠেলি ঠেলি সাৱধানে যাবলৈ ধৰিলে। গুৱাহাটীখনত দিনক দিনে মানুহ আৰু গাড়ী বাঢ়িয়েই গৈছে।

সৰু-ফুটীয়া বুঢ়া ভদ্ৰলোক এজন ঢকা-গঁতা খাই সমুখৰ পৰা প্ৰায় বৰুৱাৰ গাতে পৰিলহি। মানুহজনক সাৱট মাৰি ধৰি তেওঁ কলে, "হেঃ হেঃ সোণটি দেখান? নেচায় দেলে গালৈকে যাটি!" সোণটি নামৰ বুঢ়া মানুহজনে কলে, "অ' তই? আমাৰ দিন-কাল আৰু নাই, ইমান ভিৰত চাবৰ কি উপায়? পিচে বেজাৰ কৰিবলৈ যাৱনেকি?"

বস্তু-বাহানিৰ দাম বাঢ়ি অহা বাবে বনমালী বৰুৱাই 'বজাৰ কৰা' নুবুলি 'বেজাৰ কৰা' বুলিহে কয়। বন্ধুৰ কথাত আকৌ হেঃ হেঃ কৈ হাঁহি তেওঁ কলে, "অঁ অঁ বেজাৰ কৰিবলৈ যাওঁ। ডাক্তৰে কাৱৈ-মাগুৰ মাছ খাবলৈ কৈছে। পিচে যিহে দাম, চাওঁচোন, ......"

তেওঁ আগুৱাই গ'ল।

সোণটি বুঢ়াৰ দৰে তেওঁক ঠেলা-গঁতা মৰাৰ উপায় নাই। তেওঁৰ প্ৰকাণ্ড শৰীৰটো দেখিলেই মানুহে বাট এৰি দিয়ে। দূৰৰ পৰাও চুৰীয়া আৰু বগা হাতখৰা কামিজ পিন্ধা মানুহজন সকলোৰে মাজত জিলিকি থাকে। চৰকাৰী চাকৰিত থাকোতে তেওঁৰ যি প্ৰতিপত্তি আছিল এতিয়া

সি নাই সঁচা। মন্ত্ৰীৰ পৰা পিয়নলৈকে ৰিষয় গলে বিষয়াবো প্ৰতিপত্তি যায়েই। কিন্তু বকুৱাৰ অৱয়বটোৱেই তাৰ ভালেখিনি অৱশেষ এতিয়াও বজাই ৰাখিছে।

তেওঁ বজাৰত সোমালগৈ। তাত ভিৰ বাটতকৈ বেছি। তথাপি তাত তেওঁৰ চিনাকি মানুহ বাটতকৈ সৰহ। কাৰণ পেন্সন পোৱাৰ পৰা আজি এই কেবছৰে তেৱেঁই নিতৌ পুৱা-গধূলি ঘৰৰ বজাৰ খন কৰি দি আহিছে। আজিও যেনেকৈ গধূলি হোৱাৰ অলপ আগে আগে ওলাই আহিছে। বজাৰ সোমালেই কেউফালৰ পৰা আহ্বান-সম্বৰ্দ্ধনাৰ জাউৰি উঠেঃ "আহক দেউতা!" "আহক আহক বুঢ়া-বাবু!" "গোল নেম্বু আৰু ঢেঁকীয়া আপনাৰ কাৰণেই ৰাখিছো দেওতা!" ইত্যাদি। আজিও তাৰ পুনৰাবৃত্তি হ'ল। বজাৰ কৰিবলৈ অহা আন আন মানুহেও তেওঁক মাত লগালে। চিনাকী মানুহক বকুৱাই মাত লগালে; কিন্তু কোনো বেপাৰীৰে অহ্বানত তেওঁ হাঁহি এটিৰেও সঁহাৰি নিদিলে। আজি তেওঁ কেৱল মাছ কিনিবলৈহে আহিছে; আজি পাচলিও একো নিনিয়ে। ডাক্তৰে কাৱৈ-মাগুৰৰ দৰে পুষ্টিকৰ মাছ খাবলৈ কৈছে। একেই বুঢ়া কাল; তাতে দিনে দিনে শৰীৰটোত নতুন নতুন উপসৰ্গ একোটা ওলায়েই আছে। এইবাৰ দীন ডাক্তৰক পেঘেনিয়াই পেঘেনিয়াই সুধি লৈছে কিনো হৈছে, যাবলৈ হৈছে যদি সাজু হোৱাই ভাল, পিচে ডাক্তৰে হাঁহি উৰুৱাই দিলে আৰু এটা টনিক লিখি দি পুষ্টিকৰ বস্তু খাবলৈ কলে।

আজি ঘৰত কৈ আহিছে, ৰাতিপুৱাৰ পাচলিৰেই সন্ধ্যাটোও চলক। এতিয়া অকল মাছহে আনিব। পইচাৰ কথাওতো ভাবিব লাগে। এই বয়সত বকুৱাই অকলে কিমান কৰিব! তাতে শৰীৰৰ এই অৱস্থা। দীন ডাক্তৰে দিহা দিছে; শৰীৰটোলৈ বল যোগাব লাগিব; তাৰ কাৰণে পইচা লাগে।

বজাৰৰ মাছ বেচা ঠাই ডোখৰলৈ বকুৱা আগুৱাই গ'ল। কেবাদিনো তেওঁ এই মূৰা হোৱা নাই। মাছ নায়েই; দামো জুই-ছাই। আজি

কিন্তু তেওঁ আগ পিচ একো নেভাবি কো-কোৱাই মাছ বেচা চুকটোত উপস্থিত হ'লগৈ। ইলিহিয়েই ইলিহি, চকল-চকলীয়া গোটাও। এইবিধ বৰুৱাৰ ঘৰত নচলে, পেটৰ অসুখ কৰে, খিচখিচীয়া কাঁইট বাবে ল'ৰা-ছোৱালীয়েও খাব নোৱাৰে। এঠাইত আপুৰুগীয়া বৌ মাছ এটা কাটিছে; তালৈ নোযোৱাই ভাল, টকা মাত্ৰ এটাহে বৰুৱাৰ জেপত আছে। গতিকে মেলাহি টিনৰ পাত্ৰত জীয়াই থোৱা কাৱৈ-মাগুৰ-শিঙি-গৰৈ বেচা বিহাৰী বেপাৰীটোৰ পিনেই তেওঁ আগুৱাই গ'ল। অসমীয়া পোহাৰী এজনীয়ে খিচখিচীয়া সৰু মাছ কেইভাগমান সমুখত লৈ আছিল; বৰুৱাক মাতিছিল; কিন্তু তেওঁ সদৰ্পে এটা ভেকাহি মাৰি কৈ দিলে, নেখায় সেই সোপা! যদিও মাছ খোৱাৰ নামত তেওঁ প্ৰায়েই সেই মাছকেই নিয়ে।

জীয়া মাছবোৰ বৰুৱাই জুমি জুমি চালে। মাগুৰ দহোটা মান আছিল, তেওঁৰ গদাধৰীয়া বুঢ়া আঙুলিটো মান আকাৰৰ। গলধনৰ বাকলি গুচা কাৱৈ সোপাক টিলিকাই বুলিব পাৰি। কিচকিচ কৰে ক'লা শিঙি কেইটাই যি ডাঙৰ। পিচে শিঙি খাবলৈ আজিলৈকে বৰুৱাই মনটোক মান্তি কৰাব নোৱাৰিলে; আজন্ম সংস্কাৰ; দীন ডাক্তৰে যদিও কয় যে শিঙিও মাগুৰৰ দৰেই ভাল মাছ।

মাতটো অলপ কৰ্কশ কৰি, যেন বৰ বেছি পৰোৱাই কৰা নাই, বৰুৱাই বেপাৰীটোক দৰ সুধিলে। সিও সমান বেপৰোৱা সুৰত জনালে: কাৱৈ টকাত আঠটা, মাগুৰ যোৰে ডেৰ টকা, শিঙি টকাত পাঁচটা।

বৰুৱাই প্ৰমাদ গণিলে। গাটোও ঘামি উঠিল; অৱশ্যে গৰমো পৰিছে আৰু খোজ কাঢ়ি অহা বাবেও ঘামিব পাৰে। মাগুৰ মাছ খোৱা হৈছে, এটকা চাৰি অনাৰ কমে নিশ্চয় নিদিয়ে; তাৰ এযোৰেও ইমান বাহ ল'ৰা-ছোৱালীক নাটিবগৈ, গতিকে মৰো-জীওঁ সো-আধিকৈ গভীৰ বিতৃষ্ণা প্ৰকাশ কৰি দেখুৱাই তেওঁ কলে, "ইহ! এই সৰু সৰু মাছ কেইটাৰো ইমান দাম কৰনে? আমি ভাহানি বৰপেটাত এই একোজনী কাৱৈ খাইছিলো জান? এনে কাৱৈ টিলিকা কোন পুচকা হাই?"

বেপাৰীয়ে তাচ্ছিল্যৰ হাঁহি এটা মাৰি কলে, "ৰহ জমানা গুজৰ গিয়া বাবু, (সৰুকৈ) জব পছিনা গুলাব থা।" ডাঙৰকৈ কোৱা হলেও অৱশ্যে বনমালী বৰুৱাই বুজি নেপালেহেঁতেন। তেওঁৰ হিন্দী ভাষাৰ জ্ঞান খাতা-হাই, যাতা-হাই স্তৰৰ উৰ্দ্ধলৈ কোনো দিন নগ'ল।

তেওঁ কলে, "ইহ হয় হয়! দে টকাত বাৰটা কাৰৈ দিয় যদি এটকাৰ দে," এইবুলি তেওঁ নীলা মোনাটো মেলিবলৈ কুৰুং-কাৰাং কৰিলেই।

বেপাৰীও নাছোৰ-বান্দা, কুমলিবৰ ভকত নহয়। বজাৰত মাছ নাই, গতিকে সুবিধাও পাইছে, এয়ে ৰাইজৰ ধাৰণা। অনেক খুট-ব্ৰাহ্মৰ পিচত টকাত দহটাকৈ কাৰৈ মাছ দিবলৈ সি মান্তি হ'ল। বৰুৱাই স্বস্তিৰ নিশ্বাস পেলাই মোনাটোৰ মুখখন মেলি ধৰিলে। হওক তেও, মাছ যিমানই ঘৰলৈ নেযাওক টকাত দহটা কাৰৈ নিলে বুলি সোণটিৰ নিচিনা বন্ধু-বান্ধৱৰ আগত কব পাৰিব। বেপাৰীয়ে সৰু খৰাহী এটাৰে দহটা কাৰৈ মাছ বৰুৱাৰ মোনাত ভৰাই দিলে। টিনৰ পাত্ৰটোত থকা মৰা কাৰৈ টিলিকা এটালৈ আঙুলিয়াই দি তেওঁ সেইটোকো ভৰাই দিবলৈ অনুৰোধ কৰিলে। অলপ বিৰক্ত হলেও বেপাৰীয়ে মৰা মাছটো হাতেৰে বুটলি মোনাত পেলাই দিলে। সন্তুষ্ট হৈ বৰুৱাই এটকীয়া নোটখন ওপৰ জেপৰ পৰা আলফুলকৈ উলিয়াই আনি বেপাৰীৰ তিতি থকা হাতৰ প্ৰসাৰিত আঙুলি দুটাৰ মাজলৈ অলপ ঠেলি সুমুৱাই দিলে। তাৰ পিচত মাছকিটাৰ ভৰটো মোনাৰে সৈতে অনুভৱ কৰি গুচি আহিবলৈ ওলায়ো হঠাৎ হাউলি টিনৰ পাত্ৰটো আকৌ এবাৰ পৰীক্ষা কৰি ক'লে, "এই চাচোন চা, আৰু মৰা কৈ মাছ আছে নেকি!" কিন্তু এইবাৰ বেপাৰীটোৰ বিৰক্তিখিনিয়ে হাৰৈ ফুটা দিলে: সি খঙেৰে কৈ দিলে, "মৰা কৈ হলেই আপনাক দিব লাগিব নেকি? যাক যাক, আৰ নাই আছে, ক'ত মৰা মাছ দেখিছে আপ্‌নি?"

লাজ আৰু দুৰ্ব্বলতা ঢাকিবৰ মনেৰে বৰুৱাই ঢেকঢেকাই হাঁহি দিলে। তাৰ পিচত পাৰ্য্যমানে কাৰো চকুলৈ নেচাবলৈ যত্ন কৰি তেওঁ আঁতৰি আহিবলৈ ধৰিলে। কোনোৱা এটাই তেওঁক দেখা নিদিবলৈ

যত্ন কৰি ফালৰি কাটি যোৱা যেন তেওঁৰ লাগিল, গতিকে তেওঁ বেগাই খোজ দিবলৈ ধৰিলে।

গধূলি হলেই। তেওঁ ঘৰলৈ আহি পাকঘৰৰ দুৱাৰমুখত মোনাটো থৈ মাত লগালে, "হেৰা, এই মাছ কেইটা এতিয়াই সৰু বাল্টিটোত পানী দি থোৱাচোন, দহটা আছে—মৰা এটা বেছিকৈ আছে, আজি পাঁচটা ৰান্ধা, প্ৰত্যেকৰে এটা এটাকৈ—বাকী পাঁচটা কাইলৈৰ কাৰণে থৈ দিয়া। ডাক্তৰ কোৱা কাৰণে কাৱৈকে লৈ আহিলো—মাগুৰ মাছ দৰাবই নোৱাৰি।" ডাক্তৰৰ কথাটো কোৱাৰ অৰ্থ হ'ল—মৰা মাছটো তেওঁক দিব লাগে।

এনেতে তিনি বছৰীয়া নাতিয়েক পোনাই আহি ককাকৰ কাপোৰত ধৰি সুধিলৈ, "ককা লুজেন আনিছ ?"

হঠাৎ মনত-পৰাৰ দৰে বৰুৱাই বেছ ডাঙৰকৈ কৈ উঠিল "ইয়ে! একেবাৰে পাহৰিলো বাছা, ইচ-ইচ-ইচ !" ভিতৰৰ পৰা ওলাই আহি করুণাই ক'লে "পোনা! ককাক কেলৈ দিগদাৰি কৰিছ? ককাৰ ভাগৰ লাগি আহিছে যা এতিয়া আমনি নকৰিবি। আৰু লুজন খালে পেলু হয় বুলি তোক কিমান কব লাগে ?"

করুণা বনমালী বৰুৱাৰ বিধৱা জীয়েক; দুজনী জীয়েক—ছবছৰীয়া ইবা আৰু চাৰিবছৰীয়া মীৰা, আৰু পোনাক লৈ এতিয়া দেউতাকৰ আশ্ৰিতা। তেওঁ জানে যে দেউতাকে লুজন আনিবলৈ পাহৰা নাই, সদাই সদাই আনিবলৈ পইচাইহে নাতে।

বৰুৱাই নাতিয়েকৰ গালে-মুখে হাত ফুৰাই কলে, "বাৰু বাছা মই এতিয়া আকৌ ওলাই যাম নহয়, তেতিয়া নিশ্চয় দুঅনাৰ লুজন লৈ আহিম দেই ? দুঅনাত কেই পইচা হয় ?"

পোনাই টপৰাই কলে, "পাঁচ পইচা হয়।"

"ধেৎ! তোৰ একো মনত নেথাকে। বাৰ পইচা, বাৰ। যা এতিয়া খেলগৈ।"

করুণাই করুণ হাঁহি এটা মাৰিলে। পোনা আঁতৰি গ'ল। সি সন্তুষ্ট হ'ল যেন নেলাগিল। কাৰণ বৰুৱাই এনেকুৱা ফাঁকি বহুবাৰ

মাৰি থৈছে। আজিও নিশ্চয় ৰাতি তেওঁ উলটি আহোঁতে পোনা শুই পৰিব বুলিয়েই আশ্বাসটো দিছিল।

করুণাই কলে, "আপুনি এতিয়াই ওলাই নেযাব দেউতা, মই চাহ কৰি আনো।"

বৰুৱাৰ কিন্তু আজি মনটো উলাহত নাচি আছে। গা-টো ভাল হোৱাৰ আশাত হবলা। সেইবাবে হাত দুখন ধুই আহি তেওঁ ভিতৰৰ পৰা বিচাৰি বাৰটা পইচা জেপত সমুৱাই লৈ বাহিৰৰ বাৰান্দাত বহিলহি। অন্ততঃ ছপইচা দি দুটা লজেন্স পোনালৈ আজি আনিবই। ইবা-মীৰা বুজন হৈছে, আমনি নকৰে।

চাহ খাই তেওঁ এপাক ফুৰিবলৈ ওলাই গ'ল। সেইটো নিত্য-নৈমিত্তিক। যাওঁতে দেখি গ'ল পাকঘৰৰ দুৱাৰমুখত বৰুৱানীয়ে কটাৰী এখনেৰে মাছ বাচিছে, তেওঁৰ মনটো উৎফুল্ল হৈ উঠিল।

তেওঁৰ নিচিনাই অৱসৰপ্ৰাপ্ত বন্ধু কেইজনমানৰ ঘৰলৈ বনমালী বৰুৱা নিতৌ গধূলি যায়; নানান পুৰণি কথা পাগুলে, নতুনক সমালোচনা কৰে, কিন্তু বিষোদগাৰ নকৰে, কেৱল নিৰ্লিপ্ত বিতৃষ্ণা প্ৰকাশ কৰে। কেতিয়াবা কেউজন বন্ধু লগ লাগি নিলগৰ নিজানে নিজানে ফুৰে। তাৰ পিচত ন বজা মানত ঠিক ভাত খাবৰ পৰত ঘৰ সোমায়হি।

বৰুৱাই বৰ কষ্টেৰে সংসাৰ চলায়। মাক-জীয়েকেও মাখিৰ মুৰৰ ঘিউ কাঢ়ি কাঢ়ি তেওঁক সকাহ দিবলৈ যত্ন কৰে। কাপোৰ ধোৱাৰ পৰা খৰি ফলালৈকে সকলো কাম কৰে করুণাই; আজি-কালি পাঠশালা এখনত শিক্ষয়িত্ৰী হৈও সোমাইছে। দেউতাকৰ ছত্ৰছায়াত তেওঁ পিতৃ-হীন ল'ৰা-ছোৱালী কেইটিক মানুহ কৰাৰ সপোন দেখিছে। দেউতাকক সহায় কৰিবলৈও তেওঁ বেয়া নেপায়। সেইবাবে বোৱাৰীপুৱাৰ পৰা মাজনিশালৈকে অকনো জিৰণি নোলোৱাকৈ করুণাই কাম কৰি যায়।

বনমালী বৰুৱাৰ অৱস্থা সদায় এনে নাছিল। সক চৰকাৰী চাকৰি কৰিছিল যদিও ধন আৰু প্ৰতিপত্তিৰ অভাৱ তেওঁৰ নাছিল। বাহিৰা পইচা ভালেখিনি তেওঁ মাহে মাহে আৰ্জিছিল বুলি মানুহে কয়,

সেই ধনেৰেই হেনো গুৱাহাটীৰ বৰ্ত্তমান ঘৰমাটি কৰি ললে ; ডাঙৰ ল'ৰা কৃষ্ণানন্দক হেনো তাৰেই কলিকতাত ডাক্তৰী পঢ়ুৱাইছিল। পত্নীৰ ক্ষমতা প্ৰয়োগ কৰিও তেওঁ তেতিয়া ঘৰখনক জিলিকাই ৰাখিছিল। পাঁচহেজাৰ টকাৰ ইন্সিঅৰেন্সো মেছিঅৰ হৈ আছে—নাতি-নাতিনীয়েক-ইতৰ কাৰণে সেইখিনি ৰাখিছে। প্ৰভিডেণ্ট ফাণ্ডৰ পৰাও ভালেখিনি পাইছিল। কিন্তু বৰুৱাই অৱসৰ লোৱা বছৰতে উপৰ্যুপৰি কেবাটাও বিপত্তি তেওঁৰ মূৰত পৰিল। এম-বি পৰীক্ষা দিব লগা কৃষ্ণানন্দ কলিকতাতে পানীত পৰি ঢুকাল ; কৰুণাও সেইবছৰতে বিধৱা হ'ল আৰু এবছৰমান শহুৰেকৰ ঘৰত থাকি কিবা কথাত বেয়া পাই দেউতাকৰ সংসাৰত আশ্ৰয় লয়হি ; বৰুৱাৰ চাকৰি আৰু প্ৰতিপত্তিতো গ'লেই।

মন ভাগি গৈছিল যদিও, আজীৱনৰ আশা চুৰমাৰ হৈ গৈছিল যদিও, বৰুৱাই বাকীবিলাকৰ কাৰণে ধৈৰ্য্য ধৰিবলৈ বাধ্য হ'ল। কৰুণা তেওঁৰ আদৰৰ জীয়ৰী ; নাতি-পুতিনো কাৰ মৰমৰ নহয় ? পুত্ৰ শোকাতুৰা বৰুৱানীক মৰহি যাবলৈ তেওঁ এৰি দিব নোৱাৰে। সেইবাবে অৱসৰ বিনোদনৰ আশা এৰি বৰুৱাই পুনৰ ঘৰ ধৰাত লাগিল, সাঁচতীয়া ধন ভাঙি চৌহদতে আৰু এটা তিনি-কোঠলীয়া ঘৰ সজাই ভাড়াত দিলে ; পেন্সনৰ টকা কিটা আছেই ; কৰুণায়ো চাকৰি লৈছে ; তথাপি মাহৰ খৰচ নুকুলালে মাজে মাজে আকৌ সাঁচতীয়া ধন অলপ-অচৰপ ভাঙে।

কিন্তু যিহে মহভা দিনকাল আহিল দিনে দিনে বৰুৱাই নোৱাৰা হৈ অহা যেন পাইছে ; শৰীৰেও যেন নটনা হৈছে। দীন ডাক্তৰে অৱশ্যে নিৰ্ভয় দি আছে, মাত্ৰ পুষ্টিকৰ আহাৰ খাবলৈ কোৱাটোহে ৰাখিবলৈ টান পাইছে।

ঠিক ন বজাত বৰুৱা ফুৰি-চাকি উলটি আহিল। ইমান পৰে গমপোৱা নাছিল, কিন্তু ঘৰৰ পদূলি পাৰ হৈয়েই তেওঁৰ হঠাৎ বৰ ভোক লগা যেন লাগিল। সোণটিয়ে চাহ খাবলৈ জোৰেই কৰিছিল, বৰুৱাই একে আষাৰেই নেখাওঁ বুলি কলে—তেতিয়া কিবা খোৱাৰ কথা তেওঁ ভাবিবই পৰা নাছিল। কিন্তু এতিয়া হলে বেছ ভোক লাগিছে।

ভিতৰত পোনাই কন্দা-কটা লগাইছে। কৰুণাই ইৰ-মীৰাৰ লগ

লাগি তাক শান্ত কৰিবলৈ আপ্ৰাণ চেষ্টা কৰিছে। ইবাই কোৱা বৰুৱাই শুনিলে, "এই পোনা ককা আহিল মনে মনে থাক, খং কৰিব।" বৰুৱানীয়ে পাকঘৰৰ পৰা চিঞৰি কলে, "তাক শুই থাকিবলৈ দেচোন, আচলতে তাৰ টোপনি ধৰিছে।"

ভিতৰ সোমাই নিজৰ কোঠাৰ পৰা বৰুৱাই সুধিলে, "কি হৈছেনো তাৰ হোঁ ?" কথাৰ লাচত লুজন আনিবলৈ পাহৰাৰ কথা এতিয়াহে তেওঁৰ মনত পৰিল।

কোনেও একো উত্তৰ নিদিলে। বৰুৱাই আকৌ সুধিয়ত-করুণাই কলে, "একো হোৱা নাই দেউতা, ভাতৰ পাতত বহি মাছ লাগে বুলি আমনি কৰিছে, দিনে দিনে বৰ দুষ্ট হৈ গৈছে।"

বৰুৱাই বদান্য সুৰত কলে, "কেলৈ তাকনো মাছ নিদিছিল কিয় ? তালৈ কিবা মই মাছ অনা নাছিলোনে ? মোৰ বাছাটোক তহঁতে মাছ দিব নোখোজই হবলা ?"

পোনা ইমানপৰে নিতাল মাৰিছিল। বৰুৱাৰ মাতে গুণ ধৰিলে। তেওঁ মনৰ চকুৰে যেন দেখিবলৈ পালে ইবা আৰু মীৰাই ককাকৰ কৃত-কাৰ্য্যতাত মিচিকীয়াই হাঁহিছে।

ভৰি-হাত ধুই আহি বৰুৱা আন্ধাৰ বাৰান্দাত বহিলগৈ। ভাত বাঢ়ি খাবলৈ মাতে মানে খোজ কাঢ়ি অহাৰ ভাগৰ মৰিব। ধীৰে-শাঁতে ভাত কিটা খাই শুই থাকিলেই দিনটোৰ চিন্তা শেষ।

কিন্তু ভাত খাবলৈ নেমাতেহে নেমাতে দেখোন! কিয় পলম কৰিছে ? করুণা ভিতৰৰ পৰা ওলাই কেতিয়াবাই পাকঘৰলৈ গ'ল। পোনা শুলে। ইবা-মীৰাৰো মাত নাই, তাহাঁতো নিশ্চয় বিচনাত পৰিলগৈ। বাহিৰখন ক্ৰমান্বয়ে নিথৰ হৈ আহিছে। দহমান বাজিবই পায়।

"করুণা !" অৱশেষত থাকিব নোৱাৰি বৰুৱাই অলপ বিৰক্তিৰেই চিঞৰিলে।

"কি দেউতা ?" পাকঘৰৰ ভিতৰৰ পৰা জীয়েকে সঁহাৰি দিলে।

"ভাত নিদিয় নেকি ?"

করুণাই একো উত্তৰ নিদিলে। অলপ পিচত ওলাই আহি দেউতাকৰ ওচৰত থিয় দিলেহি।

বৰুৱাই মূৰ তুলি চালে। করুণাই তলমূৰকৈ থাকিল।

বৰুৱাৰ বুকুখন সামান্যভাৱে কঁপি উঠিল। তেওঁ লাহেকৈ সুধিলে, "কিবা হৈছে নেকি?"

"দেউতা! পোনাই কাণ্ড এটা কৰিলে। সিহঁত তিনিটাকে মাই এটা এটা মাছ দিছিল। পোনাই আৰু এটা খুজিলত মাই আপোনাৰ ভাগৰে এটা দি দিলে। নিদিয়া দেখি সি কান্দি-কাটি ভাতৰ কাঁহীকে দলিয়াই দিব খুজিছিল। উপায় নেদেখি মাই আপোনাৰ ভাগৰ ইটো মাছো দি দিলে। মাই সেইদেখি আপোনাক ভাত দিবলৈকে টান পাইছে।"

বৰুৱাই আন্ধাৰলৈ চাই থমথমকৈ বহি থাকিল। কিবা গোটেইখন গণ্ডগোল হৈ যোৱা যেন লাগিল। কি কব লাগিব ভাবি নেপালে। মাছ খোৱা আৰু নহ'ল। ভোকো নোহোৱা যেন লাগিল।

করুণাই আকৌ কলে, "মালৈ মাছ লোৱাই নাছিল। (করুণাই মাছ মাংস নেখায়।) দুপৰীয়াকৈ দিও আপোনাৰ কাৰণে গধূলিলৈ এটামান বচাব খুজিছিল। পিচে পোনাৰ কাৰণে নহ'লগৈ।"

বৰুৱাই তেতিয়াও একো নেমাতিলে। ভদ্ৰতাকণো যেন তেওঁ আজি হেৰুৱাই পেলালে। (সামান্য কাঁৰৈ টিলিকা দুটাৰ প্রতি ইমান লোভ হোৱা বাবে পিচত তেওঁ বৰ লাজ পাইছিল। মৰা কাঁৰৈ এটা বেপাৰীৰ পৰা খুজি অনাতেই তেওঁৰ দুৰ্ব্বলতাৰ চিন।)

করুণাই আকৌ কলে, "মাক মই কৈছো আৰু এটা মাৰি নহলে নতুনকৈ আঞ্জা এখন কৰিয়ে দিওঁ। পিচে মাই মোক কলে নেলাগে বহুত পলম হৈ যাব। দিম নেকি দেউতা কৰি?"

আপ্ৰাণ-চেষ্টা কৰি বৰুৱাই এইবাৰ মাতটো উদ্ধাৰ কৰিলে: "নেলাগে যা, ৰি আছে তাৰেই ভাত কিটা দেগৈ, ৰাতি বহুত হ'ল।"

করুণা আঁতৰি গ'ল। পাকঘৰৰ ভিতৰত কাঁহী-বাটিৰ টুং-টাং শব্দ উঠিল।

মাতটোৰ দৰে হেৰোৱা ভোকটোও বৰুৱাই বিচাৰি চালে। কিন্তু নেপালে। ভাত খোৱাৰ কোনো উৎসাহকে তেওঁ আৰু বিচাৰি নেপালে। তথাপি ভাও জুৰি খাই দেখুৱাবই লাগিব। মৰমৰ নাতিয়েকে তেওঁৰ ভাগৰ মাছ দুটা খাই থলে বুলি অভিমান কৰি দেখুৱাব নোৱাৰি। কৰুণাকো আৰু দুখ দিব নোৱাৰি; বেচেৰীয়ে ইতিমধ্যেই বহুত অনুশোচনা কৰিছে।

কৰুণাই মতাত তেওঁ ভাত খাবলৈ গ'ল। মগু দাইলৰ আঞ্জা, দুখু-টুৰামান আলুমিহলি স্কোৱাছ নে অমিতাৰ এখন ভজা (প্ৰধানতঃ নিৰামিষ কৰুণাৰ কাৰণে) আৰু আলু-পটলৰ মাছ অন্তৰ্দ্ধান হোৱা আন এখন 'আঞ্জা। বৰ জোৰ কৰি নিৰয়ে বৰুৱাই দিয়া ভাতৰ আধাখিনি কোনো-মতে খাই উঠি আহিল। আঁতৰৰ পৰা লুকাই চুৰকৈ মাক জীয়েকে তেওঁলৈকে অনবৰত চাই আছিল।

মুখ ধুই ঘটিটো দুৱাৰৰ সিফালে মাটিত থৈ আহোতে ডিঙিৰ গুৰি-ৈলকে মন্তব্য এটা ওলাই আহিছিল: "মাছ নহ'লে কি হ'ল? মাছৰ জোল খালেই মাছ খোৱাৰ সমান হয়।" কিন্তু কথাখিনি মুখৰ পৰা বাহিৰ ওলাই নাহিল।

বৰুৱা পুনৰ আন্ধাৰ বাৰান্দাত বহিলগৈ। তেওঁ ইতিমধ্যে স্বাস্থ্য ভাল কৰাৰ আশা পৰিত্যাগ কৰি পেলাইছে। (পিচত তেওঁ অনুভৱ কৰিছিল, আজি কালি অলপ কথাতে তেওঁ বিচলিত হৈ পৰে। বয়সৰ দোষ কিজানি)। কৰুণাই দি যোৱা চুৰুকা তামোল খন মুখত ভৰাইও তেওঁ মাছৰ কথা পাহৰিব নোৱাৰিলে। বৰং পিক পেলাবলৈ উঠি দেখোন বেজাৰটো বৰ বেছিকৈ উথলি উঠা যেন লাগিল। চকু দুটাও সেমেকি আহিব খোজা যেন পাই তেওঁ আৰু বাৰান্দাত বহি নেথাকিল। লৰালৰিকৈ ভিতৰলৈ সোমাই গৈ বৰুৱাই বিচনাত উঠি আঠুৱা পেলাই দিলে। শোৱাৰ আগতে যে সদাই বাতি এবাৰ পোনাইতক লাল কাল টোপনিতে চাই আহেগৈ, সেই কথা আজি আৰু মনত নপৰিল।

## টেমেকা

মহীধৰে মোৰে একে বয়স। তাক সৰুৱে পৰা দেখি আহিছো। কিন্তু আমি বন্ধু নাছিলো। নানান কাৰণত আমাৰ মাজত ব্যৱধান আছিল। যেনে মহীধৰৰ ঘৰ গাৱঁত আৰু আমাৰ হৈছে চহৰত। আমাৰ দেউতা আছিল নামজ্বলা উকীল আৰু মহীধৰৰ দেউতাকে মাত্ৰ আমাৰ গাৱঁত থকা মাটি-বাৰী তদাৰক কৰিছিল। সেইবোৰ কামত মহীধৰ কেতিয়াবা দেউতাকৰ লগত আমাৰ ঘৰলৈ আহিছিল যদিও আমাৰ ওচৰলৈ নাহি দেউতাকৰ লগে লগেই ফুৰিছিল। কেতিয়াবা দেউতাকৰ হৈ অকলে আহিলেও আমাৰ দেউতাক কব লগীয়া কথা খিনি কৈয়েই আঁতৰি গুছি গৈছিল। স্কুলতো তাক লগ পোৱা নাছিলো। কাৰণ সি গাৱঁৰ ওচৰতে থকা মাইনৰ স্কুলত পঢ়িছিল।

দেখা যায়, আমাৰ মাজত থকা সামাজিক ব্যৱধানটোৱেই প্ৰধানকৈ মহীধৰক আঁতৰাই থৈছিল। আমাৰ ঘৰ-বাৰী, আদব-কায়দা দেখি সৰুতে মহীধৰক অবাক আৰু বিস্মিত হোৱা দেখি কৌতুক বোধ কৰাৰ কথা মনত পৰিলে এতিয়া বৰ লাজ লাগে।

এটা কথা কিন্তু অনুভূতিত সোমাই আছে: মহীধৰক সদায় হকে-বিহকে আমি হাঁহি থকাই দেখিছিলো। বং পাই নে লাজ কৰিয়েই সি এইদৰে হাঁহি থাকিছিল বুজা নাছিলোঁ। কিন্তু তাৰ হাঁহি দেখি আমাৰো হাঁহিবৰ মন গৈছিল।

তাৰ বিষয়ে বাকীবোৰ কথা অৱশ্যে চেষ্টা কৰিলে মনত পেলাব পাৰি : যেনে আমাৰ দেউতা অলপ মদগৰ্ব্বী আছিল যেন বোধহয় ; কিয়নো মহীধৰ দেউতাকৰ লগত অহা দেখিলেই তেখেতে হাস্যৰসত এজোবোৰা মাৰি কৈ উঠিছিল, "কি অ' মহীধৰ, বাপেৰৰ লগতে টেমেকাটো হৈ তয়ো ওলালিহি ?" তেতিয়া কেতিয়াবা তাৰ দেউতাকে কৈছিল, "ই নিচেইকৈ একো নজনা হৈ আছে দেউতা। সেই দেখি লগতে লৈ আহোঁ, দেখি-শুনি অলপ শিকক, ইয়াৰো দেখোন আহিবৰ মন।" তেনে অৱস্থাতো মহীধৰক তলমূৰকৈ বেঞ্চত বহি মিচিক-মাচাক হাঁহি থকা দেখি আমিও হাঁহি সামৰিব নোৱাৰিছিলো।

দেউতাকৰ লগতে আমিও বৰ দুখ পাইছিলো যে মহীধৰে একেৰাহে তিনিবাৰ মাইনৰ পৰীক্ষা পাছ কৰিব পৰা নাছিল। সি ঘৰত নিয়মীয়াকৈ পঢ়া-শুনাও হেনো কৰিছিল ; পঢ়ক বুলি মাক-বাপেকে তাক বৰকৈ ঘৰুৱা কামতো নলগাইছিল। তথাপি তিনি বাৰকৈ মাইনৰত ফেল মৰাত তালৈ আমাৰ বৰ পুতৌ হৈছিল। আমাৰ স্কুললৈকে লৈ অহাৰ কথা দেউতাকে ভাবিছিল। পিচে আমাৰ দেউতাই হে হাক দিলে, কলে যে স্কুল বাগৰি ফুৰা ভাল নহয়, মহীধৰে পাছ কৰিলে সেইখন স্কুলতে কৰিব।

আমাৰ কিন্তু ধাৰণা হৈছিল যে মহীধৰ আমাৰ লগত পঢ়াটো দেউতাই ভাল নেপাইছিল। মহীধৰহঁত ঘনাই আমাৰ ঘৰলৈ আহিছিল যদিও আৰু আমাৰ মাটি-বাৰী তদাৰক কৰি দিছিল যদিও দেউতাই সিহঁতৰ ঘৰখনক তুচ্চ-তাচ্ছিল্য কৰিছিল যেন লাগে। কাৰণ তৃতীয়বাৰ মহীধৰ ফেল হোৱাত মাই দেউতাক কৈছিল, "আই ঐ দেহি! দিয়কচোন ল'ৰাটোৰ কিবা এটা সুবিধা কৰি। ইহঁতৰ লগতে দিয়কহি নহলে, ইয়াতে থাকি পঢ়িব, কিজানি ভাল হয়েই।" —তেতিয়া দেউতাই উত্তৰ দিছিল, "সি পঢ়ি-শুনি ফলাব হৈছে। নেলাগে, তাতকৈ মোৰ মাটি খিনিকে সি চাই-মেলি থাকিব ডাঙৰ হলে।"

অৱশ্যে চতুৰ্থ বাৰত সি মাইনৰ পাছ কৰিছিল। তাৰ পিছত

সেইখন স্কুলতে নতুনকৈ খোলা সপ্তম মানত নাম লগাইছিল। শুনিছিলো পিচ বছৰত অষ্টম মানলৈ প্ৰমোচনো পাইছিল; অৱশ্যে ল'ৰা কম কাৰণে সেই শ্ৰেণীত আটাইকে বোলে প্ৰমোচন দিছিল। ইতিমধ্যে আমি কলেজত পঢ়িবলৈ ঘৰৰ পৰা আঁতৰি গৈছিলো। মোক কলিকতালৈ পঠাইছিল। গতিকে তেতিয়াৰ পৰা পূজা আৰু গৰমৰ বন্ধত আহিহে মহীধৰক লগ পাইছিলো। মাৰ মুখে শুনিছিলো, মহীধৰে আকৌ গোট মাৰিলে; ক্লাছ এইটৰ পৰা বোলে তাক কোনো মতেই পাছ কৰি দিব পৰা নহ'ল। গতিকে বিদ্যা অৰ্জ্জনৰ সকলো আশা এৰি দি সি স্কুললৈ নোযোৱা হ'ল। কিছু দিন ঘৰতে থাকি কাম বিচাৰিবলৈ ধৰিলে। কাম বিচাৰি অৱশ্যে সি সদায় দেউতাৰ ওচৰলৈকে আহে। দেউতাই তাৰ কাৰণে কম চেষ্টা নকৰিলে; সি য'ৰে পৰা চাকৰিৰ সন্ধান আনে তালৈকে আওপকীয়া-পোনপটীয়া সকলো বাটেৰে দেউতাই চিঠি লিখি দিয়ে। কিন্তু আচৰিত কথা, এঠাইতো সি চাকৰি নেপায়। ক'ৰবাত কাম খালি থকাৰ খবৰটোৱেই ভুল হয়; সৰহ ভাগতে তাৰ গঢ়-গতি দেখি ওভতাই পঠায়। গতিকে সি সদায় কেণ্ডিডেট। বাপেক-পুতেক দুয়ো কিন্তু বৰ আশাৰে দেউতাৰ চকুলৈ চাই থাকে। তেখেতেহে একো কৰি দিব নোৱাৰিলে। অৱশেষত উপায়ান্তৰ হৈ নিজৰ তলতে মহৰিৰ কাম শিকিবলৈ লগাই দিলে। দেউতাৰ মহৰি এজন আছিলেই; তথাপি সহায় কৰিবৰ মনেৰে হবলা মহীধৰকো মহৰি পাতিলে। তেতিয়াৰ পৰা, সাধুকথাৰ শেষত এবেগতীয়া অলপ ওখ হোৱাৰ দৰে, মহীধৰো অলপ গহীন হ'ল। আমি বন্ধত ঘৰলৈ আহিলে আমাৰ আগত ববৈকে লাজ-সঙ্কোচ নকৰি "ককাইদেউ" বুলি ওচৰ চাপি আহে, খা-খবৰ লয়, কিতাপ-পত্ৰবোৰ চায়। মাকো "আই পানী এটোপা দিয়ক" বুলি চাহ খুজি খাইছিল।

আমাৰ ভিতৰত আটাইতকৈ সৰু সোণালীজনী বৰ দুষ্ট। শংচোকা দেউতাক অকল তাইহে ভয় নকৰিছিল। দেউতাও বোধহয় ঘৰখনৰ ভিতৰত সোণালীৰ মৰমতহে বশ হৈছিল। মহীধৰ মহৰি হোৱাৰ পিচত

মাজে মাজে সোণালীয়ে ঠাট্টাৰ সুৰত সোধে, "দেউতা তোমাৰ দুই নং মহৰিয়ে কেনে কাম কৰিছে ?" দেউতাই আপুৰুগীয়া হাঁহি এটা মাৰি কয়, "অকল তাক লগ পালে মোৰ মক্কেলে কাম নকৰোৱাকৈ যায়গৈ।"

এই সময়তে কেবাটাও ঘটনা হৈ আমাৰ ঘৰখনক বিমোৰ আৰু বিচলিত কৰি তুলিছিল। হঠাৎ দুদিনৰ অসুখতে মহীধৰৰ দেউতাক ঢুকাল। সিহঁতৰ অৱস্থা ভাল নাছিল; নিজৰ বুলিবলৈ অলপীয়া মাটিহে আছিল; আমাৰ মাটিৰ পৰাই ঘৰ খন এক প্ৰকাৰ চলি আছিল বুলিব লাগে। ঘৰত মহীধৰৰ উপৰি দুজনীকৈ আবিয়ৈ ছোৱালী। ইপিনে মহীধৰো মানুহ হব নোৱাৰিলে। আমাৰ বৰ সহানুভূতি হৈছিল। মাক নিৰৱে চকু পেলোৱা দেখি দেউতাও গম্ভীৰ হৈ গৈছিল। বোধহয় দেউতাই তেতিয়াহে উপলব্ধি কৰিছিল যে মহীধৰহঁতৰ ঘৰ খন আমাৰ সংসাৰৰ পৰা বিলগ নহয়; গতিকে যেতিয়া পুতেকক লৈ মহীধৰৰ মাক আহি আমাৰ মাৰ ওচৰত কান্দিবলৈ ধৰিলে তেতিয়া ভিতৰৰ পৰা ওলাই আহি দেউতাই কলে, "যোৱা মানুহ যাবই। আমিও এদিন যাব লাগিব। এতিয়া চিন্তা কৰিব নেলাগে। আমিতো আছোঁৱেই।" মহীধৰৰ মাক আশ্বস্ত হৈ সেই দিনা গুছি গৈছিল। পিচত দেখিলোঁ, দেউতাই কথা ৰাখিলে : সময়ে সময়ে মহীধৰহঁতক সহায় কৰি থকাৰ উপৰি ছোৱালী দুজনীকো চেষ্টা কৰি বিয়া দিলে।

দিন যোৱাৰ লগে লগে মহীধৰে দেউতাক নোহোৱাৰ দুখ পাহৰি যাবলৈ ধৰিলে। কাজী মাকৰ সহায়ত ঘৰখন ধৰি থকাৰ উপৰি সি নিয়মীয়াকৈ কাছাৰী আৰু আমাৰ ঘৰলৈ অহা-যোৱা কৰি থাকিল। কিন্তু আমাৰহে দুখৰ দিন আহিল। দেউতাক মৰা বাবে মহীধৰক আমাৰ ঘৰৰ সকলোৱে বেছিকৈ মৰম কৰিবলৈ ধৰিছিলোঁ। আনকি দুষ্টা সোণালীয়েও ঠাট্টা-মস্কৰা কৰিবলৈ এৰি মহীধৰক ভালদৰে ব্যবহাৰ কৰিছিল, সি আহিলে মাই আদেশ নিদিয়াকৈয়ে চাহ-জলপান কৰি দিছিল, ভনীয়েক দুজনীৰ বিষয়ে নানান কথা সুধিছিল। পিছে কিছু দিনৰ পিচত দেখিলোঁ সোণা-

লীয়ে মহীধৰক দেখিব নোৱাৰা হ'ল। এইবাৰ আগৰ দৰে কৌতুক আৰু ঠাট্টা মস্কৰা নহয়, একেবাৰে ভীষণ খং। মহীধৰক পদূলিয়েদি সোমাই অহা দেখিলে কয়, "এই মৰাটো, দেখিবৰ মন নেযায়।" আকৌ কেতিয়াবা কয়, "কেনেকৈ ভয় লগাকৈ মোৰ ফালে চাই থাকে, কটা মাৰি দিবৰ মন যায়।" আমি বৰ কৌতুক বোধ কৰোঁ। দেউতাকৈ ভয় নকৰা একমাত্র প্রাণীটি এইদৰে জব্দ হোৱাত আমি আনন্দ পালোঁ। তাইৰ খং তোলাবৰ মনেৰে আমি কওঁ, "হক দে, তই দেখিবলৈ ধুনিয়া কাৰণেহে চাইছে।" হয়ো, অনিন্দ্যসুন্দৰী নহলেও ঘৰ খনত সোণালীয়েই আছিল জাকত জিলিকা। তাই ক্লাছ ছেভেনত পঢ়োতেই এইবোৰ ঘটনা হৈছিল। সেইবাৰ ময়ো পৰীক্ষা দি ঘৰতে আছিলোঁহি। এদিন খঙত কান্দো কান্দো হৈ সোণালীয়ে মোক কলে, "দাদা মহীধৰ বৰ বাঢ়ি গৈছে। সি আজি মোৰ পিঠিত ইচ্ছা কৰিয়েই হাত এখন লগাই দিছে।" ভাল কিতাপ এখন পঢ়ি মই আপোন পাহৰা হৈ আছিলোঁ; তাইৰ কথাত বিৰক্ত হৈ কলো, "ভৱিষ্যতে তেনেকুৱা নকৰিবলৈ তাক কম বাৰু। এতিয়া যা।" তাই ঘোপাকৈ খঙত মোলৈ ক্ষন্তেক চাই ডুপডুপাই আঁতৰি গ'ল। কিন্তু কেই দিন মানৰ পিচত আকৌ মোৰ কোঠালৈ আহি এখন চিঠি মোৰ হাতত গুজি দি "এইখন পঢ়ি চোৱা" বুলি মোৰ বিচনাতে মুখ গুজি কান্দিবলৈ ধৰিলে। অলপ আচৰিত হৈ চিঠিখন খুলি চাই দেখো সেইখন সোণালীলৈ দিয়া মহীধৰৰ প্রেমপত্র। বাৰ পাছি নানান ভুল আৰু অ'ৰ শব্দ ত'ত লগাই সি বুজাব খুজিছে যে তাইৰ স্বৰ্ণাভ স্বাস্থ্যশ্ৰী আৰু অসহ্য ৰূপজ্যোতিত সি ইতিমধ্যেই চেৰা বলীয়া হৈ গৈছে।

দেখিলো যে কথাটো বৰ বেয়া হৈ গ'ল। আমি আগতেই সাৱধান হব লাগিছিল। সৰু ছোৱালী যদিও স্ত্রীজাতি বুলিয়েই সোণালীয়ে বিপদৰ কথা প্রথমৰে পৰা অনুভৱ কৰিছিল। সোণালীক প্রতিবিধানৰ আশ্বাস দি তেতিয়াই মই ব্যস্ত হৈ পৰিলোঁ। মাৰ লগত আলোচনা কৰিলোঁ। ঠিক কৰিলো যে কিবা বুধি কৰি মহীধৰক আঁতৰাই ৰাখিব

লাগিব। আঁতৰি থাকিলেই তাৰ ব্যাধি দূৰ হব। দেউতাক নকওঁ, কাৰণ দেউতাই শুনিলে বন্দুকটো লৈ খেদিয়েই যাব পাৰে।

ঠিক সেই সময়তে আৰম্ভ হ'ল আইন অমান্য আন্দোলন। দেউতা আগৰ পৰা সক্রিয় নাছিল যদিও স্বাধীনতা আন্দোলনৰ প্ৰতি তেখেতৰ সমর্থন আছিল। এইবাৰ ওকালতি এৰি পোন-চাটেই ঘৰৰ পৰা ওলাই গ'ল। গাৱেঁ গাৱেঁ ঘূৰি ফুৰিবলৈ ধৰিলে। লগত লৈ গ'ল মহীধৰক। দেউতা বহু দিনলৈ ঘৰলৈ নাহেই। আহিলেও এৰাতি মান থাকি আকৌ যায়গৈ। আমি স্বস্তিৰ নিশ্বাস পেলালোঁ।

সেই সময়ত মাজে মাজে মহীধৰৰ খবৰ পাই থাকোঁ, যেনে দেউতা আৰু আন নেতা সকলৰ লগত পৰি বোলে সিও বক্তৃতা দিবলৈ ধৰা হ'ল। আন্দোলনৰ কামত বোলে সি একান্ত মনে খাটিছিল, সি নথকা হলে নেতা সকলে সভা-সমিতি পতাত ভালে খিনি অসুবিধাই পালেহেঁতেন। গতিকে সি বক্তৃতা দিব খুজিলে অমান্তি হবৰ উপায় নাছিল। আৰু সি প্ৰত্যেক খন সভাতে বক্তৃতা দিবই। এই আন্দোলনত দেউতাকে আদি কৰি নেতৃস্থানীয় লোক সকল গ্ৰেপ্তাৰ হ'ল। কিন্তু তাৰ পিচতো মহীধৰে গাৱেঁ গাৱেঁ ঘূৰি আন্দোলন চলাই থাকিল। আন্দোলনৰ বিষয়ে সকলো নির্দ্দেশ মানি চলি সি স্বাধীনতাৰ বাণী প্ৰচাৰ কৰি থাকিল। পুলিচে তাক গ্ৰেপ্তাৰ কৰাৰ কথা মুশুনিলো।

দেউতাৰ অনুপস্থিতিত মই ঘৰত থাকিব লগীয়া হোৱাত এটা বছৰ মোৰ হানি হ'ল। গতিকে দেউতা জেলৰ পৰা ওলাই অহাৰ পিচত মই পঢ়িবৰ কাৰণে আকৌ গুছি গলোঁ। সেই বাবে বেছ কিছুদিনলৈ মহীধৰৰ কথা ব্যক্তিগতভাৱে জানিব পৰা নাছিলোঁ। তথাপি দেউতাই পুনৰ ওকালতি কৰিবলৈ আৰম্ভ কৰাত সোণালীৰ কাৰণে আশঙ্কা কৰি মহীধৰৰ বিষয়ে মালৈ চিঠি লিখি সুধিছিলোঁ। মাৰ পৰা জানিব পাৰি আশ্বস্ত হৈছিলোঁ যে মহীধৰৰ সেইটো স্বভাৱ আৰু নাই; আজি-কালি বৰকৈ নাহে; আহিলেও দেউতাৰ লগতে কথা-বতৰা পাতি গুছি যায়গৈ,

সোণালীক আমনি নকৰে। মোৰ অনুমান, সি মাইঁজৰ পৰা কম ভাল ব্যৱহাৰ পাই উপলব্ধি কৰিলেগৈ যে কামটো সি ভাল কৰা নাই।

কিছু দিনৰ মূৰত শুনিলোঁ, মহীধৰে গাৱঁৰে বাটলু তিৰোতা এজনী আজি ঘৰ সুমুৱালেহি। মাকে গালি-শপনি পাৰিছিল, কন্দা-কটাও কৰিছিল; কিন্তু তাৰ তৰ্জ্জন-গৰ্জ্জনতে বোলে মনে মনে থাকিবলৈ বাধ্য হ'ল। এতিয়া তাৰ মত আৰু উপাৰ্জ্জনত ঘৰ চলে কাৰণে মাক নিতাল মাৰিলে। মই কল্পনা কৰি চাইছিলোঁ, নিৰীহ ৰাগ-জাল নোহোৱা, হকে-বিহকে মিচিক-মাচাক হাঁহি থকা মহীধৰে তৰ্জ্জন গৰ্জ্জন কৰিলে দেখিবলৈ কেনে হ'ব। মাই লিখিছিল যে তাৰ মাকে আহি কৈছিল—যি জনীক আনি মহীধৰে ঘৰ চপালে সেইজনীৰ আগৰ ল'ৰা ছোৱালী নাই যদিও, মানুহ জনী মহীধৰতকৈ বয়সত বহুত ডাঙৰ আৰু স্বভাৱতো তেনেই অমিল—বৰ দন্দুৰী। কথাটো শুনি মই হাঁহিমেই নে কান্দিমেই কব পৰা নাছিলোঁ। প্ৰথমে সোণালীৰ নিচিনা মৰম লগা কুমলীয়া ছোৱালী এজনীৰ প্ৰেমত পৰিল, তাৰ পিচত গৈ লৈ আহিল অন্যপূৰ্ব্বা এজনী বিগত-যৌৱনাক। সিনো বাৰু গাৱঁৰ কোনো ছোৱালীৰে মন যোগাব নোৱাৰিলেনে? তাৰ প্ৰকৃতিয়ে গাৱঁৰ একেবাৰে আগচী জনীকো তাৰ পৰা বিকৰ্ষণ কৰিছিল? কথাটো ভাৱি তালৈ বৰ পুতৌ হ'ল।

এইখিনি সময়তে মোৰ মূৰৰ ওপৰেদি এটা ডাঙৰ ধুমুহা বলি গ'ল। অগা-পিচাকৈ আইন আৰু এম-এ পৰীক্ষা দি মই ঘৰলৈ অহাৰ কিছুদিন পিছতে দেউতা টান অসুখত পৰিল। প্ৰথমে বৰ ভয় খুৱালে। ডাক্তৰৰ মুখো মলিন দেখিলো। ডাক্তৰে খুলি নকলেও আৰ-তাৰ পৰা জানিব পাৰিলোঁ যে ৰক্তচ্ছাপ। যি হওক কোনো মতে ঈশ্বৰৰ কৃপাত ৰক্ষা পৰিল। আকৌ কাছাৰীলৈ যাবলৈ ধৰিলে আৰু মোকো যাবলৈ লগাই দিলে—এজন নামজ্বলা উকীলৰ তলত মোক জুনিয়ৰ হিচাপে ওকালতি কৰিবলৈ আদেশ দিলে। দেউতাই নানান প্ৰকাৰে মোক সহায়ো কৰিলে। কিন্তু লক্ষ্য কৰিলোঁ, তেখেত যেন ক্ৰমাৎ মৰহি যাব ধৰিছে, নিস্তেজ হৈ যাব ধৰিছে। ৰবকৈ বাহিৰলৈ নেযায়, বেছি কথা নেপাতে,

খণ্ডো একেবাৰে পাতলিল। কেতিয়াবা তেখেতৰ ওচৰত বহুৱাই মোক সা-সম্পত্তিৰ লেখ দিয়ে। উইলৰ কথাও কয়। অলপ বিৰক্ত হৈ সেই-বোৰনো মোক কিয় কব লাগিছে বুলি কৈ উঠিলে তেখেতে গম্ভীৰ ভাৱে উত্তৰ দিয়ে, "এইবাৰ কথা তয়েইতো জানিব লাগে। মোৰ অবিহনে তয়েই-তো এইবোৰ চলাই কৰাই খাব খাব লাগিব।" মই তেতিয়া দুখত তল-মূৰ কৰোঁ। দেউতাই যেন চিৰ বিদায়ৰ কাৰণে এইদৰে নিজকে প্ৰস্তুত কৰিছে, এনে অনুমান হয়। নিৰৰে আঁতৰি আহোঁ। মাই সুধিলে সা-সম্পত্তিৰ কথা খিনি কওঁ, কিন্তু মনৰ ভাৱটো লুকুৱাই থওঁ। কিন্তু মায়ো যেন সকলো বুজি পায়। মলিন মুখেৰে মাটিলৈ চাই থাকে। মই দিশহাৰা হওঁ।

এদিন দেউতাই এনেকৈ সম্পত্তিৰ কথা কওঁতে কলে, "মহীধৰৰ নামে কিছু মাটি পট্টা কৰাই দিবি। নহলে তাৰ ঘৰখন ৰসাতলে যাব। গাৱঁৰ মাটি-বাৰী বাকীখিনি যি কৰ কৰিবি।" অলপ অবাক হৈছিলো। মহীধৰক দেউতাই সদায় তুচ্ছ-তাচ্ছিল্যাই কৰি আহিছে। শেষ মুহূৰ্ত্তত এইদৰে অসহায় মহীধৰক উদ্ধাৰ কৰি থৈ যাব খুজিছে। বোধহয় দেউতাক যিমান নিষ্ঠুৰ বুলি আমি ভাৱো সিমান নহয়।

ইয়াৰ কিছুদিনৰ পিচত দেউতা আকৌ আগৰ বেমাৰতে পৰিল। এইবাৰ আৰু তেখেতক বচাব নোৱাৰিলোঁ। চেষ্টা কৰাৰ একো সুযোগ নিদিয়াকৈয়ে মাই চিঞৰ-বাখৰ কৰি থকাৰ মাজতে তেখেতে আমাক চিৰ দিনৰ কাৰণে এৰি গ'ল। মই এক প্ৰকাৰ সাজু হৈয়েই আছিলোঁ। তথাপি বিচলিত হলোঁ। যি মোৰ জীৱনৰ মূল, যাৰ তেজ আৰু প্ৰাণেৰে মোৰ সৃষ্টি সেই উৎস এদিন শুকাই গলে কেনেকুৱা লাগিব ? মোৰো সেয়ে হৈছিল, নাকান্দো বুলিও কান্দিছিলোঁ। মা আৰু সোণালীৰ কান্দোনৰ অন্ত নাছিল ; অৱশ্যে সমবেদনাৰো অন্ত নাছিল। আমাক সহানুভূতি জনাই দুখ পাতলাবলৈ বহুতো মানুহ আহিছিল। মহীধৰ আৰু তাৰ মাকো আহিছিল। মাকে ভিতৰ পিনে কি কৰিছিল কব নোৱাৰোঁ। কিন্তু দেউতাৰ মৃতদেহ থকা কোঠাটোৰ এচুকত, অসংখ্য

মানুহৰ আঁৰত থিয় হৈ একেথৰে দেউতাৰ পিনে চাই থকা দেখিছিলো মহীধৰক; মুখখন তাৰ হাঁহো হাঁহো কৰাৰ দৰেই হৈ আছিল, কিন্তু আচলতে তাৰ কান্দোন উথলি উঠিছিল; তাৰ দুচকুৰ পিৰঠিবোৰ সেমেকি উঠিছিল। তাৰ মূক বেদনা মোৰ বেদনাৰ সমানেই যেন লাগিছিল। তাৰ লগতে মোৰো এজাউৰি কান্দি লবৰ মন গৈছিল।

আন বেদনাহত মানুহৰ দৰে দিন যোৱাৰ লগে লগে আমাৰো দুখ পাতলি আহিল। দেউতাৰ উপদেশ মতেই ঘৰখনৰ ভাৰ মই ললোঁ। সোণালীক শ্বিলঙত পঢ়িবলৈ পঠাই দিলোঁ। মহীধৰক মাতি আনি দেউতাৰ ইচ্ছাৰ কথা কৈ সকলো ব্যৱস্থা কৰি দিলোঁ। সি তলমূৰকৈ থাকি নিৰৱেই আমি দিয়া মাটিখিনি ললে আৰু দেউতাকৰ দৰেই আমাৰ মাটিৰ তদাৰক কৰি থাকিবলৈ গাত ললে। দেউতাৰ লগত কৰাৰ দৰে মোৰ লগতো মহৰি হিচাবে সি কাম কৰিব খুজিছিল, মই মান্তি নহলোঁ। কাৰণ তাৰ লগত একেলগে ডাঙৰ-দীঘল হৈছোঁ যেতিয়া তাক মোৰ তলতীয়া কৰি ৰাখিবলৈ মন নগ'ল। তাতকৈ বৰং আমাৰ পৰি থকা বাম মাটি কেইপুৰাত এখন পাম খুলিবলৈ কলোঁ; সিও তাতে মান্তি হ'ল।

মাটি-বাৰীৰ কথা লৈয়েই মহীধৰ আমাৰ ঘৰলৈ আহি থাকে। পামৰ কাৰণে মাটি মুকলি কৰি জেওৰা দিয়াৰ কথা সি কয়হি। পামত খটাবলৈ টকা নিয়ে। দিহা পৰামৰ্শও লয়। মই পিচে খেতি-বাতিৰ একোকে নেজানো। তাৰ ওপৰতে সকলো এৰি দিওঁ। মাত্ৰ কেতিয়াবা চাই আহিম গৈ বুলি কওঁ আৰু চৰকাৰী কৃষি বিভাগৰ অফিচলৈ কিবা-কিবি বিচাৰি পঠিয়াই দিওঁ। গাৱঁলৈ যাবলৈ সি মোক বৰকৈ ধৰে। মইহে সময় উলিয়াব পৰা নাই। আচৰিত কথা, মহীধৰহঁতৰ ঘৰৰ লগত আমাৰ ইমান . . . নবিড় সম্বন্ধ, অথচ মই আজিলৈকে সিহঁতৰ গাওঁলৈকে যোৱা নাই। মটৰেৰে গাওঁখনৰ ওচৰেদি পাৰ হৈ আহিছোঁ, কিন্তু সোমাই চোৱা নাই। দেউতা অৱশ্যে বহুবাৰ গৈছে। আমাকহে কেতিয়াও উৎসাহ দিয়া নাই। এইবাৰ এবাৰ যেনে তেনে যাম বুলি

মনতে থিৰ কৰো। মহীধৰক কওঁ, "ইমানবোৰ বিহু-সংক্ৰান্তি গ'ল মহীধৰ, ঘৰো পাতিলা, তেও এবাৰো চোন তোমাৰ ঘৰলৈ নেমাতিলা?" তেতিয়া উৎসাহিত হৈ সি মোক ধৰে তাৰ তালৈ যাবলৈ। মই কথা দিওঁ যে দুই-এদিনতে তাৰ ঘৰ ওলামগৈ। মায়ো কলে যাবলৈ।

গতিকে এদিন আবেলি কাম-বন কৰি উঠি মহীধৰৰ তালৈ ওলালো। গাওঁখন চাৰি মাইল মান আঁতৰত। চাইকেল মাৰি গৈও গধূলিহে পালোগৈ। অৱশ্যে ঘাই আলিৰ দাঁতিত কাবণে বৰ চিন্তা কৰা নাছিলোঁ। গাৱঁত সোমাই মানুহক সুধি সুধিহে মহীধৰৰ ঘৰ উলিয়াব লগা হৈছিল। মোক কোনেও গাৱঁত চিনি নেপায়। দেউতাৰ নাম কোৱা হলে হয়তো দুই-একে চিনি পালেহেঁতেন। কিন্তু সেইটো কৰিবলৈ মোৰ ভাল 'নেলাগিল। প্ৰথমে যি ঘৰ মানুহক সুধিলো তাৰে এজনে আগ-বাঢ়ি আহি মোক ঘৰটো দেখুৱাই দিবলৈ ওলাল। মই চাইকেল তেওঁলোকৰ তাতে থলোঁ। বাটত মানুহ জনে মোৰ পৰিচয় সোধাত চমুকৈ জনালো যে মই নগৰৰ পৰা আহিছোঁ, মহীধৰৰ লগত অলপ কাম আছে। ভাগ্যে মানুহজনে একো সন্দেহ নকৰিলে। মহীধৰৰ ঘৰত তৰ্জ্জন-গৰ্জ্জন কৰি কাজিয়া লগাৰ কথা আমি পদূলিৰ পৰাই গম পালোঁ। মানুহজনে সেই খিনিতে মোক এৰি "আপুনি যাওক, মোক ঘৰতে লগ পাব," বুলি উলটি খোজ ললে। মোৰ লগত মহীধৰৰ ঘৰলৈকে নাযায় নেকি বুলি সোধাত তেওঁ ৰহস্যময় ভাৱে ক'লে, "সেইপিনে আমি আৰু বৰকৈ নেযাওঁ। একো নহয়, যক।" তেওঁ গ'লগৈ। ময়ো সোমাই গলোঁ। পদূলিৰ পৰা ঘৰটোলৈ ভালেখিনি নিলগ। বাঁহ আৰু তামোল গছৰ তলে তলে দুফালে জেওৰা দিয়া বাটটোৱেদি যিমানেই আগুৱাই গলোঁ সিমানেই স্পষ্টকৈ কাজিয়াৰ শব্দ শুনিবলৈ পালোঁ। তিৰোতা মানুহৰ মাতেই শুনিছিলো বেছিকৈ। পাতল আন্ধাৰত অস্পষ্ট ভাৱে সৰু লগালগি ঘৰ দুটা দেখিছিলোঁ। কি কাজিয়া লাগিছিল ধৰিব পৰা নাছিলোঁ। ঘৰৰ নিচেই ওচৰলৈ গৈ কাণ পাতিবৰ কাৰণে অলপ ৰলোঁ। হঠাৎ আন্ধাৰ পিৰালিত মহীধৰৰ

মাত শুনিলো, "তই ববকৈ কেপকেপাই নেথাকিবি দেই।" দেখে বুলি মই অলপ সাৱধানে থাকিলোঁ। মহীধৰৰ কথাবোৰ গালিতকৈ অনুৰোধ যেনহে লাগিল।

তাৰ কথাত জুইহে যেন জ্বলি উঠিল। ভিতৰত কোনোবা তিৰোতা মানুহে কৈ উঠিল, "হয় হয় মইহে কেপকেপাইছোঁ। উকীলনী নিচেইকৈ নিবুকী নহয়, একো কোৱাই নাই।"

এইবাৰ মহীধৰৰ মাকৰ মাত শুনিলোঁ, "হেৰ নিলাজ, এই জনীকে চপাই লৈছিলি—মুখৰ আগতে গালি পাৰিলেও তোৰ মাত নাই। তই মতা নে মাইকী?"

আকৌ মহীধৰৰ মাত শুনিলো, এইবাৰ সি অলপ চৰা সুৰত কলে, "তই চুপ থাক দেই, নহলে কথা বেয়া হব—উস ভালবোৰৰ লগত মোৰ সঙ্গ হ'ল।"

মহীধৰৰ মাকে হিয়ালি-জিয়ালিকৈ কান্দিবলৈ ধৰিলে। মহীধৰৰ ঘৈনীয়েকে কলে, "ইহ চুপ থাক! কেলেই চুপ থাকিম? তোমাক উকীলৰ ল'ৰা বুলি কোনে নেজানে? মোক যে গালি পাৰি থাকে, দন্দুৰী বুলি কয়—তোমাৰ মাৰাক গাওঁখনে কিবা উকীলনী নোবোলেনে?"

মই উলটি খোজ ললোঁ। বৰ ভয় লাগিবলৈ ধৰিলে। বাট নেদেখা যেন হলোঁ। মূৰটো ঘূৰা ঘূৰা যেন লাগিল। উকীলৰ ল'ৰা কোন? উকীলনী বুলি কাক জোকায়? ভাবিবলৈকো ভয় লগা হ'ল। কোনোমতে খুব ধৈৰ্য্য ধৰি চাইকেলখন থোৱা মানুহ ঘৰ পালোঁহি। অথনিৰ মানুহজনৰ পৰা বিদায় লৈ চাইকেলখনেৰে সৈতে প্ৰায় থৰকবৰককৈ খোজ ললোঁ। মানুহজনে মোক আগবঢাই থবলৈ আহিল। তেওঁৰ ওচৰত সংযত হবলৈ বাধ্য হৈ কথাৰ উত্তৰ দিবলৈ ধৰিলোঁ। কিং-কৰ্ত্তব্য-বিমূঢ় হৈ মহীধৰহঁতৰ ঘৰৰ কাজিয়াৰ কথা কৈ তেওঁক সুধিলো ইয়াৰ অৰ্থ কি?

মানুহজনে প্ৰথমে একো নেমাতিলে। নিৰৱে কিছু পৰ গৈ থাকিল।

তাৰ পিচত যি কলে তাৰ মৰ্ম্ম এয়ে যে মহীধৰৰ ঘৰত এনেকুৱা কাজিয়া হৈয়ে থাকে ; তাৰ বাটলু তিৰোতাজনীয়ে কোৱা কথাবোৰ সচাঁ ; এজন নামজ্বলা উকীলৰ ফালৰে ল'ৰা মহীধৰ। কিন্তু তাৰ জন্মৰ আগতে মহীধৰৰ বাপেকৰ লগত উকীলে অনেক টকা-পইচা খৰচ কৰি মাকৰ বিয়া পাতি দিয়ে ; গাৱঁৰ মানুহে সকলো কথা জানে আৰু সেই কাৰণে মহীধৰ-হঁতৰ ঘৰখনক কম ফিচিঙা-ফিচিঙ নকৰে ; মাকক উকীলনী বুলি জোকায় ; মানুহ ঘৰ ঠিক এঘৰীয়া নহয়, তথাপি আনৰ লগত আহ-যাহ কম ; উকীলে কিন্তু গোটেই জীৱন মানুহ ঘৰক সহায় কৰি আহিছে, মাটি-বাৰীও দিছে।

উকীলজনৰ নাম যি বুলি মানুহজনে কলে সেই জন দেউতাৰ বাহিৰে আন কোনো নহয়।

ঘাই আলিত তুলি দি মানুহজন উলটি গ'লগৈ। মই আন্ধাৰৰ মাজেদি চাইকেলখন ঠেলি ঠেলি আহি থাকিলোঁ। চাইকেলত যে উঠি আহিব লাগে সেই কথা তেতিয়া মোৰ মনত নাছিল। মোৰ মনত তেতিয়া কেৱল এটা কথাই খেলাই আছিল : মহীধৰ মোৰ দেউতাৰে ল'ৰা, মহীধৰ মোৰে ভাই।

## পিয়েৰছন চাহেবৰ মৃত্যু

পিয়েৰছন চাহেবৰ নাম শুনিছানে? নাই শুনা নহয়? নুশুনাই স্বাভাৱিক। ইংলেণ্ডৰ মানুহ; কিন্তু চাৰ্চিল ক্রিপছ বা চাৰ হেন্‌ৰী কটনৰ পৰ্য্যায়ৰ মানুহ নহয় যে তেওঁক সকলোৱে জানিব।

মোক জানো চিনি পোৱা? মই নামজ্বলা ৰাজনীতিজ্ঞও নহওঁ, ৰাজ কাপুৰো নহওঁ বা বেজবৰুৱাৰ দ'ৰে সাহিত্যৰথীও নহওঁ যে মোৰ নাম মানুহৰ মুখে মুখে হব। তথাপি মই শিক্ষাকতা কৰা স্কুল খনে, মোৰ জন্মভূমি গাওঁখনে, আমাৰ অঞ্চলটোৱে মোৰ কথা ভালকৈয়ে জানে, আমাৰ অঞ্চলটোৰ সুখ-দুখ সমস্যা ইত্যাদিৰ লগত মই জড়িত। অন্ততঃ কিছুমান মানুহে মোক চিনি পায়।

ঠিক তেনেকুৱা কথা। পিয়েৰছনকো কিছুমান মানুহে ভালকৈয়ে চিনি পায়। ইংলণ্ডৰ কথা কোৱা নাই, আমাৰ অসমৰ মানুহেই চিনি পায়। আমাৰ অঞ্চলটোৰ মানুহে তেওঁৰ কথা জানে। আমাৰ গাওঁখনৰ লগত তেওঁৰ স্মৃতি অদৃশ্য কিন্তু অমৰ হৈ আছে।

পিয়েৰছন আছিল চাহ বাগিচাৰ ইংৰাজ কৰ্ম্মচাৰী। আমাৰ গাঁৱৰ ওচৰৰ বাগিচাখনত তেওঁ আছিল ছোট বা কামজাৰী চাহেব। বহুত দিন একেখন বাগিচাতে কাম কৰিছিল। কিন্তু তেওঁ ছোট আৰু কামজাৰী চাহেব হৈয়েই থাকিল। আৰু তেওঁ সদায় বুঢ়া হৈয়েই থাকিল। মানে, মই নিচেই সৰুৰে পৰা তেওঁক জাহাজী কল পুলিটোৰ দৰে চাপৰ,

নোদোকা, পকা গোফ আৰু আধা পকা চুলিৰে সৈতেই দেখি আহিছো— তেওঁ পেন্সন লৈ গুচি যোৱালৈকে সেইটো গঢ়তেই দেখিছিলো। পিয়েৰছন চাহেব সদায় পিয়েৰছন চাহেব।

মই কলেজলৈ গৈ সৰহকৈ ইংৰাজী কিতাপ পঢ়িবলৈ লোৱাৰ পিচতহে পিয়েৰছন নামটো ইংৰাজী আখৰেৰে জোতাই পিয়াৰ্ছন কৰিবলৈ শিকিছিলো। কিন্তু মন, স্মৃতি, গল্প-গুজৰ সকলোতে ৰবাৰ্ট পিয়াৰ্ছন হৈ আছে কেৱল পিয়েৰছন চাহেব।

ৰবাৰ্ট পিয়াৰ্ছন সিদিনা ঢুকাইছে।

দেওবাৰে ইংৰাজী বাতৰিৰ কাকতখন খৰচি মাৰি পঢ়ি যাওঁতে অবিচুয়েৰী এটাত ৰবাৰ্ট পিয়াৰ্ছনৰ মৃত্যু হোৱাৰ খবৰ পঢ়ি চকু থৰ হৈ গ'ল: লণ্ডনৰ উপকণ্ঠ এটাত থকা সৰু নিজা ঘৰত পয়সত্তৰ বছৰ বয়সত তেওঁৰ মৃত্যু হৈছে। তেওঁ বহু কাল ভাৰতবৰ্ষত আছিল। তেওঁৰ দুখন কিতাপে ইংৰাজী ভাষাৰ পঢ়ুৱৈ সমাজত বেছ সমাদৰ লাভ কৰিছিল—এখন অসমৰ পৰ্ব্বতে জঙ্ঘলে কৰা চিকাৰৰ কাহিনী আৰু আন খন ভাৰতীয় পটভূমিত লিখা কিছুমান গল্পৰ সমষ্টি।

পিয়েৰছন চাহেবে কিতাপো লিখিছিল, এই প্ৰথম জানিলো। মই তেওঁক কেৱল নিয়মীয়া বুঢ়া কাম-জাৰী চাহেব, চাপৰ শকত লেহেম ইংৰাজ চাহ-কৰ্ম্মচাৰী বুলিয়েই সদায় জানি আহিছিলো। তেওঁ যে কাব্যও কৰিব পাৰে সেই কথা সপোনতো ভবা নাছিলো। সাহিত্য চৰ্চ্চা কৰাৰ কথা অৱশ্যে আমাৰ অঞ্চলটোত কোনেও নকয়।

বাতৰিটো পঢ়ি মনটো অলপ উৰুঙা-উৰুঙা লাগিল। দেওবাৰে এনেয়ে উদাস উদাস লাগেই, তাতে মোৰ দৰে বোৰ্ডিংত লৰাৰ লগত পৰি থকা দণ্ডুৱা মানুহৰ কাৰণে সেইটো আৰু বেছি। নতুন হাইস্কুলখন গঢ়ি তুলিব লাগে বুলি গাঁৱৰ ৰাইজে প্ৰস্তাৱ কৰাত ঘৰ-বাৰী এৰি স্কুল খনতে কামোৰ মাৰি ধৰি আছোহি—যদিও গাৱঁৰ ঘৰখন এমাইলৰ ভিতৰতে। কাম-কাম নোহোৱা দেওবৰীয়া আবেলিটোত পলমকৈ হ'লেও কাগজখন পাই ভাল লাগিছিল। বাহিৰ ভিতৰৰ উৰুঙা

লগা খিনি জোৰেৰে আঁতৰাই থৈ বৰ আগ্ৰহেৰে পঢ়ি গৈছিলো। পিয়েৰছন চাহাবৰ মৃত্যুৰ বাতৰিটো পাই মন ৰেছি্হে উদাস লাগিল। সৰু কালৰ বহুত কথা মনলৈ আহিল। নিৰ্লিপ্ত আৰু নিৰ্ব্বিঘ্ন হৈ বাগিচাৰ মাজেদি চাৰি মাইল দূৰৰ স্কুললৈ অহা-যোৱা কৰোতে পিয়েৰছন চাহাবক চালাম দিয়া, কথা পতা, কেতিয়াবা জোকোৱা, কেতিয়াবা বাটৰ এছোৱা তেওঁৰ মটৰতে উঠি অহাৰ কথা মনত পৰিবলৈ ধৰিলে। আমাক দেখিলেই কেচা-পকা প্ৰকাণ্ড গোঁফ কোঁচাৰ তলত মিচিক কৰে হাঁহি দিয়াৰ দৃশ্যটো বাৰে বাৰে চকুৰ আগত ভাঁহিবলৈ ধৰিলে।

বাতৰি কাকতখন লৈ গাওঁ পালোগৈ। কিয়যে গলো ঠিক কৰ নোৱাৰো। মনটো অলপ অস্বাভাৱিক ভাবেই বিচলিত হৈছিল। এৰি থৈ অহা নিজঞ্জাল অতীতটোলৈ মনত পৰিয়েই হয়তো এনে হৈছিল। মানুহ স্বভাৱতে বৰ দুৰ্ব্বল আৰু ভয়ানক আত্ম-কেন্দ্ৰিক। স্কুলীয়া শিক্ষকৰ জীৱনৰ বাৰে-বুৰি জঞ্জালৰ মাজতে থাকি হয়তো নিৰ্ব্বিঘ্ন অতীতটোক মোৰ পাবৰ মন গৈছিল। বহুত মানুহেই যে মোৰ অৱস্থাত পৰি আছে সেই কথা ক্ষন্তেকতে মই পাহৰি গৈছিলো। হাতৰ বাতৰি কাকতখন হয়তো মাত্ৰ এটা অজুহাত—পিয়েৰছনৰ কথা গাৱঁত কৰ পাৰিম।

অলপ আঁতৰৰ পৰা গাওঁখন এখন হাবি যেন লাগে। কিন্তু প্ৰথম কেকুৰিটো পাৰ হৈ দুয়ো কাষে ঘৰবোৰ দেখিলেই সেই ভাৱ আৰু নাথাকে। হাটৰ পৰা চাইকেলেৰে ওলটা দুই-এজনে নোবোৱাকৈয়ে মাত লগাই পাৰ হৈ গ'ল। দুই-এঘৰৰ পদূলিত খেলি থকা সৰু লৰা-ছোৱালী বোৰে মনেই নকৰিলে। গাওঁ সম্বন্ধত খুড়া ধৰ্ম্মনাথ 'দাইদেৱে ঘৰৰ পৰা হিং মাৰি সুধিলে, ঘৰলৈ যাব নেকি? বুকুত মেখেলা পিন্ধাকৈয়ে চোতালত কিবা কৰি থকা খুড়ীয়ে খৰধৰকৈ ভিতৰলৈ গুচি যাওঁতে হহাঁ যেন লাগিল। বৰদেউতাই গুদা গাৰে বাৰীত কিবা কৰি আছিল। মোক দেখি কলে, "ঘৰলৈ আহিলি নেকি গজেন?

আহ সোমাই যা। কালি দেখোন নাহিলি? আজি ৰাতিপুৱাও নাহিলি। আহ আহ।"

নঙলা খুলি কলো, "কালি বোৰ্ডিঙত ল'ৰাহঁতে কিবা মিটিং পাতিছিল ববদেউতা, আজিও মানুহ দুজন ওলালহি।"

ববদেউতাই বাৰীৰ পৰা ওলাই মোক লৈ গ'ল। আমি ভিতৰ-চোতাল ওলালোগৈ। সাতামপুৰুষীয়া তাঁতশালখনৰ পৰা ববমাই মাত লগালে—"গজেন দেখোন? ঘৰৰ পৰা নে ঘৰলৈ?" চোতালতে থকা পুৰণি চকিখনত মই বহিলো। বিধৱা মাইকণ বাইদেৱে পুখুৰী-পাৰৰ পৰাই হাঁহি পঠিয়ালে। এবাৰ মই কাগজখন মেলি লৈ, কাকো উদ্দেশ্য কৰি নহয় কিন্তু সকলোৱে শুনাকৈ ঘোষণা কৰিলো, "পিয়েৰছন চাহেব মৰিল—আমাৰ ৰবাৰ্ট পিয়েৰছন।" ববদেউতাই পুখুৰীৰ পৰা আহি বাহিৰৰ দাঁৰত থৈ যোৱা বনিয়নটো পিন্ধিছিল। কৈ উঠিল, "হেঁ কোন?"

"আমাৰ ইয়াত যে আছিল পিয়েৰছন চাহেব—এইয়া খবৰ কাগজত লেখিছে। বিলাতত মৰিল।"

"চাওঁ" বুলি বৰ ইচ্ছুক হৈ ববদেউতা ওচৰ চাপি আহিল। মাইকণ বাইদেৱে বহিবলৈ দেউতাকক পেকিং বাকচ এটা আনি দিলে। কাগজখন লৈ কিন্তু চকুৰে মণিব নোৱাৰা কাৰণে ববদেউতাই কলে, "পঢ় চোন পঢ়।" মই পঢ়ি দিলো। ববমা আৰু বাইদেৱো ওচৰ চাপি আহিল। অসমীয়াত ভাঙনি কৰিও দিলো, যদিও অষ্টম মানলৈকে পঢ়া ববদেউতাই ইংৰাজী ভালকৈয়ে বুজে; বাগিচাত পিয়েৰছনৰ লগত তেখেতে পাঁচ বছৰ মান কামো কৰিছিল।

মোৰ হাতৰ পৰা কাগজখন লৈ বাতৰিটোলৈ একেথৰে চাই থাকি হুমুনিয়াহ পেলাই ববদেউতাই কলে, "মানুহটো বৰ আচৰিত ধৰণৰ আছিল। কোনো ইউৰোপীয়ানৰ লগতে নিমিলে। জধলা-মধলা, মুঠেই স্মাৰ্ট নহয়। বৰ লেহেম। আউট ছাইডত মোৰ লগতে কাম কৰিছিল নহয়—চাহনিৰ মাজে মাজে খালি বৰলৰ বাহ পুৰি ফুৰে। মাইকীবোৰে যে বেচেৰাক নগুৰ-নাগতি কৰে। বৰল এটা দেখিলেই

চাহেব চাহেব বুলি চিঞৰি মাত্ৰে। কলম কৰিব আৰু শিকিব নোৱাৰিলে। বৰ চাহেবেও আনকি তাৰ কাণ্ড দেখি হাঁহে।"

বৰদেউতা নীৰৱ হৈ গ'ল। তেতিয়া লৰচৰ কৰি বৰমাই কলে, "আমাৰ ইয়াতে কেইদিন চাহ-জলপান খাই গ'ল চিকাৰলৈ আহি।" মোৰো ৰিণিকি ৰিণিকি মনত পৰিছিল। তথাপি সেই কাহিনী আকৌ শুনিবৰ মনেৰে কলো, "ইহ হয় ?" বৰমা লাহে লাহে আঁতৰি গৈছিল; বৰদেউতাই আৰম্ভ কৰিলে :

"অঁ তইঁত তেতিয়া সৰু সৰু। আমাৰ পথাৰত শৰালি মাৰিবলৈ মাজে মাজে আহিছিল পিয়েৰছন। বৰ গামবুট পিন্ধি লগত বেহেৰা এটা লৈ ওলাবহি। মোকো মাতি লৈ যায়। মই কাম কৰি থাকোতে বাগানতে চিকাৰৰ বন্দবস্ত কৰিব। গাওঁৰ সৰু লৰা-ছোৱালীবোৰ জাকে জাকে পাচে পাচে যায়। সিও বৰ ভাল পায় সিইঁতক। আমাৰ হৰনাথ চিকাৰীৰ লগত ৰিজাৰ্ভলৈও গৈছিল মাজে মাজে চিকাৰলৈ। সিইঁত দুটায়েতো সেইবাৰ ৰাতি খাপ দি উৰিয়ামগুৰিৰ বাঘটো মাৰিলে। এইখিনি ওচৰতে কপৌ, শৰালি মাৰিলে আমাৰ ঘৰত সোমাবই। খুজি খুজি চাহ জলপান খায়। প্ৰথমে আমাৰ বৰ লাজ লাগিছিল। পিচে তাৰ আগ্ৰহ দেখি এদিন দিলো খুৱাই গাখীৰে কোমল চাউলে। তাৰতো বৰ স্ফুৰ্ত্তি! তেতিয়াৰ পৰা সদায় খাবলৈ লাগে। মাক নোলায় কোনো মতে!"

এনেতে হাঁহি হাঁহি দুবাটি চাহ আনি বৰমাই আমাক দিলেহি। বৰ দেউতাই কলে, "পিয়েৰছনে আৰু বৰ ভাল অসমীয়া কব পাৰে। এওঁৰ লগত কথা পাতেহে পাতে, এওঁতো ভয়তে থৰহৰি কম্পমান।" আমি সকলোৱে হাঁহিবলৈ ধৰিলো। বৰমাই কলে, "ইহ ভয় নহয় দেও, অলপ লাজহে লাগিছিল—কেলৈ, মৱেই চোন চাহ কৰি সদায় দিছিলো।"

বৰ দেউতাই কলে, "অঁ পিচলৈ পিয়েৰছনৰ কাৰণে তুমি পিঠা কৰি কৰি থোৱাও হলাগৈ।"

মাইকণ বাইদেৱে কলে, "এবাৰ যে চুঙাপিঠা খাবলৈ মাতিবলৈ কৈছিল দেউতা মনত আছে ?"

বৰ মাই কলে, "এ থ-থ পাই।"

বৰ দেউতাই বাটিটো বাইদেউৰ হাতত দি কলে, "অঁ। তাই ঠিকেই কৈছে। মাইকণক পিচে পিয়েৰছনে বৰ মৰম কৰিছিল। আহিলেই ঘৰলৈ ছবিৰ কিতাপ বা কিবা কেক-বিস্কুট লৈ আহিবই। বিলাতলৈ লৈ যাম বুলি সদায় কৈছিল।"

মই বাইদেউৰ চকুলৈ চালো। তাই তৃপ্তি আৰু সন্তোষত দেউতাকৰ ফালে চাই পাতলীয়াকৈ হাঁহিলে। বিধৱাৰ বঞ্চিত জীৱনত যেন তাই অকমান কিবা ভোগহে কৰিছে। মোৰো মনত পৰিছিল, তাইৰ বিয়াৰ পিচদিনা শহুৰেকৰ ঘৰলৈ যাবৰ সময়ত বেহেৰা এটাৰ হাতত পাটৰ মেখেলা-চাদৰ এযোৰ পঠাই দিছিল—আশীৰ্ব্বাদ হিচাপে। কথাটো সকলোৰে মনত পৰিছিল নিশ্চয়, কিন্তু মাইকণ বাইদেউৰ বিয়াৰ বিষয়ে উলিয়াবলৈ কাৰো মন যোৱা নাছিল।

বৰ দেউতাহঁতৰ তাৰ পৰা ওলাই আহিলো। বেলি লহিয়াইছে। আমাৰ ঘৰলৈ এক ফাৰ্লং মান হব। সোনকালে উলটিব লাগিব। বৰ-দেউতাহঁতৰ বাৰী চুকৰ বাঁহ জোপাৰ তলেদি পাৰ হৈ যাওঁতেই নিজৰ ঘৰৰ পৰা ওলাই অহা ভোগেশ্বৰক লগ পালো। মোক দেখিয়েই আনন্দত উৎফুল্ল হৈ উঠাৰ দৰে মাত লগালে, "কিহে গৰজেন ঘৰলৈ আহিলা নেকি ?" একেলগে নাইনলৈকে পঢ়িলো কিন্তু ভোগেশ্বৰে মোৰ নামটো ভুল কৰি মাতিবলৈ এৰিব নোৱাৰিলে। ভাগ্যে গৰ্জ্জন যে কৰা নাই, নহলে সি অষ্টম মানলৈকে 'ন্থ' যুক্তাক্ষৰটো চিনি পোৱা নাছিল, গ্ৰন্থকাৰটো গ্ৰহকাৰ বুলি মতা এতিয়াও মোৰ মনত আছে। ময়ো কথা পাতি আগ বাঢ়িলো। সৰুৰে পৰা বন্ধু যদিও আজিকালি ভোগেশ্বৰে মোক অলপ খাটিৰ কৰে। তাৰ কাৰণো আছে। সি পঢ়া-শুনা এৰি বহুত দিন প্ৰৱেশনাৰ খাটি খাটি অৱশেষত পিয়েৰছনৰ তলতে মাইকী মহৰি হৈ সোমাইছিল। কিন্তু এবছৰ কাম কৰাৰ পিচত পইচা খাই ধৰা

পৰি খেদা যায়। এতিয়া ঘৰতে খেতি-বাতি কৰে। শুনিছো পঞ্চায়তৰ ছেক্রেটৰী হব খুজিছে। আমাৰ বৰদেউতা কিজানি আকৌ সভাপতি হবই। শিক্ষিত আৰু শিক্ষক বুলি মই গাৱঁৰ জনাশুনা মানুহ হোৱাত মেলে-মিটিঙে মোৰ কথাও আজিকালি ভৰ থকা হৈছে। সেই দেখি ভোগেশ্বৰে যেন মোক অলপ মানি চলিব খোজে।

ভোগেশ্বৰে এবাৰ কলে, "খবৰৰ কাগজ খন যে লৈ আহিছা ইয়াত জানো পঢ়িব পাৰিবা? নে পুৰণি কাগজ?"

"অ' নহয়হে, এটা কাৰণত হে আনিলো।" মই তাক পিয়েৰছন চাহেব মৰাৰ কথাটো কলো আৰু বৰদেউতাহঁতৰ ঘৰত হোৱা আলোচনাৰ কথাও কলো। ভোগেশ্বৰে মন্তব্য কৰি উঠিল,

"অ' সেই জধলাটো? বৰ অদ্ভুত মানুহ আছিল দিয়া। বুঢ়া বয়সত বিলাতলৈ গৈ যে মেম এজনী আনিছিলগৈ? বিয়া কৰাই অনা নাছিল বুইছা, এনেয়ে এনেয়ে ধৰি লৈ আহিছিল। ফেদেলা বুঢ়ালৈ আহিব কোন—মেম বুঢ়ীও চাগৈ কোনেও নিনিয়া বিধৰে আছিল!"

মই জানো ভোগেশ্বৰে পিয়েৰছনক দেখিব নোৱাৰিছিল। কাৰণ তাৰ কাম-যোৱাত পিয়েৰছনৰো হাত আছিল। তেওঁ তাক ভাল নেপাইছিল। শুনা যায়, বনুৱা তিৰোতাবোৰৰ লগত ভোগেশ্বৰৰ ব্যৱহাৰ সদায় শিষ্টাচাৰ বিৰুদ্ধ আছিল। এই বিষয়ে পিয়েৰছনৰ ওচৰত একাধিকবাৰ আপত্তিও উঠিছিল। আনকি তাক মনে মনে পিয়েৰছনে এবাৰ সতৰ্কও কৰি দিছিল। তথাপি ভোগেশ্বৰৰ চকু মুকলি নহল। গতিকে পইছা খাই ধৰা পৰাত পিয়েৰছনে তাক বিদায়েই দিলে। সিনো আৰু তেওঁৰ ভালটো দেখিবনে?

তথাপি তাৰ কথাত মই প্ৰতিবাদ নকৰিলো কাৰণ ময়ো শুনিছিলো, পিয়েৰছনে মেমজনী বিয়া কৰাই অনা নাছিল, এনেয়ে গভৰ্ণেছ হিচাপেহে আনিছিল। বৰদেউতায়ো সেই কথা কৈছিল। কিন্তু এই বিষয় লৈ কোনেও কেতিয়াও প্ৰশ্ন কৰা নাই। পিয়েৰছন চাহাবৰ ব্যক্তিগত জীৱনলৈ আমি কেতিয়াও সোমাই চোৱা নাই। তাত কিবা

দুখ, কিবা কলঙ্ক থাকিব পাৰে এই কথা আমি বিচাৰ কৰা নাই। হয়তো ভাবিবলৈ ভাল লগা নাই। পিয়েৰছন চাহেব যদি সদায় পিয়েৰছন চাহেবেই হৈ থাকে তেন্তে ক্ষতি কি ?

ভোগেশ্বৰে বিদায় লৈ এপিনে গুচি গ'ল। মই ঘৰৰ লুঙ-লুঙিয়া বাটটো ললোঁ। ঘৰত বেছি পৰ থাকিব নোৱাৰিম। সময় নায়েই। পিয়েৰছন আৰু তেওঁৰ মেমৰ কথাটো পাহৰিব নোৱাৰিলো। তেওঁ-লোকৰ বেয়াটো ভাবিবৰ সং নগ'ল। এনে কথা মনত পেলাই দিয়া বাবে ভোগেশ্বৰলৈ খং উঠিল। বেয়াই বেয়ালৈহে মনত পেলাই দিয়ে।

পিয়েৰছনৰ ভাল ভাল কথাবোৰ মনত পেলাবলৈ চেষ্টা কৰিলো। ভাল কথাৰে বেয়া কথা ঢাকি থবলৈ যত্ন কৰিলো। মনত পৰিল, সদায় আবেলি আবেলি লাইনৰ দেখৰ সৰু লৰাবোৰে তেওঁৰ বঙলালৈ গৈ উৎপাত কৰি থকাৰ কথা। পিয়েৰছনে মিচিক মিচিক হাঁহি সিহঁতৰ লগত বঙলাৰ চৌহদত ঘুৰি ঘুৰি ধেমালি ধুমুলা কৰি থাকে। কেতিয়াবা এজাক ল'ৰাক মটৰত তুলি ফুৰাই লৈ আহে গৈ।

মনত পৰিল, যুদ্ধৰ সময়ত ব্ৰহ্মদেশৰ পৰা পলাই অহা ভগনীয়া আগ বঢ়াই আনিবলৈ পিয়েৰছন নিজে দুৰ্গম পৰ্ব্বতৰ মাজলৈ আগ বাঢ়ি গৈছিল। বৰদেউতাই কৈছিল, এই বিষয় লৈ ইউৰোপীয়ান চাহেব সকলৰ মিটিং হৈছিল। এদিন তেওঁলোকে নিজৰ নিজৰ বন্দুক লৈ কুচকাৱাজো কৰে। লেহেম পিয়েৰছনে হেনো অৰ্ডাৰ মানোতে লাহে-ধীৰে কান্ধত বন্দুক তুলি লয় মানে আনৰ নমাবৰে হয়। তথাপি সেই পিয়েৰছনেই মাৰ্ঘেৰিটা লেখাপানীয়েদি হাতীৰ পিঠিত দুৰ্গম পাহাৰ বগাবলৈ প্ৰথমে আগবাঢ়ি গৈছিল আৰু অসংখ্য আধামৰা মানুহক নিৰাপদে লৈ আহিছিল গৈ।

সেই পিয়েৰছন কেতিয়াও বেয়া হব নোৱাৰে।

ঘৰত আইতাৰ বাহিৰে কোনো নাছিল। অসুখ বুলি শুনি মাহী-দেউক বোলে চাবলৈ গৈছে। আইতা জালৰ বুঢ়ী হৈছে। কোনো

মতে খোজ কাঢ়ি ফুৰে। হবই—ববদেউতা বুঢ়া হৈছে, তেখেতৰ মাক। মোক দেখি সোলা মুখেৰে আধা-ফুটা আটা-সুফুটাকৈ কলে, "তইনো ৰাতিপুৱাতে আহিব নোৱাৰনে? কোনে তোক এতিয়া পানী এটোপাকে তপতাই দিব?"

আইতাৰ ওচৰতে পিৰা এখন পাৰি লৈ বহি কলো, "নেলাগে আইতা মই এতিয়াই যাবগৈ লাগিব। অহাৰ কথা নাছিল। এনেয়ে ফুৰি ফুৰি ওলালোহি।"

অলপ পৰ টলকা মাৰি থাকি আইতাই কলে, "তই ঘৰ এবাত পৰিছগৈ দেই। মই ভাল দেখা নাই। বিয়াখন পাতিবলৈ কলেও গা-এৰা দিয়।"

মই হাঁহি-কলো, "তয়েই চোন ছোৱালী এজনী চাই দিম দিম বুলি নিদিলি? এতিয়া পাহৰিছ হব পায়? পিয়েৰছন চাহেবৰ নিচিনাকৈ ময়ো থাকিম ৰ, গম পাবি।"

"কিয়?" আইতাই ধৰিব পৰা নাছিল। "কাৰ কথা কলি?"

"পিয়েৰছন পিয়েৰছন, চিকাৰী পিয়েৰছন চাহেব।"

"কি হ'ল তাৰ?"

"পিয়েৰছন মৰিল। এইয়া খবৰ কাগজত লিখিছে। বিলাতত।"

আইতাই কিবা ভাবিলে। অলপ পৰ একো মন্তব্য নিদিলে। তাৰ পিচত বৰ বেজাৰেৰে কলে, "তই মোৰ আগত মৰাৰ কথা নকওঁ বুলিছিলি নহয়, পাহৰিলি?"

মই আকৌ হাঁহি কলো, "মই মৰিম বুলি কোৱা নাই নহয় আইতা। তই খালি ওলোটাটো ভাব। পিয়েৰছন চাহাবে বুঢ়া বয়সত বিয়া-বাৰু নকৰাই বিলাতৰ পৰা মেম এজনী ধৰি আনিছিল, শুনা নাই? মোৰো কেনেকুৱা কিবা এটা নুশুনিলে তইঁতৰ ক'ত সুখ হব?"

"হেঁ এইটো!" আইতাই ভেকাহি মাৰি দিলে।

নিজৰ ভুল ধৰিব পাৰি হব পায় অলপ পৰ মনে মনে থাকিল। বুঢ়ীয়ে নিজক চম্ভালি নিশ্চয় তেতিয়া পিয়েৰছনৰ কথা ভাবিবলৈ ধৰিলে।

কাৰণ যেতিয়া আইতাই আকৌ কথা কলে তেতিয়া দূৰ বিদেশত যোগাযোগ নৰখাকৈয়ে মৰি নিশ্চিহ্ন হৈ যোৱা এজন বিজাতীয় বিধৰ্ম্মী মানুহৰ কথাহে উলিয়ালে, "চাহেবটো বহুত দিন থাকিল সেই বাগিচাত। ভাল মানুহ আছিল বেচেৰা। আমাৰ মানুহৰ লগত ইমানকৈ কোনো চাহেব নিমিলে। আন চাহেব-মেমৰ গতেৰে সি হুস্কি খাই কলবত গোলমাল নকৰে।"

এনেতে মাইকণ বাইদেউ সোমাই আহিল। আমাৰ ঘৰত যে কোনো নাই কথাটো বৰমাই হেনো পাৰিছিলেই, হঠাৎ মনত পৰাতহে বাইদেউক পঠাই দিছে—তাই কলে। আইতাই বাইদেউক পানী এটোপা তপতাবলৈ পঠাই দি কলে, "আমি গাৱঁৰ মানুহবোৰ দুখীয়া, আটায়ে খেতি-বাতি কৰি খাওঁ। পিচে সংসাৰত থাকিবলৈ বৰ সবহকৈ একো নালাগে মানুহক। চাহেবটোৱে সেইটো বুজিছিল দেখিয়েই কিজানি বেচি গোলমাল ভাল নেপাইছিল আৰু আমাৰ গাঁৱৰ মানুহ-বোৰক ভাল পাইছিল।" আইতাৰ কথাবোৰ সচাঁ যেন লাগিল। বাইদেৱে বানবাটি এটাত চাহ আনি মোক দিলেহি। নিজে পিৰালিতে থিয় হৈ তামোল কাটিবলৈ ধৰিলে। সদায় মিচিকীয়া হাঁহি এমোকোৰা লৈ ফুৰা বাইদেউৰ চকুলৈ চাবলৈ মোৰ বৰ ভয় লাগে। বঞ্চিত জীৱনৰ বৈধব্যৰ বোজা বিনা-প্ৰতিবাদে বহন কৰি তাই ইমান নীৰৱে কাম বোৰ কৰি যায় যে পুতৌ আৰু অপৰাধৰ ভাবে মোক কাহিল কৰি দিয়ে। মোৰ আলপৈচান ধৰিবলৈ অহা মাইকণ বাইদেউক এতিয়াও সেইদৰে অনুভৱ কৰিলো।

আইতাই কলে, "পিয়েৰছনে মেম অনাটোনা কি এনে ডাঙৰ কথা?" ডাঙৰ কথা নহয়? আইতাৰ নিচিনা সংস্কাৰাচ্ছন্ন বুঢ়ী এগৰাকীৰ মুখত এনে কথা শুনি মই অবাক। "সিহঁতে যে বিয়া কৰোৱা নাছিল সেইটোনো কোনে চাই আহিছিল গৈ? বিয়া হোৱা নাছিলেই বাৰু, তাহাঁতেতো জানি-শুনিয়েই আছিছিল। আৰু বুঢ়া কালত লগটোহে আচল কথা। বুঢ়া হলে মানুহ বৰ অকলশৰীয়া হয় বোপাই। সকলোৱে

এৰে। জীয়াই থাকিলে পিয়েৰছনৰ মেমে কেতিয়াও এৰি নেযায়। সেইটো বৰ ডাঙৰ কথা।"

মনটো ফৰকাল লাগিল। আইতাৰ ব্যাখ্যাই সত্য যেন লাগিল। জীৱন জুৰি পোৱা জ্ঞান আৰু অভিজ্ঞতাৰ পৰাই নিশ্চয় আইতাই এই মন্তব্য দিছে। হয়তো নিজৰ উপলব্ধিৰ পৰাই কৈছে। সংসাৰত যদি দুদিন শান্তিৰেই জীয়াই থাকিব লাগে তেন্তে পিয়েৰছনৰ দোষ ক'ত? বহুতে বিয়া কৰায়ো অৰ্দ্ধাঙ্গিনী নেপায়, পিয়েৰছনে জীৱন সঙ্গিনী বিচাৰি আনিছিল, যি স্বেচ্ছাই তেওঁৰ লগত আহিছিল। আইতাই ঠিকেই কৈছে। তেওঁলোকে বিয়া কৰোৱা নাছিল এইকথা জোৰ দি কোনে কব পাৰে? যদিওবা কৰোৱা নাছিল, সমাজৰ তাগিদত পৰি এদিন আদালতত কৰাই ললেওতো হব। বিয়া কৰোৱা বৰ সহজ। জীৱন সঙ্গিনী দুষ্প্ৰাপ্য। পিয়েৰছন নিষ্কলঙ্ক।

"পিয়েৰছন চাহাবে মোক পাটৰ মেখেলা-চাদৰ এযোৰ দিছিল নহয়?" মই চাৎ কৰে ঘূৰি বাইদেউলৈ চালো। "সেইযোৰ এতিয়াও আছে।" মাইকণ বাইদেউৰ চকুত এটা অদ্ভুত জ্যোতি, মুখত হাঁহি এটা আছিল যদিও ওঠ দুটা কঁপিছিল। তাই দুখ পায় বুলি যি কথা আমি নোকোৱাকৈ আছিলো সেই কথা তাই নিজেই উলিয়ালে। স্বামীৰ স্মৃতিক দেৱতা কৰি জীয়াই থকা বিধৱা বাইদেউৱে কিজানি এযোৰ পাটৰ ৰিহা-মেখেলাকে সেই স্মৃতিৰ এটা অবলম্বন কৰি লৈছে। সেই বাবেই পিয়েৰছনৰ প্ৰতি আজি তাই অকৃতজ্ঞ হব নোৱাৰিলে। মোৰ কান্দিবৰ মন গ'ল।

## মৰম আৰু মৰণ

আমাৰ অফিচলৈ বোলে ফোন কৰি কোনোবাই খবৰ পঠাইছে: চাবুৱাৰ কোনোবা ভৱেনৰ ঘৈণীয়েক ঢুকাল আৰু মোক যেনে-তেনে যাবলৈ কৈছে।

শনিবাৰ বাবে সোনকালে ছুটী লৈ বাছত ডিব্ৰুগড় এৰিলো। মানুহ মৰিলে বৰ বেয়া লাগে, লাগিলে ঘোৰ শত্ৰুৱেই হওক। ভৱেন লগৰ ল'ৰা হলেও তাৰ লগত মোৰ বন্ধুত্ব নাছিল। নীৰস নহলেও তাৰ ৰস উপলব্ধিত মোৰ কাহানিও ভাল লগা নাছিল। তাৰ বুদ্ধি-বৃত্তি সৰহ আছিল বুলি মোৰ ধাৰণা নহয়; যিহকে কৰে তাতেই ভুল হয়। হলেও বুদ্ধি-বৃত্তিৰ কাৰণে মই মানুহক কেতিয়াও ভাল পোৱা নাই। তথাপি তাৰ কামবোৰ মই ভাল পাব পৰা নাছিলো। সি মাহে এখনকৈ থিয়েটাৰ কৰিবই, থিয়েটাৰ ভাল হওক বুলি নহয়, থিয়েটাৰ হওক বুলিয়েই। কোনেও নোলোৱা তিৰোতাৰ পাৰ্টবোৰ সি লৈ কাম চলাই দিয়ে—কিন্তু মানুহটো আছিল অস্বাভাৱিক ভাৱে পাতল আৰু ওখ, ক'লা আৰু তাৰ মুখ খন যদি ছোৱালীৰ মুখ হ'লহেতেন তেন্তে সেই ছোৱালী জনীক মই পুতৌৰ বাহিৰে আন একো কৰিব নোৱাৰিলোহেতেন।

বাছত বহি তাৰ কথাই ভাবিছিলো। মৰিশালিলৈ নি খৰি দিয়াৰ দিহা কৰিবগৈ লাগিব হয়তো। টকা কুৰিটা লৈ আহিছো, সহায় কৰিব

পৰিম বুলি ভাল লাগিছে। মা আৰু দেউতাই কৈ পঠাইছে, "কি লাগে কৰি-মেলি দিবি। ঘৰৰ ল'ৰাৰ নিচিনা, আঐ দেছি!"

ভৰেনে কান্দিছেনে? মোৰ সন্দেহ হয়। ললিতাৰ প্ৰতি যে কাহানিবা তাৰ স্নেহ বা প্ৰেম অথবা কৰ্ত্তব্য কিবা আছিল, মোৰ মনে নধৰে। সি নিজৰ মতেই থাকে: থিয়েটাৰ কৰে, কোনোবা নেতা আহিলে ৰাজহুৱা সভাৰ আয়োজন কৰে, বানপানী সাহায্য সমিতিৰ কাৰণে বা ক'ৰবাৰ কলেজ খোলাৰ টকা তুলিবলৈ আহিলে সহায় কৰি ঘুৰি ফুৰে, ব্ৰিজ খেলে আৰু নিয়মীয়াকৈ কামলৈ যায়। ললিতাক বিয়া কৰোৱাৰ পিচতো তাৰ এইবোৰত একো পৰিবৰ্ত্তন নহ'ল। ললিতা আছে আছে আৰু! দুয়ো আমাৰ ঘৰলৈ দুবাৰ কি তিনি বাৰ আহিছিল। লাজ কৰি বা মৰম কৰি বা কাজিয়া কৰি সিহঁতক এবাৰো কথা পতা মই নেদেখিলো। মোৰ মনত পৰাৰ ভিতৰত সিহঁতক মই কথা পতাই দেখা নাই।

অৱশ্যে ললিতা বৰ ভাল ছোৱালী। গাৱঁৰ আজলী ছোৱালী, খং-ৰাগ নাই, ঘৰৰ চাৰি-বেৰৰ মাজতে দিনটো লাগি থাকিবলৈ পালে তাইক একো নেলাগে। মুখত লাজকুৰীয়া হাঁহিটো সদাই লাগিয়েই থাকে। কব নোৱাৰো, ভৰেনৰ বিৰুদ্ধে তেওঁৰ কিবা অভিযোগ আছিল নেকি। কিন্তু তেওঁ আৰু নাই। বোধকৰো ললিতালৈ মনত পৰিয়ে মই খৰ-খেদাকৈ চাবুৱালৈ যাত্ৰা কৰি পেলালো।

বাছৰ পৰা নামিয়েই ভৰেনক লগ পালো। চুৰিয়াৰ থোৰ-মৰা আগটো গাত মেৰিয়াই লৈছে আৰু শুদা বনিয়ন এটা ভলত পিন্ধি আছে: সি চিগাৰেট নিবলৈ আহিছিল, এবিধ সস্তীয়া চিগাৰেট। হনুমন্ত ক'লা মুখ খন খুখুৰোৱা ডাড়িৰে ভোবোকাৰ। তাক দেখি মোৰ বুকু খন চিৰিংকৈ উঠিল। ময়েই আগধৰি মাত লগালো, "কি অ' কি খবৰ?"

"তই আহিলি যাদৱ? আহ।" কিন্তু তাৰ মাতত অস্বাভাৱিকতা একো নাই। দুয়ো খোজ ললো। বজাৰ খন পাৰ হৈ তাৰ খেৰী ঘৰটো পায়গৈ।

অলপ দূৰ মনে মনে গৈ থকাৰ পিচত মই লাহেকৈ সুধিলো, "মানুহ দুমুহ আহিছেনে ?" মই শ-দাহ কৰাৰ বিষয়ে ইঙ্গিত দিছিলো।

কিন্তু মোক আচৰিত কৰি দি সি কলে, "নাই, মানুহনো কেলৈ ? একেবাৰে গধূলি আহিব দহ জন মান।"

মই ভাল নেপালো। কলো, "ৰাতি কৰাৰনো কি দৰকাৰ ? খৰিখেৰ পাইছনে ? কিমান দূৰলৈ যাব লাগিব অ' ?" মানে শ্মশান কিমান দূৰত মই জানিব খুজিছিলো। কিন্তু মোৰ কথা সি তেতিয়াও নুবুজিলে।

সি কলে, "মোৰ ঘৰটো তই দেখা নাই জানো ?"

"নহয় নহয়। মই শ-দিয়া ঠাইৰ কথা কৈছো।" মই বিৰক্ত সুৰত কৈ পেলালো।

"শ-দিয়া ঠাই ?" সি অবাক। "মানে শ্মশান ! শ্মশান কেলৈ ? বেয়া হোৱা পৰহিহে। আজি তিনি দিন হৈ গ'ল। তোক তিলনিলৈহে মাতিলো।"

মই মনে মনে থাকিলো। ললিতা পৰহিয়ে ঢুকাল। মই জনা নাছিলো। অফিচত খবৰটো বোধকৰো ভালদৰে কোন ধৰোতা জনে বুজি নেপালে। নহলে মৰিশালিলৈ নিয়াৰ কথা মই কেতিয়াও নুলিয়া-লোহেঁতেন।

ভৱেনে তেতিয়া নিজে-নিজেই কবলৈ ধৰিলে: ললিতাৰ কিবা পেটৰ অসুখ এটা বহুত দিনৰ পৰাই আছিল। কবিৰাজী ঔষধ ভৱেনে নিয়মীয়াকৈয়ে খুৱাই আছিল। "কিন্তু মাইকী মানুহৰ বেমাৰ-আজাৰৰ কথা একো বুজিবই নোৱাৰি।" ঢুকাবৰ দিনা গধূলি সময়ত তলপেটটো ৰবকৈ বিষাইছে বুলি বিছনা লৈছিল। সি কবিৰাজক খবৰ দিলে, কবি-ৰাজে কিবা ঔষধ এটা খুৱাই গুচি গ'ল। কিন্তু ৰাতি আঠ বজা মানত ললিতাই খুব চিঞৰিবলৈ আৰম্ভ কৰাত সি ডাক্তৰ এজনক মাতি আনি-লেগৈ। ডাক্তৰে তেওঁক অজ্ঞান অৱস্থাতহে পালেহি। ভাড়া-ঘৰৰ গৰাকিনী হালিমা মাহীটীয়ে গালে-মুখে পানী ছটিয়াই ছটিয়াই জ্ঞান

ফিৰাবলৈ চেষ্টা কৰি আছিল। ডাক্তৰে চেষ্টা কৰি চালে, কিন্তু ললিতাই অজ্ঞান অৱস্থাত শেষ নিশ্বাস পেলালে।

ঘটনাটো হঠাতে ঘটি যোৱা বাবে সি খৰি-খেৰ গোটাব নোৱাৰিলে। গতিকে বন্ধু-বান্ধবৰ লগ লাগি শটো মাটিকে দিয়ালে।

তাৰ ওপৰত মোৰ অশ্ৰদ্ধাটো হঠাৎ বেছি হৈ গ'ল। অজীৱন অনাদৰ পোৱা মানুহ জনীক শেষ কণ সম্মানো সি নিদিলে।

তিলনিৰ কামবোৰ হৈ গ'ল। ভৱেনে নাম গোৱা পাতিছিল। নাম লবলৈ অহা মানুহবোৰৰ কাৰণে চাহ-জলপানৰ দিহা কৰাৰ ভাৰ মোৰ ওপৰতে পৰিল। হালিমা মাহীয়ে ঠাই ডোখৰ মচি দিলে; তেওঁ তাক কাঁহী-বাটি দিও সহায় কৰিলে। নাম মাত্ৰকৈ সি তিলনিৰ যোগাৰ কৰিছিল। বেছি খৰচ কৰিব পৰা অৱস্থাও তাৰ নাই। সি গাত নলগা ভাৱতে সকলো কাম কৰি গৈছিল; পুৰোহিত জনৰ নিৰ্দ্দেশত ইটো-সিটো কৰি যোৱাত তাৰ কোনো গভীৰ উপলব্ধিৰ চিন দেখা নগল। মই স্থিৰেই কৰিছিলো, গাড়ী পালে ডিব্ৰুগড়লৈ যামগৈ। সেই দৰেই মই ললিতাক শ্ৰদ্ধা জনাব পাৰিম বুলি ভাৱিছিলো। তিলনিৰ বৰ্ণনা দিয়াৰ আৱশ্যক নাই, সেই ৰাতি আৰু কি হ'ল তাকেহে কব খুজিছো। মোৰ উলটি যোৱা আৰু নহ'ল; আৰু নহৈ বিশেষ একো বেয়া নহ'ল।

ৰাতি এক বজা মানত সকলো ঘৰাঘৰি গ'ল। মই দহ বজাৰ গাড়ীত ঘূৰি যাবলৈ সময় নেপালো। আমি দুয়ো তাহাঁতৰ শোৱা কোঠাত বহিলোগৈ। বস্তু-বাহানি সকলো উলিয়াই থোৱা হৈছে। তাহাঁতৰ উমৈহতীয়া চাং খন উকা হৈ আছে; ভৱেনে ধূপকাঠি দুডাল লগাই চাং খনত থৈছে। সি কলে, "কাপোৰ-কানি সকলোবোৰ লগতে দিলো, মোৰ এড়ি চেলেং খন সিদিনা গাতে লৈ আছিল, সেই খনো দি দিলো। বেয়া কৰিলো জানো?"

সি তাৰ সস্তীয়া চিগাৰেট উলিয়ালে। মই কলো, "ভালেই কৰিলি।"

"বাকচত পাঁচশমান টকাৰ অলঙ্কাৰো আছিল। কিছুমান ঘৰৰ পৰা অনা আৰু কিছুমান ময়েই কৰাই দিছিলো। সেই খিনিও দি দিলো।"

সন্তীয়া চিগাৰেট খাই ডিঙিটো চেৰচেৰাই গৈছিল। পাঁচশ টকাৰ অলঙ্কাৰ মৃতকৰ লগত দিয়াটো সামাজিক গতানুগতিকতা বুলিয়েই মোৰ ধাৰণা হ'ল। গতিকে তাক বিশেষ বাঃবাঃ নিদি মাত্র কলো, "যাৰ বস্তু তেওঁকেই দিছ, ভালেই কৰিছ।"

এবাৰ অৰণ্যে মনত খেলাইছিল যে কওঁ পাঁচশ টকাৰ অলঙ্কাৰ লগত নিদিয়া হলেও হ'লহেঁতেন, পিচত কিবা ভাল কামত লাগিলহেঁতেন। কিন্তু তাক সান্ত্বনা বা উৎসাহ মই দিব নোৱাৰিলো। কিবা মনটোৱেই নুঠিল। কথা-বতৰাতো সেই ভাব লুকুৱাব নোৱাৰিলো। কিন্তু তাৰ বাবে সি বেয়া পাইছিল বুলি অনুমান নহ'ল। কাৰণ সি মোক একে ধৰণেই ব্যৱহাৰ কৰি গৈছিল। অৰণ্যে সি যে অলপ অদ্ভুত প্রকৃতিৰ লৰা সেইটোও সঁচা।

দুয়ো কিছু সময় মনে মনে আছিলো। কোঠাটোৰ ভিতৰত মূৰ নোহোৱা লেমটো ধোঁৱাই জ্বলি আছিল। বাহিৰৰ কৰবাত ওখ শুকান মাটিৰ পৰা উইচিৰিঙাই ৰিক্‌ৰিক্‌কৈ মাতি মাজনিশাটো বেছি গহীন কৰি তুলিছিল।

এবাৰ ভৱেনে হঠাৎ কলে, "এটা কাম কৰিব পৰা নেযায় নে?" এনেয়ে পাত লুটিয়াই যোৱা কিতাপ খনৰ পৰা মূৰ তুলি তাৰ ফালে চালো। সি কলে, "গাঁতটো আকৌ খানিলে বেয়া হবনেকি?"

মই ভয় খাই গলো। কোঠাটোৰ চাৰিও ফালে এবাৰ চাই লেমটোকে অলপ বঢ়াই দিবলৈ বৃথা চেষ্টা কৰিলো। ললিতাক মাটি দিয়া ঠাই ডোখৰ খানিব খুজিছে, ই বলীয়া হ'লনেকি? তাৰ ফালে চালো। সি আৰু এটা চিগাৰেট জ্বলাইছিল। সি সুধিলে, "কি কয় গাঁতটো খানিলে কিবা হবনেকি? তই যাব পাৰিবিনে মোৰ লগত?"

"কিয়?" মই কোনো মতে মাত দিলো।

"বস্তু এটা দিবলৈ থাকি গ'ল অ'।" সি সহজ ভাৱে কলে: "সিবাৰ তই তৰ তালৈ যাওঁতে তেওঁ দোকান এখনত ব্লাউজ-পিচ এটা দেখি জোৰ কৰি মোক কিনালে। চিলোৱাই হোৱা নাছিল, পছন্দৰ কাপোৰ দেখি নিজে কাটিবলৈ বেয়া পাইছিল, জানোচা বেয়া হৈ যায়। এমাহ মানৰ আগতে ইয়াৰে দৰ্জ্জি এটাক দিছিলো। দৰ্জ্জি আৰু ধোবাৰ বদনামৰ কথাতো জানই নহয়? এমাহেও ব্লাউজটো উলিয়াই দিব নোৱাৰিলে। ললিতাই সদাই খবৰ কৰি আছিল। পিচে দৰ্জ্জিয়ে কালিহে দিলেহি!"

প্ৰথম বাৰলৈ মই ভুবেনৰ ফালে অবাক হৈ চালো। ললিতাই ব্লাউজটো পাবলৈ হেঁপাহ কৰিছিল বাবেই মৰাৰ পিচত দৰ্জ্জিয়ে দি যোৱা বস্তুটো মৰিশালিতে দিবলৈ তাৰ ইচ্ছা হৈছিল। ৰাতি মৰিশালিলৈ গৈ কবৰ খন্দাটো বলীয়ালি হব পাৰে, কিন্তু পত্নীয়ে মনে বিচৰা বস্তু এটা উছৰ্গা কৰিবলৈ যোৱাটোক কেনেকৈ বলীয়ালি বুলি কবা?

মোৰ বুকুৰ কঁপনি কমি আহিল। তাৰ ফালে নিৰ্ভয়ে চাই কলো, "খানিলে কিবা হবনে নহয় কব নোৱাৰো; হলেও মই সেইবোৰ নেমানো; আৰু যিমান ৰাতি হলেও তোৰ লগত মৰিশালিলৈ যাবলৈ মই ভয় নকৰো। কিন্তু ব্লাউজটো যে দিবই লাগিব তাৰ কোনো অৰ্থ নাই। সময় মতে পৰা হলে দিলিহেঁতেন ঠিক, কিন্তু নোৱাৰিলি যেতিয়া কিনো কৰিবি? ব্লাউজটো যদি তই ললিতাৰ চিন স্বৰূপে ভাল দৰে থব তেন্তে সেয়ে যথেষ্ট হব।"

সি বাহিৰলৈ ওলাই গ'ল। মই ভিতৰৰ পৰাই শুনিলো, সি উলিয়াই থোৱা বস্তুবোৰৰ মাজত এটা বাকচ খুলিছে। অলপ পিচত আহি মোৰ হাতত ব্লাউজটো দি সি আগৰ ঠাইত বহিল। মই ব্লাউজটো লাৰি-চাৰি চালো; চেক ডিজাইনৰ অলপ দামী কাপোৰটো। চাই তাৰ হাতত দিলো। সি ব্লাউজটো সমুখত ধৰি ভালেমান পৰলৈ চাই থাকিল আৰু শেষত কলে, "তোৰ কথাই ঠিক। আতো-পুতোকৈ থলেই যথেষ্ট হব।"

মই আকৌ কিতাপৰ পাত লুটিয়াবলৈ ধৰিলো। ভবেনে ব্লাউজটো উকা চাং খনত বহলাই মেলি দি চিগাৰেট হুপি হুপি পাইচাৰি কৰিবলৈ ধৰিলে। মই কেৰাহিকৈ তাৰ ফালে চাইছিলো। সৰু খিড়িকী খনেদি বাহিৰৰ আন্ধাৰলৈ সি ভালেমান পৰ চাই আছিল। সেই অৱস্থাতে কলে, "ললিতাই বাৰু দেখা দিবহি পাৰেনেকি? আজিতো তেওঁৰ সদগতিৰ কাৰণেই তিলনি কৰিলো।"

মোৰ আকৌ ভয় লাগিল। তাৰ ফালে চাই সুধিলো, "তোৰ ভয় লাগিছে নেকি?"

সি উভতি চাই হাঁহিলে। "বিয়া কৰোৱা হলে বুজিলিহেঁতেন।"

তাৰ কথাৰ একো অৰ্থ বিচাৰি নেপালো; তথাপি কলো, "তাৰ মানে তোৰ ভয় লাগিছে?"

"তাৰ মানে মোৰ ভয় নাই লগা।"

সি বিছনা খনৰ ওচৰলৈ আহি থিয় হ'ল। বিছনা খনলৈ চাই সি কলে, "ললিতাই যি ৰূপ লৈ আহিলেও মোৰ ভয় নাই। ভূত, মানুহ, ৰাক্ষস যি হৈ আহিলেও মই ভয় নকৰো। কিয়, আমি এক আত্মা নহওঁ জানো?"

মই মাত্ৰ কলো, "অৱশ্যে।"

"বুইছ যাদৱ, ললিতা বৰ আচৰিত ধৰণে গ'ল। মৰিব যে পাৰে তেনে বেমাৰ হৈছিল বুলি মোৰ ধাৰণাই হোৱা নাছিল। তেওঁও এদিনলৈকে টান পাইছো বুলি নকলে।"

মই তাৰ ওচৰত থিয় দিলোগৈ। সি তললৈ চাই আছিল। লক্ষ্য কৰিলো, সি ব্লাউজটোলৈ চোৱা নাই, চাইছে উকা চাং খনৰ দাঁতিটোলৈহে। সিটো দাঁতি বেৰত লাগি আছে। সি কলে, "তেওঁ মই শোৱা ঠাইতে ঢুকাল। নহলে সদাই বেৰৰ দাঁতিতহে শুইছিল। কি ভাগ্য, পৰহি মোৰ ঠাই ডোখৰত শুইছিল। ইয়াৰ পৰা আৰু লৰচৰ নকৰিলেই। মই লোৱা এড়ি চেলেং খনকে গাত লৈছিল।"

তাৰ আত্ম-সন্মানটোত মোৰ ভাল লাগিছিল। উৎসাহ দিবলৈ মই কিবাকিবি কলো।

ইটো কোঠাত একে খন বিছনাতে আমি শুই পৰিছিলো। মোৰ তৎক্ষণাৎ টোপনি আহিছিল। কিয় জানো, এবাৰ হঠাৎ সাৰ পাই খেপিয়াই চাওঁ, ভৱেন নাই! মই বিছনাতে বহি পৰিলো। এবাৰ ভাবিলো, বাহিৰলৈ যাবও পাৰে। কিন্তু টৰ্চ্চটো মাৰি চাই দেখো, দুৱাৰ ভিতৰৰ পৰাই বন্ধ।

ললিতাহঁতৰ উমৈহতীয়া কোঠাটোত লেমটো আগৰে পৰা জ্বলাই থোৱা হৈছিল। মাজৰ খোলা দুৱাৰ খনেদি ক্ষীণ পোহৰ এচমকা আমি শুই থকা কোঠাটোৰ ভিতৰত পৰিছিলহি। মই সেই ফালে চালো।

তাত যেন কোনোবাই উচুপি উচুপি কান্দিছে।

সন্তৰ্পণে বিছনাৰ পৰা নামি হাতত টৰ্চ্চটো ললো। কিজানিবা অলপ সাহ পাওঁ! শুদা ভৰিৰে দুৱাৰমুখত থিয় দিলোগৈ। ভৱেনে বিছনাৰ দাঁতিত আঠু কাঢ়ি উকা চাং খনত মুৰ গুজি উচুপি আছে। ব্লাউ-জটো আগৰ ঠাইতে মেল খাই আছে। সৰু কোঠাটোৰ চাৰিও ফালে মই এবাৰ চাই ললো, কোনোবা আছেনেকি?

"ভৱেন!" মই মাত দি তাৰ ফালে আগবাঢ়ি গলো। সি অলপ লৰচৰ কৰি মুৰ দাঙি মোৰ ফালে চালে; কিন্তু আকৌ মুৰ গুজি কান্দিবলৈ ধৰিলে। মই তাৰ ওচৰত থিয় দিলোগৈ। "ভৱেন, তই—তই কাৰো-বাক দেখিছিলিনেকি?" তাৰ অথনিৰ শঙ্কাটো মোৰ মনলৈ এতিয়া আহিল।

সি থিয় দিলে। চকু দুটা মোহাৰি কলে, "নাই। ব'ল শোওঁগৈ।"

দুয়ো আকৌ ইটো কোঠালৈ গৈ শুই পৰিলো। সি কলে, "তই একো নেভাবিবি যাদৱ। কিয় জানো, মোৰ অনুমান হ'ল মই কিজানি ললিতাৰ বাবে বহুত কামেই নকৰিলো। কিজানি মোৰ কৰ্ত্তব্য এতিয়াও কিবা বৈ গৈছে।"

তাৰ ওপৰত শ্ৰদ্ধা হেৰোৱা বাবে মই মনে মনে নিজকে তিৰস্কাৰ কৰিলো। ইয়াতকৈনো গিৰিয়েকৰ মন ঘৈণীয়েকৰ বাবে কি ভাল হব

লাগে? ললিতাৰ বাবে কিবা কৰিব লগীয়া কাম থাকি গ'ল বুলি তাৰ অশান্ত হৃদয়ে শেষ নিশাও কান্দিছে। হয়তো দহ জনে তাক বেয়া ভাবেই লব। কিন্তু মই ললিতাক অনাদৰ কৰিছিল বুলি তাৰ ওপৰত অভিযোগ তুলিব নোৱাৰিলো।

সি গভীৰ টোপানিত লালকাল দিছিল। মই কিন্তু ভালেমান পৰলৈ টোপনি যাব পৰা নাছিলো। ৰাতি পুৱাবলৈও অৱশ্যে আৰু বেছি সময় নাছিল।

## ক্ষত-বিক্ষত

কিমান যে চিঠি, কিমান ওজৰ আপত্তি! পঢ়ি পঢ়ি মোৰ নিচিনা বাতৰি কাকতৰ অফিচত কাম কৰা মানুহৰে কেতিয়াবা মগজু উতলি উঠে। সকলো ঠাইতে দুৰ্নীতি, চৰকাৰী কৰ্ম্মচাৰীৰ অকৰ্মণ্যতা। কাঙ্কুলিমবাত পানীযোগানৰ ব্যৱস্থা হব লাগে। আমগুৰিৰ পৰা কঠালগুৰিলৈকে ৰাইজৰ শ্ৰমদানত হোৱা আলিছোৱা গড়কাপ্তানী বিভাগে লব লাগে। অমুক সজাতী দলক মন্ত্ৰীয়ে দিয়া আশ্বাস কাৰ্য্য-কৰী হোৱা নাই।

আৰু আছে; এই বাৰ অনাবৃষ্টিৰ বাবে খেতি সমূলি নহল, সেই বাবে তামোল চোৰৰ সংখ্যা বাঢ়িছে; অমুক শিক্ষকে তেওঁৰ ছাত্ৰীক সিদিনা ৰাতি পলুৱাই লৈ গল, সেই বাবে দেশৰ পৰা সহ-শিক্ষা উঠাই দিব লাগে; গণ্য-মান্য ভদ্ৰলোক অমুকৰ ক্লাব গামিনী জীয়েক গোপনে ভ্ৰূণহত্যা কৰাৰ কথা ৰাষ্ট্ৰ হৈ পৰাত চাঞ্চল্যৰ সৃষ্টি হৈছে, গতিকে তেওঁক সমাজত আগৰ দৰেই গা-ঘেলাই ফুৰিব দিব নালাগে, চেমনীয়া লৰা-ছোৱালীৰ নৈতিক অধঃপতন হব।

মই নিতৌ ডাক খোলোঁ। গতিকে এই বোৰ অপাঠ্য, অশ্ৰাব্য, অপ্ৰকাশ্য পাপৰ কাহিনী মঞ্জেই পঢ়িব লগাত পৰোঁ। চকু মুৰাই ফটা কাগজৰ পাচিত পেলাই থাওঁ; বাজহুৱা ওজৰ-আপত্তিৰ কথা থকা [illegible] চিঠি দুটা-এটা প্ৰকাশ কৰিলোৱেই, কিন্তু লোকৰ ছোৱালীৰ

কেলেঙ্কাৰিৰ কথা ছপাই কেছ লগাব পাৰিনে ? কাকত খনৰ আৰ্থিক ক্ষতি আৰু বদনাম কৰিবতো নোৱাৰি গতিকে তেনে চিঠি আৰু বাতৰিৰ ওৱেষ্ট পেপাৰ বাস্কেটেই গতি।

কেতিয়াবা ভোৰভোৰাই উঠো, হেৰ গাৰ চমচমনিত ৰব নোৱাৰি কোনোবা ছোৱালী কাৰোবাৰ লগত পলাল যদি পলাল, তাকেনো বাতৰি কাকতত ছপাই দিব লাগে কিয় ? সম্পাদক ডাঙৰীয়াই নো দেশখনৰ সকলো সমস্যা সমাধান কৰি দিব লাগে নে ? চৰকাৰ টো নো কিহলৈ আছে ? বাতৰি পঠাওঁতাই নিজেনো কি কৰিছে ? নে পলাই যোৱা ছোৱালী জনীৰ পাণিপ্ৰাৰ্থী তেওঁও আছিল ?

আজি কিছুদিনৰ পৰা তেনেকুৱা চিঠি এজনে ঘনাই পঠিয়াবলৈ আৰম্ভ কৰিছে। এই প্ৰসঙ্গতেই ইমান খিনি কথা কব লগা হৈছে। দুমাহ মান ধৰি সপ্তাহত এখনকৈ, কেতিয়াবা দুখনকৈও কোনোবা এজন "ক্ষত-বিক্ষতই" পঠায়। ক'ৰ পৰা পঠায় লিখা নেথাকে, কৌতুহল বশতঃ ডাকঘৰৰ ছাপটো এবাৰ জুমি জুমি চাই যোৰহাট লিখা পাই-ছিলো। নিজৰ আচল নাম কিন্তু দিয়া নাছিল—তলত মাত্ৰ লিখে "ইতি—ক্ষত-বিক্ষত।" চিঠিবোৰ প্ৰায় সদায় এনেকুৱা ঃ

"সম্পাদক ডাঙৰীয়া, আপোনাক আৰু ঈশ্বৰক মই সুধিব খোজো, মোৰ আজিৰ এই অৱস্থাৰ কাৰণে দায়ী কোন ? মানব জাতিৰ নিষ্ঠুৰ-তাৰ সীমা নাই। বেদ-বেদান্ত পঢ়িও মানুহৰ একো জ্ঞান নহ'ল। ৰসৰাজ বেজবৰুৱাই দুষ্ট প্ৰকৃতিৰ মুনিহ তিৰোতাক যমপুৰীত যি যি শাস্তি দিয়াইছে ভালেই কৰিছে। সেই ছোৱালী জনীক বান্দৰটোৰ আগত কান্দি কাটি আঠু লবলৈ দি ভালেই কৰিছে। যদা যদাহি ধৰ্ম্মস্য গ্লানিৰ্ভৱতি ভাৰত···ভাৰতত আজি ভগৱানৰ অৱতাৰ হোৱাৰ আৱশ্যক হৈছে। নহলে মোৰ নিচিনা লাজ-লঘু হোৱা মানুহৰ বিচাৰ কোনে কৰিব ? মানুহে মানুহৰ বিচাৰ কৰিব পাৰে নেকি ? পৰা হলে মষে তাইৰ বিচাৰ কৰিলো হেঁতেন। তুমি ভাবিছা মোৰ ক্ষমতা থকা হলে তাইক কচু কটা দিলোহেঁতেন ? মিছা কথা, মই ভগৱানৰ অংশ,

মই ভগৱানৰ দৰেই সুবিচাৰ কৰিম। কোনোবাই যদি কিবা অন্যায় কৰিছে তেন্তে তাৰ বাবে উপযুক্তখিনি শাস্তিহে দিম, তাৰ বেছি একো নকৰো। কিন্তু মই ঈশ্বৰ নহওঁ। সেই বাবে মই তোমাক শাস্তি দিবলৈ অপাৰগ সোণ। বেয়া নেপাবা।”

ইত্যাদি অসংলগ্ন কথা দুই পৃষ্ঠা মান লিখি পঠিয়ায়। অসংলগ্ন যদিও ভাষা বেছ শুদ্ধ। 'ক্ষত-বিক্ষত'ক তীক্ষ্ণধী মানুহ যেন লাগে। জিনিয়াছ বলীয়া হয় বুলি শুনিছো। এওঁৰো তেনেকুৱা হ'ল যেন পাওঁ। ঘটনাৰ গুৰি যে প্ৰেম বা প্ৰেম প্ৰত্যাখ্যান সেইটো বুজিবলৈ টান নহয়। কোনোবা সোণে কোনোবা ক্ষত-বিক্ষতক প্ৰৱঞ্চনা কৰিলে ফলত নিজক চম্ভালিব নোৱাৰি প্ৰেমিক প্ৰবৰৰ মগজুৰে বিকৃতি ঘটিল। এই জটিল যুগৰ বাবে অনুপযুক্ত ডেকা।

একেসোপা কথাৰে অহা ইখনৰ পিচত সিখন চিঠি পঢ়ি পঢ়ি মোৰ আমনি লাগিল। এনেকুৱা আমনিৰ পৰা অলপ সকাহ পাবলৈ একোখন চিঠি অন্তৰঙ্গ সহকৰ্মী বৰাৰ নাম লিখি টেবুলতে থৈ দিওঁ— আগতেও প্ৰেমৰ কাৰণে আত্মহত্যা বা ভদ্ৰঘৰৰ কেলেঙ্কাৰি জনিত বাতৰি বিশেষ তেওঁৰ কাষতে থৈ যোৱাৰ দৰে। বৰা চমজদাৰ লোক, পঢ়ি উঠি সেই সেই বিষয়ে ৰগৰ কৰে। এনেকৈয়ে মনটো পাতলাওঁ।

কিন্তু এদিন বিপদ ঘটিল। বাতৰি কাকতৰ অফিচ হেন দুৰ্ভেদ্য দুৰ্গতো উপস্থিত হ'লহি স্বয়ং 'ক্ষত-বিক্ষত' !

আবেলি সম্পাদকৰ কোঠাত বহি মই দিনটোৰ ডাক খুলি আছিলো। অফিচত আৰু কোনো নাছিল। আমাৰ ছাব এডিটৰৰ কোঠাটোও খালি, গধূলিহে মানুহ আহিব। এনেতে হুৰমুৰাই মানুহ এজন সোমাই আহিল। সম্পাদকৰ কোঠাত অনধিকাৰ প্ৰবেশ হোৱাত মোৰ খঙেই উঠিল। কিন্তু লেতেৰা কাপোৰ-কানি পিন্ধা, ডাঢ়ি-চুলিৰ বহুদিন সংস্কাৰ নকৰা, চকু দুটা বগা পৰি থকা উদ্‌ভ্ৰান্ত মানুহজনক দেখি বৈ গলো। সংযত হৈ সুধিলো, “কি লাগে ?”

সমুখৰ চকি এখনত ধৰি থিয় হৈ থকা মানুহজনে সুধিলে, "সম্পাদক ডাঙৰীয়া আপুনিয়ে নেকি ?"

"নহয় মই এজন তলতীয়া কৰ্মচাৰীহে। আপুনিনো কি বিচাৰিছে ?" মোৰ প্ৰশ্নৰ উত্তৰ নিদি তেওঁ সুধিলে, "মই ইয়াতে বহোনে ?"

অৱশ্যে বহিবলৈ নিদিয়াটো মোৰ পক্ষে ঠিক হোৱা নাছিল। গতিকে বহিবলৈ দিলোঁ। ভালেখিনি নম্ৰ সুৰত। তেওঁৰ চাল-চলন অস্বাভাৱিক যেন লাগিছিল; কিন্তু তেতিয়াও ধৰিব পৰা নাছিলোঁ যে তেৱেঁই সেই ভগৱানৰ অংশ বিৰহী যক্ষ ক্ষত-বিক্ষত। লাহেকৈ কলোঁ, "কওকচোন !"

"মই বাতৰি এটা কেবা বাৰো কেবা মাহো পঠালো," মাতটো স্পষ্ট, গলগলীয়া, "কিন্তু আপোনালোকে এবাৰো নুতুলিলে। দৰকাৰী কথা কিয় নোতোলে তাকে সুধিবলৈ আহিছো।"

তেওঁক জনালো যে বহুত কাৰণত বাতৰি তুলিব নোৱাৰা হব পাৰে; কেতিয়াবা মকৰ্দমাৰ ভয় থাকে, কেতিয়াবা নিতান্ত ব্যক্তিগত কথা পঠোৱা হয়, কেতিয়াবা সমূলি পঢ়িব নোৱাৰাকৈ লিখা হয়, কেতিয়াবা যথেষ্ট নাম-ঠিকনা নেথাকে। "আপোনাৰ বাতৰিও নিশ্চয় তাৰে এটা কাৰণত প্ৰকাশ হোৱা নাই। আটাইতকৈ ডাঙৰ কথা, কোনটো বাতৰি আমাৰ কাকতত ঠাই পাব সেইটো আমিহে ঠিক কৰো, আনৰ কথা আনি নুশুনো।"

মানুহজনে তৎক্ষণাৎ কামিজৰ জেপৰ পৰা জাপ কৰা কাগজ এখন উলিয়াই মোৰ সমুখত ধৰি কলে, "এই খন পঢ়ি চাওক আপোনাৰ কাকতৰ উপযুক্ত হয় নে নহয়, নে পেলাই দিবলগীয়া কোনোবা শ্ৰেণীত পৰে।"

তেওঁৰ ঠাট্টাটো বুজি পাইছিলোঁ যদিও মন নকৰা যেন দেখুৱালোঁ। কিন্তু কাগজখন খুলি চাই অবাক হলোঁ, এইজন দেখোন ক্ষত-বিক্ষত ! কাগজখনতো মই সদাই পেলাই দিয়া তেওঁৰ 'বাতৰি' বোৰৰ কথা

খিনিকে লিখা হৈছে। কি উত্তৰ দিম ভাবি নেপালোঁ। বিকৃতমস্তিষ্ক বুলি বোধ কৰিলোঁ।

কিন্তু তেওঁ যে বঙা, উদ্‌ভ্ৰান্ত চকু দুটাৰে মোলৈ ট-টকৈ চাই আছে বেছ অনুভৱ কৰিলোঁ।

"কি কয় কওক।" তেৱেঁই মাত লগোৱাত মই লৰচৰ কৰি বহি হ'াহিবলৈ চেষ্টা কৰিলোঁ। তাৰ পিচত লাহে লাহে আৰম্ভ কৰিলো, "চাওক প্ৰথম কথা হ'ল আপোনাৰ কথাখিনি অস্পষ্ট হৈছে। বাস্তৱিকতাৰ কথা পৰা পক্ষত পোনপটীয়া হব লাগে।"

"অস্পষ্ট হৈছে?" আগন্তুকে এক প্ৰকাৰ চিঞৰ মাৰিয়েই প্ৰতিবাদ কৰিলে। "মোৰ কথাখিনি আপুনি বুজি পোৱা নাই?"

"মই বুজিব পাৰিছোঁ..."

"তেনেহলে?"

"কিন্তু বাস্তৱিকতাত লিখাৰ ধৰণ এটা আছে, আপুনিতো দেখিছেই। বক্তব্য যিয়েই নহওক তাক বাস্তৱিক আকাৰত লিখিব পাৰিব লাগিব। দ্বিতীয়তে, বিষয়টো নিতান্ত ব্যক্তিগত হলে সি প্ৰকাশৰ যোগ্য নহয়। সামূহিক স্বাৰ্থ থকা বিষয়তহে আমি গুৰুত্ব দিওঁ।"

"মোৰ কথাটো নিতান্ত ব্যক্তিগত?" মানুহজনে আকৌ উচ্চস্বৰত কৈ উঠিল, "মোৰ দৃষ্টান্ত দেখুৱাই মই সমাজক সাৱধান কৰি দিব খুজিছোঁ যাতে ভবিষ্যতে কাকো কোনেও আৰু প্ৰৱঞ্চনা কৰিব নোৱাৰে। মোৰ নিচিনা অৱস্থা আৰু কাৰো নহয়, এইটো সামূহিক ভাৱে লাভৰ কথা নহয়?"

এক হিচাপে ক্ষত-বিক্ষতৰ কথাত যুক্তি আছে, কাৰণ তেওঁ কামনা কৰিছে যেন আৰু কোনো গাভৰু ছোৱালীয়ে কাৰো জীৱন নষ্ট নকৰে। কিন্তু গতানুগতিক প্ৰেম-বিৰহৰ কথাতো বাস্তৱিকতাত ভুলিব নোৱাৰি সেই কথা মই তেওঁক বুজাওঁ কেনেকৈ?

ইতিমধ্যে কিনো হৈছে বুলি দুই-এজন কম্পজিটৰে দুৱাৰ মুখৰ পৰা ভূমুকি মাৰি চাই গৈছিলহি। এবাৰ নেপালী চকিদাৰটো আহি মানুহ জনৰ ওচৰত থিয় হলহি, বোধ কৰো মোৰ ওপৰত আক্ৰমণ চলিলে বাধা দিব বুলি। ঠিক কৰিলো যে ক্ষত-বিক্ষতক কথা কবলৈ সুযোগ নিদিওঁ। মই কৈ গলোঁ, "আপোনাৰ ঘটনাটো আমি সামূহিক স্বাৰ্থমূলক বুলি নেভাবোঁ। আনহাতে সেই বোৰলৈ চকু দিবলৈ সমাজ আছে, লৰা-ছোৱালীক ৰক্ষণাবেক্ষণ দিয়াৰ দায়িত্ব সংশ্লিষ্ট পৰিয়ালৰো। বাতৰি কাকতে প্ৰত্যেকজন মানুহৰ জেঙা-জঞ্জাল মাৰি দিব নোৱাৰে। তৃতীয় কথা, প্ৰকৃত নাম-ঠিকনা নোহোৱা কোনো চিঠি-পত্ৰকে আমি ব্যৱহাৰ নকৰো। আপুনি এখনতো নাম দিয়া নাই।"

"ইয়ে হয় নেকি ?" এই বুলি মানুহজনে প্ৰাণ খুলি হো-হো কৈ হাঁহিবলৈ ধৰিলে। হাঁহি হাঁহিয়েই মোক দিয়া কাগজখন টান মাৰি লৈ টেবুলৰ পৰা কলম এডাল বুটলি লৈ খচখচকৈ এচুকত লিখি কাগজখন আকৌ মোলৈ আগবঢ়াই দিলে। মই পঢ়ি চালো ঃ শ্ৰীললিতকুমাৰ শৰ্ম্মা, দিগম্বৰ চুক, যোৰহাট। চকিদাৰ ইতিমধ্যে ওলাই গ'ল বিপদৰ সম্ভাৱনা নেদেখি।

তেওঁ বহাৰ পৰা উঠি কলে, "এইবাৰ ভেনেহলে এইখন ছুলি দিব। যি কাট-কুট কৰিব লাগে আপুনি কৰি দিব, মোৰ কোনো আপত্তি নাই। নমস্কাৰ।" এই বুলি মোৰ সমিধানলৈ বাট নেচাই কোঁ-কোঁকৈ ওলাই গ'ল।

মই কিন্তু সকাহ নেপালোঁ। কাৰণ বলীয়াটো আকৌ ওলাবহি, আকৌ আমনি কৰিবহি। বিৰক্ত বোধ কৰি কাগজ খনলৈ চাই বলো। ক্ষন্তেক পিচত হাঁহি হাঁহি ছাব-এডিটৰৰ কমৰ পৰা সহকৰ্ম্মী বৰা সোমাই আহিল। মোৰ ফালে চিগাৰেট এটা আগবঢ়াই দিলে।

তেওঁ লাহেকৈ সুধিলে, "কি হ'ল, বৰকৈ দেখোন দপদপাইছিল ?" একো নেমাতি কাগজখন তেওঁলৈ আগবঢ়াই দি চিগাৰেটটো জ্বলাবলৈ ধৰিলো।

পঢ়ি উঠি ববাই কৈ উঠিল, 'অ'হহো ! এখেতেই সেই খ্যাতনামা ক্ষতবিক্ষত নেকি ?" মই মূৰ ঢুপিয়ালোঁ। তাৰ পিচত অলপ আগতে হৈ যোৱা সাক্ষাৎকাৰৰ বৰ্ণনা দিলোঁ।

পিচদিনা আমাৰ অফিচলৈ ললিত কুমাৰ শৰ্ম্মাৰ ককায়েক আহিল। শকত-আৱত, আদহীয়া মানুহজন; ভায়েকৰ সৈতে চেহেৰাৰ সামান্য মিল আছে। নিজৰ পৰিচয় দি তেওঁ কলে, "সি ইয়ালৈ আহি আপোনালোকক দিগদাৰি কৰিছে বুলি বুজিছোঁ। সেই উদ্দেশ্যেই সি ঘৰৰপৰা মনে মনে গুচি আহিছে। যোৰহাটৰ পৰা সি আপোনালোকৰ কাকতলৈ চিঠি লিখি থাকে বুলি আমি জানো, সি নিজেই কৈ ফুৰে। কিবা এটা কৰি দিব নোৱাৰে নে ? নহলে তাক ওভোটাই নিয়াই টান হ'ল। সি কৈছে, তাৰ খবৰ মুঠে মানে সি উলটি নেযায়। আমি ইয়াত সম্বন্ধীয়া মানুহ এঘৰত আছোহি।"

আমি ছাব-এডিটৰৰ কোঠাত বহি কথা পাতিছিলোঁ। মই ববাৰ চকুলৈ চালোঁ। কাৰণ নিৰুপায় ভদ্ৰলোকজনক কি সমিধান দিম ভাবি নাপালো। একে আষাৰে অস্বীকাৰ কৰি দিবলৈকো বেয়া লাগিছিল। নীৰৱে চিগাৰেট খাই ইংৰাজী কাকত এখন পঢ়ি থকা ববাই নাকটো মোহাৰি বুদ্ধি এটা উলিয়াই কলে, "এটা কাম কৰিব পাৰি। বাতৰিৰ আকাৰত লিখি চমুকৈ এটা এডভাৰটাইজমেণ্ট উলিয়াই দিব পাৰি। আপোনালোকে পইচা খৰচ কৰিব লাগিব আৰু।"

মানুহ জনে কলে, "আপোনালোকে যি ভাল দেখে তাকে কৰক। পইচাৰ কাৰণে ভাবিব নালাগে। কাৰণ তাৰ লগত আজিলৈকে আমাৰ বিশেষ একো খৰচ হোৱা নাই। সি কেতিয়াও উৎপাত কৰি নুফুৰে। ৰাঁচীলৈ পঠোৱাৰ কথা ভাবি আছো কিন্তু তাক ঠগা বৰ টান। মেণ্টেল হস্পিটেল বুলি জানিলে আৰু নিয়া নহব।"

মই চকিদাৰক পঠিয়ালো চাহ আনিবলৈ। ললিতৰ ঘৰখনলৈ মোৰ ইতিমধ্যে সহানুভূতি উপজিল। ককায়েকে জানিছে যে ভায়েকৰ বক্তব্য আমাৰ কাকতত কিয় পৃথিৱীৰ কোনো কাকতে তুলি দিব

নোৱাৰি। কিন্তু নিৰুপায় হৈ কিবা এটা কৰি দিবলৈ অনুৰোধ কৰিছে। বিজ্ঞাপনৰূপে ছপাই দিবলৈকো তেওঁ প্ৰস্তুত। কিন্তু তাৰেও জানো সমস্যাৰ সমাধান হব?

এই বোৰকে ভাবি-চিন্তি মই কলোঁ, "এডভাৰটাইজমেণ্ট হিচাপে দিলেও জানো তেওঁৰ চকুত ধূলি দিব পৰা হব? কাৰণ তেওঁ বৰ বুদ্ধিমান, আমাৰ ষড়যন্ত্ৰটো ধৰি পেলাব পাৰে। তেতিয়া হলে আকৌ এটা হুলস্থূলৰ সৃষ্টি হব।"

বৰাৰ কপালৰ গাঁথি থুপ খালে। ভদ্ৰলোকজনেও কলে, "এৰা সেইটোও হয়।" মই কলো, "দ্বিতীয়তে বাতৰিৰ আকাৰত লিখি দিবৰ একো উপায় নাই—অমুক দিনা অমুক জনী ছোৱালীৰ কাৰণে অমুকৰ অমুকটো হ'ল বুলি কৈ দিব নোৱাৰি। ললিতৰ কথাখিনিকে হুবহু তুলি দিব পাৰি, কিন্তু তেতিয়া হলে সকলো মানুহে কথাটো জানিব, ফলত আপোনালোকৰ পৰিয়ালৰ বদনাম হে হব।"

দুয়োজন নিমাত হল। মোৰ যুক্তি তেওঁলোকে উপলব্ধি কৰিলে। ইতিমধ্যে চাহ-মিঠাই আহিল। মানুহজনক চাহ খাবলৈ দি সুধিলো, ঘটনাটোৰ অতি-গুৰি নো কি? তেওঁ হুমুনিয়াহ কাঢ়ি কবলৈ ধৰিলে:

"সকলো আমাৰ কপালৰ দোষ। ললিত ককাই-ভাইৰ ভিতৰত আটাইতকৈ সৰু আৰু আটাইতকৈ ভাল লৰা আছিল। পঢ়াশুনাত চোকা, আচাৰ-ব্যৱহাৰ নম্ৰ, কাৰো লগত কেতিয়াও কাজিয়া নকৰে, পূজা-নামঘোৰা আদিত বৰ মনোযোগী। আমি কোনেও বিশেষ যত্ন নোলোৱাকৈয়ে সৰুৰে পৰা সি কলেজ পালেগৈ এই একেদৰেই। কোনো ধৰণৰ এটা বদনাম তেতিয়ালৈকে শুনিলোঁ।

"ইমানেই সৎ আছিল যে এবাৰ স্কুলৰ পৰা এটা প্ৰমোশ্যনী পৰীক্ষাত ওচৰত বহা লৰা এটাই তাৰ অঙ্ক এটা নকল কৰি পাতি বাওঁতেও ভুল কৰাত আহিবৰ সময়ত সি নিজৰ শুদ্ধ অঙ্কটোকে কাটি থৈ আহিল। কাৰণ বন্ধুজনেও নম্বৰ নেপাব। এনে "মূৰ্খতা"ৰ কাৰণে দুই-একে

যে তাক ঠাট্টা কৰা নাছিল, এনে নহয়, কিন্তু মনে মনে হলে সকলোৱে তাক প্ৰশংসা কৰিছিল। তাৰ আচাৰ-ব্যৱহাৰত মুগ্ধ নোহোৱা মানুহ আমাৰ বংশত কম আছিল। বিশেষকৈ বয়সীয়া তিৰোতা মানুহে যে তাক পালে ক'ত লব ক'ত থব কৰিছিল।"

কিন্তু কলেজ পোৱাৰ কিছুদিন পিচতে ললিতৰ মতিগতি ঘূৰিল। সি মানুহটোযে বেয়া হৈ গ'ল এনে নহয়; কিন্তু এজনী ছোৱালীৰ সম্পৰ্কলৈ আহি তাৰ জীৱনটোৱেই ওলট-পালট হৈ গ'ল। ছোৱালী জনী আছিল কেন্দুগুৰিৰ, একে লগে পঢ়িছিল। কেনে ধৰণৰ বন্ধুত্ব গঢ়ি উঠিছিল কোৱা টান, কিন্তু লগৰ লৰা বিলাকে কয় ললিত তাইৰ প্ৰেমত পৰিছিল। সিহঁতে জোকাইছিল, "সন্ন্যাসীৰ তপোভঙ্গ হ'ল।" শুনা যায়, ছোৱালীজনী অলপ দুষ্ট প্ৰকৃতিৰ আছিল; দুই চাৰি লৰাক নচুৱাই ভাল পোৱা বিধৰ। ললিতকো অজলা পাই তাই নচুৱাইছিল। পদুলি-শুঙা লৰা সাধাৰণতে কাঠিয়ক হয়; নয়ন বাণৰ আঘাত পালেও সহিব পাৰে। কিন্তু ললিত আছিল অত্যন্ত সৰল, এইবোৰ কথাৰ আও-ভাও নোপোৱা লৰা। গতিকে সেই দুষ্ট ছোৱালী জনীয়েই তাৰ কাল হ'ল। সি বেছিকৈ আগ বাঢ়ি যোৱাত ভয় খাই ছোৱালী জনীয়ে সাৱধান হৈ তাক প্ৰশ্ৰয় নিদিয়া হল। তাৰ প্ৰতিক্ৰিয়া তাৰ মনত বেয়াকৈ হবলৈ ধৰিলে। সি পঢ়া-শুনালৈ পিঠি দিলে, প্ৰেমৰ কবিতা লিখিব ধৰিলে আৰু শেষত তাৰ মগজুতে দোষ ঘটিবলৈ ধৰিলে। ছোৱালীজনী ইতিমধ্যে যোৰহাটৰ পৰা গুচি গ'ল। মানে কথা বেয়া দেখি মাক-বাপেকে আঁতৰাই নিলে।

ললিতৰ কাহিনী শুনাৰ পিচত আমি "কি কৰিব পাৰো চাওঁ" বুলি ভদ্ৰলোকক বিদায় দিলো। তেওঁ ভগ্নমুখকৈ নীৰৱে ওলাই গ'ল। কিন্তু কি যে কৰি দিম ভাবি উলিয়াব নোৱাৰিলো।

তাৰ পিচত এসপ্তাহ ধৰি ললিতকুমাৰ দুদিনৰ মূৰে মূৰে আমাৰ অফিচলৈ আহিব ধৰিলে। নানান অজুহাত দেখুৱাই, চাহ-তামোল খুৱাই ঘূৰাই পঠাই দিওঁ। কেতিয়াবা কওঁ যে কথাটো বৰ পুৰণি

হল বাবে উলিয়াই দিবলৈ টান হৈছে। কেতিয়াবা কওঁ, দৈনিক কাকতত বিশ্বৰ বৰ বৰ ঘটনা দিবলৈকে ঠাইৰ নাটনি, কেতিয়াবা কওঁ, সম্পাদক ডাঙৰীয়াই দেখোন বৰ ভাল পোৱা নাই; ইত্যাদি। ভাবিছিলোঁ, এইদৰে পিছুৱাই নি থাকিলে আমনি লাগি তেওঁ চেষ্টা এৰি দিব, নহলেবা, বলীয়া মানুহ, পাহৰি যাব। পিচে মিছা, এই বিষয়ত তেওঁৰ বলীয়ালিৰ কোনো লক্ষণেই দেখা নগ'ল। ললিত আহিলে প্ৰেছৰ কৰ্ম্মী সকলে আহি আহি চাবলৈ ধৰা হ'ল। কাৰণ তেওঁৰ সমস্যাৰ কথা সকলোৱে জানিলে, বৰাই কথাটো ৰাষ্ট্ৰ কৰি দিলে। কোনোবা দুই-এজনেতো পৰামৰ্শই দিলে, "ফটো এখন খোজক, ছপাই দিম বুলি কব।"

গল্প লিখাৰ অভ্যাস মোৰ অলপ আছিল। বহুত ভাবি-চিন্তি ললিতৰ ঘটনাটো লৈ অফিচতে বহি বহি দুদিনত তিনি কলমমানৰ জোখাৰে গল্পকে এটা লিখি উলিয়ালো, নায়কৰ নাম ললিতেই ৰাখিলো, কিন্তু তেওঁক বলীয়া কৰি দেখুৱা হোৱা নাই। মাত্ৰ নায়িকাৰ প্ৰৱঞ্চনাটোৰ ওপৰত বেছি জোৰ দিলো। গল্পটোত নতুনত্ব একো নাই, মাত্ৰ সুখপাঠ্য যাতে হয় তালৈ চকু ৰাখিলো। ভাল গল্পৰ অভাৱত আমি কেতিয়াবা এনেকুৱা মামুলি প্ৰেমৰ গল্প ছপাই দিওঁ। কাকো একো নোকোৱাকৈ বৰাৰ নামত গল্পটো ওচৰৰ দেওবাৰটোত প্ৰকাশ কৰি দিলো। ওলাই যোৱাৰ পিচত বৰাই অৱশ্যে ক্ষোভ প্ৰকাশ কৰিছিল।

সেই দেওবাৰেই আবেলি। দেওবৰীয়া কাগজবোৰ পঢ়িবৰ কাৰণে বৰা আৰু মই সোনকালে আহি অফিচত বহিছিলো। বৰাৰ ক্ষোভ প্ৰকাশ ইতিমধ্যে হৈ গৈছিল, সন্ধিও। এনেতে ধুমুহাৰ দৰে ললিত কুমাৰৰ প্ৰবেশ, সেই একে মলিয়ন বেশ, উশৃঙ্খল চুলি, উদভ্ৰান্ত চকু; কাষলতিত আমাৰে এখন কাগজ।

"হেৰি আপোনালোকে কিন্তু মহৎ উপকাৰ কৰিলে"। এই বুলি তেওঁ আমাৰ সমুখত বহিল। নিজে অনা কাগজখন খুলি খুলি কলে, "পঢ়িলো বুজিছে? বহুত মানুহে পঢ়িছে। বৰ সুন্দৰ হৈছে।

এইহে জাৰ্ণেলিজম্ ! এইহে বাতৰি কাকত, এইটো পঢ়িলে সমাজৰ উপকাৰ নহৈ নোৱাৰে। মই আপোনালোকক ধন্যবাদ জনাবলৈ আহিলোঁ।।"

এটা জটিল পৰিস্থিতিৰ পৰা উদ্ধাৰ হৈ মনটো পাতল লাগিল। কিন্তু লেখাটো গল্প নে কিবা, লেখক কোন জন, ললিতে একো সুসুধিলে। তেওঁৰ কাৰণে বোধ হয় সেইবোৰ কথাৰ মূল্য নাই।

মই কলো, "আপুনি ভাল পাইছে যদি ভালৰে কথা। আমাৰ নো কি, আমি মানুহৰ কথা ছপাবলৈকে আছো।"

এই বুলি বৰাৰ ফালে চোৱাত তেওঁ হহাঁৰ দৰে কৰি খুব ক্ষীণকৈ 'এৰা' বুলি মূৰ দুপিয়ালে।

কিন্তু ললিতে চৰা সুৰত কৈ উঠিল, "কয় কি? নিজকে ইমান সৰু কৰি নিদিব বুজিছে? আপোনালোকে নেজানে আপোনালোকে মানুহৰ কিমান উপকাৰ কৰিছে।" হে ভগবান, সুস্থ মানুহে যদি ভুলতো এবাৰ এইদৰে কলেহেতেন নাইট ডিউটি কৰা সাৰ্থক হ'লহেতেন! "আহক আমি এই দিনটো চিলেব্ৰেট কৰো!" এই বুলি তেওঁ টেবুলৰ টিলিঙাটো বজাই দিলে।

চকিদাৰ আহিলত জেপৰ পৰা ডুটকীয়া নোট এখন উলিয়াই দি ললিতে কলে, "যোৱা আমাৰ বাবে চাহ-মিঠাই লৈ আহা। ভুমভি খাও। যাও।"

ললিত পৰ্ব সম্পূৰ্ণ কৈ সমাপ্ত হওক আমি বাধা নিদিলো। বৰং ইটো সিটো কথা উলিয়াই তেওঁক শান্ত কৰিবলৈ যত্ন কৰিলোঁ। মাৰ্জিত ভাষা, বুদ্ধিদীপ্ত কথা-বতৰা দেখি আমি মুগ্ধ হলো আৰু এনে এটি প্ৰতিভা মৰহি যোৱাত আকৌ এবাৰ বেজাৰ কৰিলো। চাহ-জলপান অহাত তিনিও খাবলৈ ধৰিলো। চাহ খাওঁতে আমাৰ নানা কথা চলিল। চাহ খোৱা শেষ হওঁতেই আহি সোমাল ললিতৰ ককায়েক। তেওঁৰ চকুৱে-মুখে উদ্বিগ্নতা।

ককায়েকক দেখি ললিত চকিৰ পৰা থপ কৰে উঠিল ; কাগজখন

ৰৰ আগ্ৰহেৰে দাড়ি ধৰি সুধিলে, "তুমি পঢ়িছা ডাঙৰ দা আজি ওলাইছে নহয়? তুমি কাগজখন পঢ়িছা নে নাই?"

"দেখিছো দেখিছোঁ মই ৰাতিপুৱাই পঢ়িছো।" ককায়েকে যে লাজ পাইছে আমি বেছ বুজিলো। তেওঁ আমাৰ চকুলৈ চাব পৰা নাছিল।

ললিতে উদ্‌ভ্ৰান্ত চকু যুৰি আগ্ৰহেৰে উজ্জ্বল কৰি সুধিলে, "ডাঙৰদা তুমি নাভাবানে যে ইয়াৰ পৰা মানুহৰ উপকাৰ হব? এইটো পঢ়ি উঠি সমাজ ভৱিষ্যতে সাৱধান নহবনে?"

"নিশ্চয় হব, নিশ্চয় হব।" ককায়েকে কলে; "এতিয়া আমি যোৰ-হাটলৈ যাওঁ গৈ ব'ল। তোৰ কামটো হল যেতিয়া এতিয়া আৰু ইয়াত থকাৰ কোনো কাৰণ নাই নহয় জানো?"

"যাম ডাঙৰ দা, ঘৰলৈ নেযাম কিয়? মই ঘৰৰ পৰা পলাই আহিছো বুলি তোমালোকে ভাবিছা নেকি? মই পলাই অহা নাই, মই কামত হে আহিছোঁ। মাক এৰি মই থাকিব পাৰো নেকি?"

ককায়েকে ললিতক সাৱটি ধৰিলে। আমাৰ ফালে মুখ কৰি থকা বাবে তেওঁৰ কন্দনামুৱা মুখখন আমি দেখিবলৈ পালোঁ। তেওঁ থোকা-থুকিকৈ কলে, "তোক পলাই অহা বুলি কোনেও কোৱা নাই অ'। মাই হে চিন্তা কৰিছে ইয়াত কিবা অসুখ বিসুখ হয় বুলি, সেই কাৰণে মোক পঠাই দিছে।"

ললিত সেই অৱস্থাতে কিছুপৰ মনে মনে থাকিল। যেতিয়া তেওঁ কথা কলে তেতিয়া তেওঁৰ মাটটোও অনুভূতিসিক্ত হৈ কঁপি উঠিল: "ব'ল তেন্তে আমি আজিয়েই ঘৰলৈ যাওঁ গৈ।"

"অঁ আজিয়েই যাওঁ ব'ল।"

ককায়েকে এহাতেৰে চকুপানী মচি কোনোমতে অস্ফুট্‌পীয়াকৈ আমাক নমস্কাৰ এটা দিলে। আমি দুয়ো থিয় হৈ প্ৰতি নমস্কাৰ কৰিলো। তাৰ পাচত তেওঁ ভায়েকক ধৰি লাহে লাহে বাহিৰলৈ লৈ গ'ল। ললিতে আমালৈ উলটি নেচালে। বোধ কৰোঁ আমাৰ কথা পাহৰিলেই। আমি নীৰৱে তেওঁলোক যোৱালৈ চাই থাকিলো।

## ফটোগ্ৰাফ

তৃতীয় দিনা কেশৱক ধৰা পেলালোঁ। ঃ সি ধুনীয়া ছোৱালী এজনীৰ ফটো এখনহে ইমানকৈ চাই থাকে। প্ৰথম দুদিন মোক তাৰ কোঠালৈ সোমাই যোৱা দেখিয়েই সাউৎ সাউৎ কৰে গাৰু তলত ফটোখন লুকুৱাই পেলাইছিল। বিছনাত ওপৰমুৰৈ শুই ফটোখন একান্ত মনে চাই থকা মই দুয়ো দিনে দেখিছিলো। কিন্তু মোৰ আগত তেনেকৈ লুকুৱাই থোৱা বাবে মই সেই বিষয়ে তাক একো সোধা নাই।

কিন্তু তৃতীয় দিনা তাৰ কোঠালৈ সোমাই যাওঁতে দেখিলো সি সোন-কালে অফিচৰ পৰা আহি, এনেয়ে বিছনাত পৰোতে হব পায়, শুই পৰিছে। ওপৰ মুৰৈ শুই থকা মানুহটোৰ একাষৰে বাওঁ হাতখন পোন হৈ পৰি আছে আৰু হাতখনৰ ওচৰতে পৰি আছে মজলীয়া আকাৰৰ মাউণ্টত লগাই থোৱা ছোৱালী এজনীৰ ফটো ঃ নিচেই কোমল বয়সীয়া ছোৱালী, ফ্ৰক এৰি মেখেলা পিন্ধিবলৈ লৈছেহে বুলিব পাৰি, ল-নি আৰু গঢ়িত গাল-মুখেৰে ছোৱালী জনী বেছ ধুনীয়া আৰু স্বাস্থ্যৱতী।

মই বিছনাখনৰ ওচৰত থিয় হৈ এবাৰ ফটো খন আৰু এবাৰ কেশৱলৈ ভালেমান পৰ চাই থাকিলো। তাক ধৰা পেলাই মনে মনে প্ৰথমে হাহিলোঁ, কিন্তু তাৰ দুৰ্ব্বলতা উপলব্ধি কৰিব পাৰি ক্ৰমে তাৰ প্ৰতি মোৰ পুতৌ হবলৈ ধ লে

এইটো ৰহস্যকে সি মোৰ আগত অত দিনে লুকুৱাই ৰাখিবলৈ যত্ন কৰি আহিছে। প্ৰেমত পৰাৰ কথা মানুহে কিয় লুকুৱাই ৰাখিব খোজে মই আকৌ ভাবিবলৈ ধৰিলো।

হঠাৎ কেশৱে সাৰ পালে! মোক সেই অৱস্থাত দেখি সি দেখা-দেখিকৈয়ে অপ্ৰস্তুত হৈ পৰিল। 'ইনষ্টিঙ্ক্ট'ৰ বশৱৰ্ত্তী হৈ সি ধেৰ-মেৰাই উঠি পৰিল আৰু তৎক্ষণাৎ ফটোখন লুকুৱাবলৈ চেষ্টা কৰিলে। তাক অপ্ৰস্তুত কৰি ময়ো অপ্ৰস্তুত হৈছিলোঁ, কিন্তু মিছাকৈয়ে ভদ্ৰতা দেখুৱাবৰ মন নগ'ল। গতিকে খপ কৰে তাৰ হাত এখনতে ধৰি কলো, "কেশৱ থক লুকুৱাব নেলাগে। মই সকলো বুজিছোঁ। মাত্ৰ তোমাৰ অজ্ঞাতে মই ফটোখন চালো বাবে ক্ষমা কৰিবা।"

সি অলপ সময় একেথৰে মোৰ চকুলৈ চাই থাকিল। তাৰ পিচত ফটোখন গাৰুৰ ওচৰতে উবুৰি খুৱাই লাহেকৈ থৈ দিলে। মুখেৰে একো নেমাতি বিছনাতে তাক থম্ থমকৈ বহি থকা দেখি মই আৰু উচ্চ-বাচ্য নকৰি লাহেকৈ তাৰ কোঠাৰ পৰা ওলাই আহিলোঁ। অৱশ্যে সি এনেয়েই অল্প-ভাষী। তথাপি এই ঘৰটোত আজি দুবছৰে থকাৰে পৰা তাক বেছ ফূৰ্ত্তি কৰি থকাই দেখিছো। মোৰ দৰে হোৱাই নোহোৱাই, সময়ে অসময়ে অৱশ্যে সি বলকি নেথাকে কিন্তু ভাল গল্প ওলালে সি প্ৰাণ খুলিয়েই যোগ দিব পাৰে। তথাপি ধৰা পৰাৰ লাজত বৰকৈ নীৰৱ হৈ যোৱা দেখি তাৰ ওচৰত আৰু থাকিব নোৱাৰিলো।

স্কুলত পঢ়োতে আমাৰ ভাল বন্ধুত্ব আছিল কাৰণেই নে-কি জানো কৰ্ম্ম জীৱনতো একেলগে একেটা ঘৰতে থাকিবলৈ পাই আমাৰ বৰ ভাল লাগিছিল। কলেজৰ কেইবছৰ অৱশ্যে আমি আঁতৰা-আঁতৰি হৈ থাকিলো: মই গুৱাহাটী আৰু কলিকতাত পঢ়িছিলো আৰু কেশৱে বাৰানসীত পঢ়িবলৈ গৈ তাৰ পৰাই ইঞ্জিনীয়াৰিং পাছ কৰি আহিছিল। ক'ৰবাত কেনে-বাকৈ কেতিয়াবা লগ পালেও কলেজত পঢ়া কেবছৰৰ কথা আমি প্ৰায়েই কাকো কোনেও নকলো বা কবলগীয়া নহ'ল। চৰকাৰী চাকৰি লৈ ইয়ালৈ বদলি হৈ আহোতে ভাড়াঘৰৰ খবৰ কৰি ফুৰোতে মই আবিষ্কাৰ কৰিলো

কেশৱক : গড়-কাপ্তানী বিভাগৰ ই-এণ্ড-ডি উপ-বিভাগৰ এছ-ডি-অ' হৈ সি প্ৰকাণ্ড ঘৰ এটা লৈ অকলে আছে। মোক সি আগ্ৰহেৰে তাৰ লগত থাকিবলৈ মাতিলে। পুৰণি বন্ধুক লগ পাই নতুন ঠাইখন মোৰ খুব সোনকালেই ভাল লাগি আহিল।

কিন্তু মাজৰ ব্যৱধান খিনিত কেশৱে যে লুকুৱাই লুকুৱাই ফটো চাব লগীয়াকৈ কোনোবা অজানাক মন দি থৈছিল, সেই কথা জানিবৰ উপায় মোৰ নাছিল। মোৰ ইতিবৃত্তও অৱশ্যে সি নেজানে।

কাপোৰ কানি সলাই হাত ভৰি ধুই আৰামী চকিখনত 'ষ্টেটছমেন' খন তুলি লওঁতেই কেশৱ মোৰ কোঠালৈ সোমাই আহিল। সিও চকু-মুখ ধুই পায়জামাটোৰ ওপৰত কামিজ এটা পিন্ধি আহিছে। সচৰাচৰ মিচিকীয়া হাঁহিটো মাৰি সি মোৰ বিছনাতে বহি কাষৰ টিপয় খনৰ পৰা কিতাপ এখন বুটলি লৈ পাত লুটিয়াবলৈ ধৰিলে। অফিচৰ পৰা সোন-কালে' আহিল নেকি, গা বেয়া নেকি, অসময়ত শুইছিল কিয়, মিছুৰে কমিউনিষ্ট দেশৰ পৰা অস্ত্ৰ কিনা লৈ কি গোলমালেই লাগি নগৈছে, ইত্যাদি ধৰণৰ লাগ-বান্ধ নোহোৱা কথা পাতি পাতি আমি চাহলৈ বাট চাবলৈ ধৰিলো। লক্ষ্য কৰিলো, সি অলপ বেছি গম্ভীৰ হৈ আছে। ফটোখনৰ ঘটনাটোৰে প্ৰতিক্ৰিয়া বুলি অনুমান কৰিলো।

মনটো অলপ বেয়া লাগিল। কেশৱক দুখ দিলো যেন লাগিল।

ল'ৰাটোৱে ·চাহ-জলপান দি গ'লহি। এচুমা চাহ খাই কেশৱে নানকাটা এখনত একামোৰ মাৰি মোৰ ফালে নোচোৱাকৈয়ে কলে, "এটা কথা কল্যাণ, তুমি মোৰ কথা সকলো বুজিছা বুলি কৈছা হয়, পিছে ভাল দৰে বুজা নাই হব পায়।"

বিস্কুটত কামোৰ মাৰিব খুজি বৈ গলো। সি মোৰ ওপৰত অভিযোগ তুলিব খুজিছে বুলি মনে মনে অলপ ভয় লাগিল। কিন্তু তৎক্ষণাৎ মোৰ ভয় দূৰ কৰি সি মোৰ ফালে লাজকুৰীয়া ভাৱে চাই মিচিক কৰে হাঁহি এটি মাৰিলে। মই চাহ খাবলৈ ধৰিলো।

"তুমি হয়তো ভাবিছা", সি কলে, "কাৰোবাৰ ওচৰত মনে মনে মই

মন-প্ৰাণ সঁপি বহি আছোঁ। আৰু তোমাৰ পৰা কথাটো লুকুৱাই ৰাখিছোঁ।”

মোৰ আত্ম-সম্মানত অলপ আঘাত লাগিল। কেশৱৰ লুকুৱাই ফটো চোৱা ঘটনাৰ মাজত মই বুজি নোপোৱা কিবা ৰহস্য আছে বুলি সি ধৰি লোৱাত মনতে অলপ দুখ পালো। খৰ খৰকৈ বিস্কুট চোবাই কলো, “সেই খন নিশ্চয় তোমাৰ ভনীয়েৰাৰ ফটো নহয়।”

“নিশ্চয় নহয়। ছোৱালীজনী মোৰ একো নহয়। সম্পৰ্কত একেবাৰে একো নালাগে।”

খোচ এটা নমৰাকৈ থাকিব নোৱাৰি কলো, “বুজিছো। সম্বন্ধতো একো নেলাগে আৰু লুকাই লুকাই ফটো চালেও তুমি ছোৱালী জনাৰ প্ৰেমত পৰা নাই।”

উত্তৰত কেশৱে আকৌ মিচিক কৰে হাঁহি দিলে। এই বাৰ হাঁহিটো মাৰাত্মক। মোৰ সকলো ঠাট্টা-মস্কৰা-সমালোচনা ফু-তে উৰুৱাই দিয়াৰ চিন স্বৰূপেই সি এই হাঁহিটো মাৰে। গতিকে এইবাৰো মনে মনে পৰাজিত হৈ নীৰবে চাহ খাবলৈ ধৰিলো।

চাহৰ কাপটো নমাই থৈ কি কলে, “তোমাৰ আগত কথাটো খুলিয়ে কব লগীয়া হ'ল। ফুৰিবলৈ ওলাই যাওঁ ব'লা। বাটে বাটে কৈ যাম।”

মই মান্তি হ'লো। সি নিজৰ কোঠালৈ গ'ল। ময়ো কাপোৰ পিন্ধিবলৈ ধৰিলো। চোৱাই যাওক কি ৰহস্যৰ যৱনিকা কেশৱে আজি দাঙি ধৰে। হঠাৎ বাহিৰত হো-হোৱাই শব্দ এটা শুনি খিড়িকীয়েদি চাই দেখো বৰ বেগেৰে বতাহ বলিব ধৰিছে আৰু আকাশ খন ছাই যেন ক'লা কৰি আনিছে। অলপতে বৰষুণ হব নিশ্চয়।

“কল্যাণ!” কেশৱে তাৰ কোঠাৰ পৰা চিঞৰি কলে, “ওলাই যাব পৰা নহব যেন পাওঁ।”

“এৰা। বাৰু কাপোৰ পিন্ধি ওলোৱা চোন।”

সাজি-পাৰি দুয়ো ৰাবান্দাত দুখন বেতৰ চকি লৈ বহিলোগৈ। বৰষুণ দিওঁ দিওঁ। বতাহ একে গতিৰে বলি আছে। সন্ধ্যাৰ দৰে

আন্ধাৰ নামি আহিছে। ফুৰিবলৈ ওলাই যোৱাৰ সকলো আশা এৰি দি আমি নীৰৱে বাহিৰৰ আসন্ন দুৰ্য্যোগলৈ চাই থাকিলো। ভালেমান পৰ বেজাৰ মনেৰে বহি থাকি মই কলো, "দুৰ্য্যোগবোৰ কেনেকৈ আহি পৰে দেখিছানে ?"

"এৰা, দুৰ্য্যোগবোৰ আকস্মিক বাবেইতো মানুহে দুখ পায় বেছি। নহলে আগৰ পৰা সাৱধান হৈ আঁতৰিব পৰা গ'ল হেতেন।"

মই তাৰ ফালে চালো। সি যুৱটো চকিত ওভোতাই হলাই চকু মুদি বহি আছে। মই ভাবিছিলো সি মোৰ দৰে বাহিৰৰ ধুমুহা বতাহলৈ চাই আছে; কিন্তু অন্তৰৰ কিবা ধুমুহা অনুভৱ কৰি আছে বুলি কেতিয়াও ভবা নাছিলো।

বৰষুণ পৰিবলৈ আৰম্ভ কৰিলে। সি কলে, "নিজৰাৰ ঘটনাটোলৈকে নোচোৱা কেলৈ ? নিজৰা মানে সেই ফটোখনত থকা ছোৱালীজনী। তেওঁ মোৰ জীৱনৰ পৰা ইমান আকস্মিক ভাৱে আঁতৰি নোযোৱা হলে তোমাৰ আগত লুকুৱাব লগীয়া একো নহলহেতেন, কল্যাণ।"

সি ৰ'ল। তাৰ জীৱন, আঁতৰি যোৱা, আকস্মিকতা এই সুৰীয়া কথাবোৰ মোৰ কাণত বৰ অস্বাভাৱিক যেন লাগিল। তাৰ ফালে নোচোৱাকৈ মই বহি থাকিলো।

অলপ পিচত কেশৰে কবলৈ ধৰিলে, "তোমাক একো নোকোৱাৰ এটা কাৰণ এয়ে যে ঘটনাটো বিশেষ কবলগীয়াও নহয়। নিচেই সামান্য এটা ঘটনা, তাৰ মূল্য আনৰ বাবে একোৱেই নহয়, দৰাচলতে ব্যৱহাৰিক মূল্য মোৰ বাবেও নাই !

"মই ইঞ্জিনীয়াৰিং কলেজত পঢ়ি থকা সময়ৰে কথা। এবাৰ বন্ধত ঘৰলৈ আহি নিজৰাক দেখিলো। চৰকাৰী কামত দেউতাক ক'ৰবাৰ পৰা বদলি হৈ আহিছিল। কেনেবাকৈ আমাৰ ঘৰখনৰ লগত তেখেত সকলৰ বৰ ঘনিষ্ঠতা হৈ পৰিছিল। কেনেকৈ ক'ব নোৱাৰো, নিজৰা মোৰ নিচেই ওচৰ চাপি আহিল। বয়স বৰ কম, কথা-বতৰা কাম-কাজ

সকলো সৰু ছোৱালীৰ দৰেই। তথাপি তাই আমাৰ সম্পৰ্কটো ভালদৰে বুজি পাইছিল। মই কলেজলৈ গুচি গলে নিয়মীয়াকৈ চিঠি-পত্ৰ দিছিল। শেষৰ ফালে সোনকালে বিয়া পাতি পেলাবলৈ তাই মোক বাৰে বাৰে জোৰ দি ধৰিছিল। কিন্তু—"

সি হঠাতে বৈ গ'ল। মই তাৰ ফালে চালো। আগৰ দৰেই চকু মুদি বহি আছে। ডাৱৰ আৰু সন্ধিয়াৰ আন্ধাৰে পৃথিৱী ঢাকি ধৰিছে। জিৰজিৰকৈ বৰষুণ পৰিয়ে আছে। অনুষ্টুপীয়া পোহৰত জেকা মাটিবোৰ দেখি মনটো সেমেকি আছে। কেশৱে কলে, "একেবাৰে গতানুগতিক ঘটনা কল্যাণ, এনেকুৱা ঘটনা পৃথিৱীত হেজাৰ বিজাৰ ঘটিছে। সেই বাবেই মই তোমাৰ আগত কোৱা নাছিলো। তোমাৰ নিশ্চয় 'বৰিং' লাগিছে নহয় ?"

উত্তৰ দিয়াৰ আগতে অলপ ভাবিলো ; ইয়াৰ মাজৰ ৰহস্য ক'ত ? আৰু কবলগীয়া একো নাইনে ? কেশৱৰ ইতিহাস ইমান গতানুগতিক আৰু নিৰস হব বুলি মই ভবা নাছিলো। সি কিবা কথা লুকুৱাইছে নেকি ? নিজৰাৰ লগত তাৰ বিয়া নহ'ল কিয় ?

"অ' বিয়া হ'লনে নাই তাকেইচোন কোৱা নাই।" মই সুধিলো, "তাৰ পিচত কি হ'ল ?"

অনুচ্চ হাঁহি এটা মাৰি সি কলে, "তাৰ পিচত মোৰ লুকাই লুকাই ফটো চোৱা আৰম্ভ হ'ল। সেইখিনি তুমি দেখিয়েই আছো। সেই-খিনিও গতানুগতিক।"

"বিয়া নহ'ল কিয় ?"

সি কলে, "হবলগীয়া নাছিল।"

"ধেৎ! আচল কথাটো কোৱাচোন। সেইবোৰ ঐশ্বৰিক কথা বাদ দিয়া।"

"তুমিয়েই অনুমান কৰাচোন।"

মই কলো, "সামাজিক বাধা কিবা আছিল কিজানি। যেনে জাত-চাত নিমিলিব পাৰে।"

"মই জাত-কাত নেমানো কল্যাণ! কিন্তু সেই কালৰপৰাও নিজৰা আৰু মোৰ বিয়া হোৱাত কোনো বাধা নাছিল।"

মই আকৌ কলো, "তেন্তে ঘৰত চাগৈ সম্মতি নিদিলে।"

"মই পাছ কৰি আহিলেই দেউতাইঁতে বিয়া পাতিব খুজিছিল। নিজৰাৰ মাক-দেউতাকেতো ভালেকো বাট চাব খোজা নাছিল। মুঠতে মনৰ মিল দুইখন ঘৰত সকলোৰে আছিল। ঠাট্টাৰ কোবত নিজৰা আৰু মই মুখা-মুখি হব নোৱাৰা হৈছিলো।"

মই চেষ্টা এৰি দিলো। ভাবিলো, এবাৰ কওঁনেকি, নিজৰাই নিশ্চয় আন কাৰোবাক ভাল পাবলৈ আৰম্ভ কৰি কেশৱক প্ৰৱঞ্চনা কৰিলে। কিন্তু নকলো।

তাৰ আৰু অন্ধকাৰৰ মাজতে কিছু সময় মনে মনে থাকি কেশৱে কলে, "মৰি গ'ল, কল্যাণ!"

"কোন?" মই উচপ খাই উঠিলো।

"নিজৰা।"

"কি?"

"টাইফয়েদ হৈছিল। কোনোমতেই বচাব পৰা নগ'ল। মই তিনি দিনে বেলত আহি শটোহে পালোহি। সেইয়া আজি দুবছৰৰ কথা।"

হঠাৎ পৃথিৱীখন নিথৰ হৈ যোৱা যেন লাগিল। ধুমুহা বৰষুণ একোকে মোৰ চকুৱে নেদেখা হ'ল। কেশৱৰ ভিতৰত ইমানখিনি ধুমুহা লুকাই আছিল, মই আগতে জনা নাছিলো। তাৰ ওচৰত নিজকে বৰ সৰু সৰু যেন লাগিল। সি যেন বহুত কিবা-কিবিৰ অধিকাৰী, এনে অনুমান হ'ল।

মে লা নি